লোকসেৱক

# শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ জীৱন আৰু কৃতি



জগন্নাথ চক্ৰৱৰ্ত্তী

A biography of Loka Sevak **Prabhat Narayan Choudhury**, an eminent Social worker, Politician and Ex-Member of Legislative Assembly, Assam of Khatabari, Nalbari written by Jagannath Chakravarty, M.A., an educationist and retired Principal of Nalbari College, Assam and published by Sri Jogesh Sarma, Saraighat Photo Types, Industrial Estate, Guwahati-781021

প্ৰথম সংস্কৰণ : ১৯৯৮ চন

দাম : ৫০.০০ টকা

*বেটুপাত : বেণু মিশ্ৰ*

*প্ৰকাশক*
শ্ৰীযোগেশ শৰ্মা
শৰাইঘাট ফটো টাইপছ
উদ্যোগ পাম, বামুণীমৈদাম,
গুৱাহাটী ৭৮১০২১

*কম্পজিং আৰু মুদ্ৰণ*
**শৰাইঘাট ফটো টাইপছ**
উদ্যোগ পাম, বামুণীমৈদাম,
গুৱাহাটী ৭৮১০২১

# উছৰ্গা



ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী
জন্ম ১৮৭৫ চন, মৃত্যু ১৯৪৯ চন

প্ৰাচীন খাটাবাৰী আৰু নলবাৰীৰ প্ৰথম আৰু অন্যতম নিৰ্মাতা, নলবাৰী মাইনৰ স্কুল আৰু নলবাৰী দাতব্য চিকিৎসালয়ৰ নিৰ্মাতা, নলবাৰীৰপৰা প্ৰথম গুৱাহাটী লোকেল ব'ৰ্ডৰ সদস্য হোৱা বৰেণ্য ব্যক্তি ৺পুষ্পনাৰায়ণ চৌধুৰীৰ সুযোগ্য পুত্ৰ, বিশিষ্ট সমাজকৰ্মী, নলবাৰী গৰ্ডন হাইস্কুলৰ প্ৰতিষ্ঠাপক, সেক্ৰেটেৰী তথা অন্যতম উদ্যোক্তা, সমাজসেৱক, সমবায় অৰ্গেনাইজাৰ, নলবাৰী কেন্দ্ৰীয় সমবায় বেংক লিঃৰ প্ৰতিষ্ঠাপক সভাপতি ৺প্ৰতাপনাৰায়ণ চৌধুৰীৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধাৰ চিনস্বৰূপে এই পুথিখনি উছৰ্গা কৰা হ'ল।

১৮-৬-৯৮
নলবাৰী

লেখক
জগন্নাথ চক্ৰৱৰ্তী

# পাতনি

বিভিন্ন সমাজত সময়ে সময়ে এনে একোজন ব্যক্তিৰ [illegible] কৰে যিজনে সমাজসেৱাৰ কামত একান্তভাৱে নিয়োজিত হৈ নিজকে এক [illegible] অনুষ্ঠানত পৰিণত কৰে। এনে অনুষ্ঠানসদৃশ ব্যক্তিসকলে [illegible] অহা কল্যাণৰ ফলতেই সমাজ প্ৰগতিৰ পথত অগ্ৰসৰ হোৱাটো সম্ভৱপৰ [illegible] সমাজসেৱাক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰা শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী এনে এজন বিৰল [illegible] লোক। কলেজীয়া শিক্ষাৰ সফল সমাপ্তিত শ্ৰীচৌধুৰীয়ে যি সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতক উপাধি লাভ কৰিছিল, সেই সময়ত উচ্চ [illegible] লাভ কৰা অসমীয়া যুৱক প্ৰায় সকলোৰে আকাংক্ষা আছিল চৰকাৰী চাকৰিত [illegible]। তেওঁ আছিল তাৰ ব্যতিক্ৰম। নহ'লে, পৰিয়ালৰ ঐতিহ্য, বংশ-মৰ্যাদা আৰু উচ্চ [illegible] তেওঁ [illegible] ব্ৰিটিছ চৰকাৰৰ প্ৰশাসনীয় বিষয়া হিচাপে কৰ্ম-জীৱন আৰম্ভ [illegible]হেঁতেন। তাকে নকৰি তেওঁ বাছি ল'লে স্বাৰ্থত্যাগৰ পন্থা সমাজসেৱা। সমাজসেৱাৰ মনোবৃত্তি তেওঁৰ ধমনীত আছিল, যি মনোবৃত্তি তেওঁৰ পূৰ্বপুৰুষসকলে আহৰণ কৰিছিল বংশ-পৰম্পৰাস্বৰূপে।

সমাজসেৱাৰ উদ্দেশ্য লৈ শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে সক্ৰিয় ৰাজনীতিতো অংশগ্ৰহণ কৰিছিল। নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি দুবাৰো নলবাৰী অঞ্চলৰ ৰাইজৰ প্ৰতিনিধি ৰূপত অসম বিধান সভাৰ আসন শুৱনি কৰিছিল। সক্ৰিয় ৰাজনীতিত অংশগ্ৰহণ কৰিবলৈ গৈ তেওঁ পূৰ্বপুৰুষসকলে গ্ৰহণ কৰি অহা মৌজাদাৰী বৃত্তি ত্যাগ কৰিছিল। সমাজসেৱাৰ নামত ৰাজনীতিত প্ৰৱেশ কৰি ৰাজনীতিকে অৰ্থোপাৰ্জনৰ একমাত্ৰ উপায় কৰি লোৱাৰ দৃষ্টান্ত আমি বহুতো দেখিছোঁ, বিশেষকৈ সাম্প্ৰতিক কালত। শ্ৰীচৌধুৰী এনে স্বাৰ্থান্বেষী মনোবৃত্তিৰ উৰ্দ্ধত। তেখেতৰ বাবে ৰাজনীতি আছিল সমাজসেৱাৰ এটা পন্থাহে, জীৱিকা নহয়। ৰাজনীতিৰ প্ৰকৃত উদ্দেশ্য বুজি পোৱা বাবেই পুৰণি আঢ্যৱন্ত পৰিয়ালৰ উত্তৰাধিকাৰী হৈও আজি তেওঁ আৰ্থিক দিশত নিঃস্ব। তাৰ বিপৰীতে কিন্তু ৰাইজৰ স্নেহ, শ্ৰদ্ধা আৰু সমাদৰে তেওঁক সন্তুষ্টিৰে সমৃদ্ধ কৰি আনৰ ঈৰ্ষাৰ পাত্ৰ কৰিছে। কৰ্ম-জীৱনৰ আগছোৱাত, যাহৈকে স্বাধীনতাসংগ্ৰামীৰূপে আত্মপ্ৰকাশ কৰা শ্ৰীচৌধুৰী স্বাধীনোত্তৰ কালত সম্পূৰ্ণৰূপে সমাজসেৱাত লিপ্ত হৈছিল। শিক্ষাৰ প্ৰসাৰ, চিকিৎসাৰ ব্যৱস্থা, যাতায়াতৰ উন্নতি, সমবায় সংগঠন, আদি সমাজ-কল্যাণৰ বিভিন্ন দিশ সামৰি যি বিৰাট কৰ্মযজ্ঞত তেওঁ আগভাগ লৈছিল, তাৰ স্বাক্ষৰ সমগ্ৰ নলবাৰী অঞ্চলৰ উপৰিও আন ঠাইতো বিৰাজমান। সমাজসেৱাৰ আন দিশবোৰ বাদ দিলেও, অকল শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰতে তেওঁ যি ব্যাপক উপকাৰ সাধিলে, তাৰ বাবেই তেওঁ চিৰবৰেণ্য হৈ থাকিব।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য মোৰ হৈছে। সম্বন্ধত তেওঁ আমাৰ আত্মা, আমাৰ পিতাৰ সম্বন্ধীয় মোমায়েক। আমাৰ পিতা তেখেতৰ বন্ধুও

আছিল। সেই হিচাপে মই সৰুৰেপৰা তেওঁৰ স্নেহাশিস পাই আহিছোঁ। এতিয়াও আমাৰ যোগাযোগ আছে। নলবাৰী অঞ্চলৰ উন্নতিৰ প্ৰতি শ্ৰীচৌধুৰীৰ অসীম আগ্ৰহৰ কিছু নিদৰ্শন এইখিনিতে উল্লেখ কৰা সমীচীন হ'ব। এবাৰ ৰেল কৰ্তৃপক্ষই গুৱাহাটীৰ মালিগাৱঁত আয়োজন কৰা সভা এখনলৈ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে মোকো আমন্ত্ৰণ জনাইছিল। নলবাৰী আৰু গুৱাহাটীৰ মাজত স্থানীয় ৰেল চলাচলৰ ব্যৱস্থা কৰা উচিত বুলি সেই সভাত মই দিয়া পৰামৰ্শৰ কথা বাতৰিকাকতত পঢ়ি তেওঁ সন্তোষ প্ৰকাশ কৰিছিল। লগতে, গুৱাহাটীৰপৰা যাত্ৰা কৰা দূৰগামী ৰেল নলবাৰীত ৰখোৱাৰ বাবে ৰেল কৰ্তৃপক্ষক সৈমান কৰিবলৈ মোক দঢ়াই দঢ়াই কৈছিল। আন এবাৰ আলোচনা প্ৰসঙ্গত তেওঁ উল্লেখ কৰিছিল, পুৰণি গোঁহাইকমল আলিৰ অবশিষ্ট অংশখিনি সংলগ্ন কৰি নলবাৰীৰ উত্তৰেদি নতুন পথ নিৰ্মাণৰ কথা। নলবাৰী অঞ্চলৰ উন্নতিৰ বাবে কায়-মন-বাক্যে চেষ্টা কৰা দ্বিতীয় কোনো ব্যক্তিৰ কথা মই শুনা নাই।

এই নিঃস্বাৰ্থ সমাজসেৱীজনৰ জীৱনভিত্তিক এই কিতাপখন লিখি লেখক আৰু প্ৰকাশকে এক প্ৰশংসনীয় কাম সম্পন্ন কৰিলে। পৃথিৱীত জীৱনী ৰচনাৰ সূত্ৰপাত হৈছিল খ্ৰিষ্টপূৰ্ব প্ৰথম শতিকাত, গ্ৰীক জীৱনীকাৰ প্লুটাৰ্কে গ্ৰীচ আৰু ৰোমৰ মহৎ লোকসকলৰ জীৱনৰ বিষয়ে লিখা 'পেৰালেল লাইভছ' নামৰ গ্ৰন্থখনিৰপৰা। এই বহু সমাদৃত গ্ৰন্থৰপৰা সেই কালৰ বহুতো কথা জানিব পৰা গৈছে। শঙ্কৰোত্তৰ কালৰ অসমত ৰচিত হোৱা চৰিত পুথিসমূহো একে পৰ্যায়ৰে সৃষ্টি। "গুৰু চৰিত আৰু সত্ৰীয়া বুৰঞ্জীসমূহৰ মাজত অসমৰ সামাজিক বুৰঞ্জীৰ সকলো সমল লুকাই আছে"— মহেশ্বৰ নেওগৰ এই মত চৰিত পুথি পঢ়া প্ৰতিজন ব্যক্তিয়ে স্বীকাৰ কৰিব। এই কিতাপত লেখকে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ জীৱন আৰু কৰ্মৰাজিৰ ওপৰত বিশদভাবে আলোকপাত কৰাৰ লগতে সমসাময়িক বহুতো ঘটনাৰ আৰু শ্ৰীচৌধুৰীৰ শুভাকাঙ্ক্ষী, সহযোগী আৰু সুহৃদ কেইবাগৰাকীৰো বিষয়ে আলোচনা কৰিছে। ঘাইকৈ জীৱনীমূলক হ'লেও এই কিতাপত এই শতিকাত ঘটা নলবাৰী অঞ্চলৰ সামাজিক পৰিবৰ্তনৰ ছবি এখনো দেখা পোৱা যায়।

নিৰ্মল চৌধুৰী
প্ৰাক্তন উপাচাৰ্য, গুৱাহাটী বিশ্ববিদ্যালয়

ৰুক্মিণীগাঁও
গুৱাহাটী
১৬/৮/৯৮

# লেখকৰ নিতান্ত ব্যক্তিগত কথা

'কুৰিজন বিশিষ্ট শিক্ষাবিদৰ কথা' নামৰ সৰু পুথি এখন প্ৰস্তুত কৰি থকা সময়ত ১৯৯৭ চনৰ জুন মাহত শৰাইঘাট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী, অনুজপ্ৰতীম শ্ৰীমান যোগেশ শৰ্মাই এদিন মোৰ ওচৰলৈ আহি কথা-বতৰাৰ মাজতে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ বিভিন্ন সমাজকৰ্মৰ ওপৰত এখনি গ্ৰন্থ লিখিব পাৰিম নেকি সুধিলে। তেওঁৰ এই প্ৰস্তাৱত মই সন্মতি জনালো আৰু চেষ্টা কৰিম বুলি কথা দিলো। শ্ৰীযোগেশ শৰ্মাই শ্ৰীচৌধুৰীক অতিশয় শ্ৰদ্ধা কৰে, সেইবাবে তেখেতৰ বিষয়ে পুথি এখন প্ৰকাশ কৰিব খোজে। তেওঁৰ এই আশাত ময়ো অতি আনন্দ পালো আৰু ধন্যবাদ জ্ঞাপন কৰিছো।

সমাজত যিবিলাক লোকে আনৰ বাবে বা সমাজৰ বাবে নিঃস্বাৰ্থভাৱে কিছু কাম কৰে, সেই মানুহবোৰ নিতান্তই সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। শ্ৰীচৌধুৰী তেনে এজন মানুহ, যিজনে নিজৰ বাবে বিশেষ একো নকৰি সমাজৰ বাবে গোটেই জীৱনব্যাপী ৮৮ বছৰ বয়সলৈকে কাম কৰিলে। তেখেতৰ জীৱন দৰ্শন, কৰ্মনিষ্ঠা, কৰ্মপদ্ধতি আৰু সাধাৰণ মানুহৰ মাজত থাকি পৰৰ উপকাৰ কৰা কৰ্মপদ্ধতিত আমি মুগ্ধ। সততে আমি তেখেতৰ প্ৰতি শ্ৰদ্ধাশীল হোৱা বাবেই এই পুথিখনৰ জন্ম।

জীৱনী গ্ৰন্থ প্ৰণয়ন কৰা কামটো বৰ সহজ নহয়। সম্পূৰ্ণ নিৰ্মোহ আৰু আবেগশূন্য হিচাপে বিভিন্ন কাম, জীৱন দৰ্শন, ভাবাদৰ্শ আদি বিশ্লেষণ কৰোঁতে ক'ৰবাত উজুটি খাব লগা হ'ব পাৰে। তদুপৰি শ্ৰীচৌধুৰীৰ লগত লেখকৰ বয়সৰ পাৰ্থক্য বহুত। তেখেতৰ কৰ্মক্ষেত্ৰ অতি ব্যাপক। লেখকৰ কৰ্মক্ষেত্ৰ নলবাৰীতে সীমিত। তথাপি যথেষ্ট কষ্ট কৰি, সাৱধানে এই পুথিখনি প্ৰস্তুত কৰা হৈছে। চৌধুৰীদেৱৰ সমসাময়িক লোকসকলৰ উল্লেখ কৰা হৈছে আৰু নলবাৰী অঞ্চলৰ শৈক্ষিক, অৰ্থনৈতিক আৰু সামাজিক পটভূমিৰ ওপৰতে ভিত্তি কৰি কথাবোৰ আলোচনা কৰা হৈছে। তেখেতৰ জীৱনৰ কথাবোৰ ধাৰাবাহিক হিচাপে লিখা নাই। বিভিন্ন কাৰ্যাৱলী লৈ লিখা বাবে পুনৰুক্তি আৰু দ্বিৰুক্তি নোহোৱা নহয়, এই দ্বিৰুক্তিখিনি বাদ দিলে ক'ৰবাত ক'ৰবাত খোকোজা লাগে বুলি ভাবিহে তেনে কৰা হৈছে। এই ক্ষেত্ৰত লেখক সচেতন। তেখেতৰ পূৰ্বপুৰুষৰ পৰিচয় সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা প্ৰণীত 'কায়স্থ জাতিৰ ইতিবৃত্ত'ৰ পৰা লোৱা হৈছে। দত্তবৰুৱাদেৱৰ এইখন অমূল্য গ্ৰন্থ। আন তথ্যপাতি চৌধুৰীদেৱে সংৰক্ষণ কৰা ফাইলৰপৰা লোৱা হৈছে। নলবাৰীৰ পুৰণি ইতিহাসৰ তথ্যপাতিবোৰ তেখেতে অতি যত্নেৰে সংৰক্ষণ কৰি থৈছে। উত্তৰ কামৰূপ কৃষক সভাৰ কাৰ্য বিৱৰণীৰ বহীটো ক'ত হেৰাল তেখেতে ক'ব নোৱাৰে। সাধাৰণতে কাগজ-পত্ৰ, চিঠি আৰু অন্যান্য নথি-পত্ৰ তেখেতৰ পত্নী গিৰিজাসুন্দৰী চৌধুৰীয়ে চিৰ্জিল কৰি ৰাখিছিল। তেখেতৰ অকাল বিয়োগত কিছু পয়মাল হৈছে।

তেখেতৰপৰা সংগ্ৰহ কৰা তথ্যপাতি আৰু সমসাময়িক পৰিস্থিতিৰ পটভূমিত গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে। আমি কিমান কৃতকাৰ্য হৈছো তাক শ্ৰীচৌধুৰী আৰু পাঠকে

বিচাৰ কৰিব। জীৱনী গ্ৰন্থৰ এটা সাহিত্যিক মূল্য নোহোৱা নহয়। শ্ৰীচৌধুৰীৰ জীৱন দৰ্শন, সমবায় প্ৰেম আৰু দহজনৰ বাবে কাম কৰাৰ স্পৃহা আৰু একনিষ্ঠতা আমাৰ নতুন প্ৰজন্মই জনা উচিত। তাৰপৰা প্ৰেৰণা পাব পাৰে। পাঠকে যদি যৎকিঞ্চিৎমানো আনন্দ পায়, মোৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

এই গ্ৰন্থখন প্ৰস্তুত কৰোঁতে মোৰ প্ৰিয় ছাত্ৰ, দেৱীৰাম হায়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীৰমানাথ বৰুৱা এম্. এ. বিটি আৰু সমবায় বিষয়া, নলবাৰী আৰবান কো-অপাৰেটিভ বেঙ্ক লিমিটেডৰ মেনেজিং ডাইৰেক্টৰ শ্ৰীগোলোকচন্দ্ৰ দত্তই উৎসাহ-উদ্দীপনা দি সহায় কৰা বাবে ধন্যবাদ দিছো। প্ৰেছ কপি কৰি দিয়া বাবে আমাৰ সৰু পুত্ৰ আৰু বোৱাৰী শ্ৰীমান জয়ন্ত আৰু শ্ৰীমতী অৰুণিমাক আশীৰ্বাদ দিছো। নানাভাৱে সহায় কৰা বাবে মোৰ পত্নী শ্ৰীমতী সুৰেশ্বৰী দেৱীৰ শলাগ লৈছো।

ভাৰতী ভৱন, বিদ্যাপুৰ
নলবাৰী, ১৮/৬/৯৮ ইং

জগন্নাথ চক্ৰবৰ্তী

# প্ৰকাশকৰ নিবেদন

পিতা ডাঃ কাশীনাথ শৰ্মাৰ লগত লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক সৰুৰে পৰা আমাৰ ঘৰত লগ পাইছিলো। তেওঁলোকে বাট-পথ বন্ধাকে আদি কৰি সমাজৰ হিতৰ কাৰণে বহুধৰণৰ কথা পতা শুনিছিলো। সেই আলোচনাবোৰত সমাজৰ প্ৰতি চৌধুৰীদেৱৰ নিঃস্বাৰ্থ ভালপোৱা আৰু দায়বদ্ধতা ওলাই পৰিছিল। এই কথা ডাঙৰ হোৱাতহে বুজিব পাৰিছিলো। বাট-পথ বন্ধাত, নতুনকৈ স্কুল-কলেজ স্থাপন কৰাত যেনিবা লোকসেৱক প্ৰভাতনাৰায়ণ চৌধুৰী নহ'লে নহ'বই— এই ধাৰণাই আমাৰ অঞ্চলৰ প্ৰায় সকলো মানুহৰ মনত দৃঢ়ভাৱে সোমাই পৰিছিল।

লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ দূৰদৰ্শিতাৰ বাবেই নলবাৰী চহৰে বৰ্তমানৰ ৰূপ পাইছে। আমি গৰ্ডন হাইস্কুলত পঢ়োঁতে চৌধুৰীদেৱ নলবাৰী পৌৰসভাৰ সভাপতি (১৯৪১-৪৯) আছিল। সেই সময়তে নলবাৰী চহৰৰ মাজত থকা পথৰুৱা মাটিত তেখেতে বহুতো ৰাস্তা বান্ধে আৰু এই বাট-পথবোৰ বহুবছৰ ধৰি এনেয়ে পৰি আছিল। সেই সময়ত এই কামৰ বাবে তেখেত নতুনকৈ সমালোচনাৰ সম্মুখীন হ'বলগীয়াও হৈছিল। কিন্তু তেখেতৰ দূৰদৰ্শিতাৰ বাবেই সেই বহুবছৰৰ আগতে বান্ধি থোৱা বাট-পথবোৰৰ ওপৰেদি আজি চহৰখনৰ কলেবৰ পৰিকল্পিতভাৱে বৃদ্ধি হৈছে। সেয়ে লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱক আধুনিক নলবাৰী চহৰৰ নিৰ্মাতা বুলি ক'লেও বঢ়াই কোৱা নহয়।

লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱে নিঃস্বাৰ্থভাৱে নলবাৰী চহৰ আৰু নলবাৰী অঞ্চলৰ উন্নতিৰ হকে কাম কৰিছে। সামাজিক কামত তেখেতে নিজক অনবৰতে ব্যস্ত ৰখাত তেখেতৰ পৰিয়ালৰ অশেষ ক্ষতি হৈছে আৰু লাহে লাহে আৰ্থিকভাৱেও দুৰ্বল হৈ পৰিছে।

বৰ্তমান যুগত লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱৰ দৰে এগৰাকী নিষ্ঠাবান আৰু নিঃস্বাৰ্থ সমাজকৰ্মী পাবলৈ বিৰল। এনে এগৰাকী মহান ব্যক্তিৰ আদৰ্শনীয় কৰ্মৰাজি লিপিবদ্ধ কৰি ৰাখিব পাৰিলে অৱক্ষয় হৈ আহিবলৈ ধৰা সমাজখনৰ নতুন এচামে হয়তো তেখেতৰ ত্যাগ আৰু জীৱনৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ সমাজ, দেশ আৰু দহৰ উন্নতি সাধনত ব্ৰতী হ'ব পাৰিব। এনে আশাকে মনত পুহি এইখন সমাজৰে এজন হিচাপে লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱৰ জীৱনী আৰু কৰ্মৰাজিৰ ওপৰত গ্ৰন্থ এখন প্ৰস্তুত কৰাৰ চিন্তা কৰি শ্ৰদ্ধেয় গোলোক চন্দ্ৰ দত্তৰ ওচৰ চাপো আৰু মোৰ মনৰ ভাৱ ব্যক্ত কৰো। নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰদ্ধেয় জগন্নাথ চক্ৰবৰ্তীদেৱ ৮।৫।৯২ তাৰিখে বহা চৌধুৰীদেৱৰ ৰাজহুৱা সম্বৰ্দ্ধনা সভাৰ সভাপতি আছিল। সেয়ে দত্তদেৱৰ পৰামৰ্শমতে শ্ৰদ্ধেয় চক্ৰৱৰ্তীদেৱৰ ওচৰ চাপিলো। মোৰ প্ৰস্তাৱ শুনি তেখেতে আনন্দেৰে কিতাপখন লিখাৰ দায়িত্ব ল'লে আৰু অতি কম সময়ৰ ভিতৰতে অশেষ কষ্ট স্বীকাৰ কৰি লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ

চৌধুৰীৰ জীৱনৰ বিভিন্ন তথ্য আদি সংগ্ৰহ্ কৰি কিতাপখন লিখি উলিয়ালে। প্ৰকাশৰ হিচাপে আমি তেখেতৰ ওচৰত সদায় ঋণী হৈ থাকিম।

লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ আদৰ্শ আমাৰ মাজত জীয়াই ৰাখিবলৈ ইতিমধ্যে "লোকসেৱক প্ৰভাতনাৰায়ণ চৌধুৰী ন্যাস" নামকৰণেৰে এখন সমাজ কল্যাণ ন্যাস গঠনৰ প্ৰস্তুতি আৰম্ভ হৈছে আৰু এই ন্যাস তেখেতৰ ৮৯ তম জন্মদিন, ২৫ অক্টোবৰ ১৯৯৮ ত উন্মোচন কৰাৰ আশা ৰখা হৈছে।

"লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ জীৱন আৰু কৃতি" নামৰ পুথিখনিৰ সমুদায় বিক্ৰী ধন এই ন্যাসলৈ আগবঢ়োৱা হ'ব। আশা ৰাখিছো, এই সামান্য বৰঙণিয়ে ন্যাসৰ মহৎ উদ্দেশ্য সফল কৰাত অকণমান হ'লেও অৰিহণা যোগাব। গ্ৰন্থখনি নিৰ্ভুলকৈ প্ৰকাশ কৰাৰ ক্ষেত্ৰত পাণ্ডুলিপিৰ লগতে প্ৰুফ চাই সহায় কৰি দিয়াৰ বাবে বীৰেন্দ্ৰকুমাৰ লহকৰৰ শলাগ ললো।

শেষত লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ দীৰ্ঘায়ু কামনা কৰিলো আৰু আশা কৰিছো তেখেতৰ আদৰ্শই আমাক অনুপ্ৰাণিত কৰিব।

গুৱাহাটী
২ অক্টোবৰ ১৯৯৮

যোগেশ শৰ্মা

# সূচীপত্ৰ


| | | |
|---|---|---|
| বংশলতা আৰু পৰিচয় | ... | ১ |
| জন্ম আৰু বাল্যকাল | .. | ১১ |
| জীৱনৰ লক্ষ্য আৰু আদৰ্শ নিৰ্ণয় | .. | ২২ |
| প্ৰথম পদক্ষেপ : উত্তৰ কামৰূপ কৃষক সভা | ... | ২৪ |
| সমবায় আন্দোলনত প্ৰৱেশ নলবাৰী চেণ্ট্ৰেল কো অপাৰেটিভ বেংক লিমিটেড্ | ... | ২৭ |
| অসমত নৱযুগৰ ফেঁহুজালি | ... | ২৯ |
| নলবাৰীৰ অন্যতম নিৰ্মাতা | .. | ৩১ |
| নলবাৰী টাউন কমিটি/পৌৰসভা আৰু চৌধুৰী | ... | ৪২ |
| শিক্ষানুষ্ঠান আৰু চৌধুৰী | ... | ৫১ |
| পথবন্ধা আৰু পুখুৰী খন্দা | ... | ৫৪ |
| জনস্বাস্থ্য আৰু চিকিৎসালয় স্থাপনত চৌধুৰী | ... | ৬০ |
| স্কুল নিৰ্মাণত চৌধুৰী | ... | ৬৯ |
| ৰেডক্ৰছ আৰু চৌধুৰী | ... | ৮৩ |
| সমবায় অনুষ্ঠান আৰু চৌধুৰী | ... | ৮৬ |
| তাত্ত্বিক লেখক আৰু গৱেষক চৌধুৰী | ... | ১০০ |
| নলবাৰী আৰবান সমবায় বেঙ্ক | ... | ১০৯ |
| শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ ৰাজনৈতিক জীৱন | .. | ১১১ |
| শ্ৰীচৌধুৰী মানুহজন আৰু পাৰিবাৰিক জীৱন | .. | ১১৯ |
| শ্ৰীচৌধুৰীৰ সৈতে অন্তৰঙ্গ আলাপ | ... | ১৩০ |
| শ্ৰীচৌধুৰীৰ প্ৰকাশিত কেইটামান প্ৰবন্ধ | ... | ১৩৬ |
| পৰিশিষ্ট | ... | ১৫৫ |



লোকসেবক শ্রীপ্রভাতনারায়ণ চৌধুরী
(১৯৭৮)



চৌধুৰীৰ সহধৰ্মিণী ৺গিৰিজাসুন্দৰী চৌধুৰী



মাধ্যম আন্দোলনৰ কৰ্ণধাৰ, সদৌ অসম ছাত্ৰ
সংস্থাৰ বিশিষ্ট নেতা আৰু সম্পাদক
(১৯৭০-৭৩) চৌধুৰীৰ পুত্ৰ
৺ প্ৰসন্ননাৰায়ণ চৌধুৰী

# লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী

## ১. বংশলতা আৰু পৰিচয়

প্ৰভাতনাৰায়ণ চৌধুৰী অসমৰ এগৰাকী প্ৰখ্যাত, সৰ্বজনবিদিত, সৰবৰহী সমাজসেৱক। তেখেত অসমৰ বিধান সভালৈ দুবাৰো বিপুল ভোটত নিৰ্বাচিত হৈছিল। এজন ৰাজনীতিজ্ঞ হিচাপেও তেখেতে প্ৰসিদ্ধি লাভ কৰিছিল। তেখেতৰ জন্ম হয় অসমৰ বিখ্যাত লোহাবৰ ভূঞাৰ বংশত। বাৰভূঞাৰ মাজৰ এজন আছিল লোহাবৰ ভূঞা। আদিতে তেখেতসকল কান্যকুব্জ বা কনৌজৰ লোক আছিল। আহোম ৰজা স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত বাৰভূঞাসকল অসমলৈ আহে। শিৰোমণি ভূঞা আছিল মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পূৰ্বপুৰুষ। তেখেত নগাঁৱৰ আলিপুখুৰীৰ স্বাধীন ভূঞা ৰাজ্যৰ শাসনকৰ্তা হৈ আছিল। লাহে লাহে ভূঞাসকলে ৰাজকীয় মৰ্যাদা হেৰুৱালেও ভূঞাসকল অসমৰ প্ৰতিপত্তি থকা সম্ভ্ৰান্ত লোক। অসমৰ উন্নতিৰ অৰ্থে ভূঞাসকলৰো অৱদান প্ৰচুৰ। শিক্ষা, সংস্কৃতি, ধৰ্মপ্ৰচাৰ, গীত-মাত, অভিনয়, চিত্ৰকলা, চাৰুকলা, আচাৰ-ব্যৱহাৰ, পোছাক-পৰিচ্ছদ আদিৰ ক্ষেত্ৰত ভূঞাসকলৰ অৱদান প্ৰচুৰ আৰু স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি চলিছিল। সেই উদ্দেশ্যে সমাজখনকো নতুনত্ব প্ৰদান কৰি অসমীয়া সমাজৰ বুনিয়াদ গঢ়ি তোলাত ভূঞাসকল আগ্ৰহী আৰু আগৰণুৱা আছিল। গুৰুজনাৰ জীৱন দৰ্শন, নানা লিখনি আৰু ধৰ্মপ্ৰচাৰ আদিয়ে ইয়াৰ স্বাক্ষৰ চিৰদিনলৈ বহন কৰি থাকিব।

লোহাবৰ ভূঞাও প্ৰভাৱশালী আৰু অতি মৰ্যাদাবিশিষ্ট তথা ক্ষমতাশালী পুৰুষ আছিল। তেওঁ কিছুকাল গৌড়ৰ নবাব হোছেন ছাহৰ ৰাজ্যত, ঢাকাৰ ওচৰত স্বাধীনভাৱে কাম কৰিছিল। কিন্তু স্বাধীন ৰাজ্য পাতি বাস কৰাৰ সুবিধা কৰিব পৰা নাছিল। অসীম সাহসী, বুদ্ধিমান, ৰাজোচিত ব্যক্তিত্বৰ এই পুৰুষজন সাধাৰণতে কাৰো বশ হ'বলৈ প্ৰস্তুত নাছিল। নবাব হোছেন ছাহে সেইবাবে লোহাবৰ ভূঞাৰ ব্যক্তিত্ব সহ্য কৰিব পৰা নাছিল। সেয়ে নবাব আৰু ভূঞাৰ মাজত অসূয়া-অপ্ৰীতিৰ সৃষ্টি হয়। সেই সময়ত ব্যক্তিত্বশালী ভূঞাসকলৰ প্ৰভাৱ আৰু প্ৰতিষ্ঠা নবাবে সহ্য কৰিব নোৱাৰি ভূঞাসকলক বশীভূত কৰাৰ প্ৰচেষ্টা চলায়। ফলস্বৰূপে, লোহাবৰ ভূঞাই গৌড়ৰাজ্য এৰিবলৈ মনস্থ কৰে। চণ্ডীবৰ ভূঞাৰ লগতে লোহাবৰ একেলগে ঢাকালৈ আহিছিল, তাৰ পাছত নবাবৰ দৌৰাত্ম্যত অতিষ্ঠ হৈ চতুৰ্দশ শতিকাত কমতাপুৰ ৰাজ্যলৈ আহি কোচবিহাৰত থিতাপি লয়। কোচবিহাৰত

ভূএগ্ৰাসকলে স্বাধীনভাৱে বাস কৰিছিল। তাত এখন সৰু ৰাজ্য স্থাপন কৰে। কোচবিহাৰত লোহাবৰ ভূএগ্ৰাৰ দেহাৱসান হয়। তেওঁৰ পাছত দিবাকৰ 'ভূএগ্ৰা' হয় আৰু ৰাজ্যৰ পৰিসৰ বৃদ্ধি কৰে, প্ৰতিপত্তিও বৃদ্ধি হয়। এই ক্ষেত্ৰত কমতাপুৰৰ ৰজাৰপৰা একো বাধা পোৱা নাছিল, বৰং বন্ধুত্বহে স্থাপন হৈছিল। এটা অতি সৌহাৰ্দ্যপূৰ্ণ পৰিবেশত ভূএগ্ৰাসকলে ৰাজত্ব কৰে আৰু কমতাৰাজৰ প্ৰিয়পাত্ৰ হ'বলৈ সমৰ্থ হয়।

দিবাকৰ ভূএগ্ৰাৰ পাছত কুমাৰ ঘোষ ভূএগ্ৰা হয়। কুমাৰ ঘোষ পৰাক্ৰমী, প্ৰজাবৎসল আৰু সংস্কৃত অধ্যয়ন কৰি তেওঁ পাণ্ডিত্যও লাভ কৰিছিল। তেওঁ বিদ্বান লোকক সমাদৰ কৰিছিল। তেওঁ ৰাজ্যত শিক্ষা বিস্তাৰকে ধৰি প্ৰজাৰ মঙ্গলৰ অৰ্থে জনহিতকৰ কাম কৰিছিল। নিজৰ বল-বিক্ৰম আৰু সাহসৰ বাবে কমতাপুৰ ৰজাৰ প্ৰিয়পাত্ৰও হৈছিল। প্ৰজাসকলেও তেওঁৰ দিনত সুখে-সন্তোষে বাস কৰিছিল।

এই অৱস্থা বেছিদিন চলি নাথাকিল। বঙ্গৰ নবাব হোছেন ছাহে কমতাপুৰ আক্ৰমণ কৰে। সেই সময়ত কমতাপুৰৰ ৰজা নীলাম্বৰ। নবাবে কমতাপুৰৰ ৰজা নীলাম্বৰক পৰাস্ত কৰি কমতাপুৰ দখল কৰে। সেই যুদ্ধত স্বাধীন ভূএগ্ৰা ৰাজ্যৰ ৰজা কুমাৰ ঘোষক পৰাস্ত কৰি নবাবে বধ কৰে। ভূএগ্ৰা ৰাজ্যও নবাবে দখল কৰে। কুমাৰ ঘোষৰ পুত্ৰ ঠানুবৰ ভূএগ্ৰা ওৰফে থানেশ্বৰ ভূএগ্ৰা পূৰ্বলৈ পলাই আহি কামৰূপ ৰাজ্যত প্ৰৱেশ কৰে। প্ৰথমতে তেওঁলোকে ক্ষেত্ৰি, ধৰ্মপুৰ অঞ্চলৰ বড়ি অঞ্চলত বাস কৰে। প্ৰথমে তেওঁলোক শাণ্ডিল্য গোত্ৰৰ লোক আছিল, পাছত কাশ্যপ গোত্ৰ গ্ৰহণ কৰে। বড়ি অঞ্চলটো জলাশয় অঞ্চল, খেতি-বাতি নহয়। সেই ঠাইত নোজোৰা বাবে নলবাৰী অঞ্চলৰ মালিকুছি গাৱঁলৈ উঠি আহি মালিকুছিত বসবাস কৰে। সেই সময়ত কামৰূপ মুছলমান সম্ৰাটৰ দখলত। মালিকুছিত গোপনে গোত্ৰ পৰিৱৰ্তন কৰি থকা বাবে হোছেন ছাহে লোহাবৰ ভূএগ্ৰাৰ বংশ শেষ কৰিব নোৱাৰিলে। মালিকুছিত ভূএগ্ৰাসকলৰ স্বাধীনতা আৰু নেথাকিল। বাদশ্বাহৰ অনুগ্ৰহত ইন্দ্ৰজিৎ ভূএগ্ৰা হৈছিল। বাদশ্বাহে ইন্দ্ৰজিৎ ভূএগ্ৰাৰ পুত্ৰ ধ্বজনাৰায়ণক খাটা পৰগণাৰ চৌধুৰী নিযুক্ত কৰে। বাদশ্বাহৰ আমোলত চৌধুৰীসকলে খাজনা আদায়ৰ দায়িত্ব পায় আৰু সাধাৰণ প্ৰজাৰ মাজত সম্ভ্ৰান্ত লোক বুলি খ্যাতি লাভ কৰে। পৰগণাৰ মেল-মিটিং, হাই-কাজিয়া আদি নিষ্পত্তিৰ ক্ষেত্ৰত চৌধুৰীসকলে আগভাগ পায় আৰু ক্ষমতা লাভ কৰে। লাহে লাহে চৌধুৰীসকল আঢ্যৱন্ত আৰু প্ৰভাৱশালী ব্যক্তি হৈ জনসাধাৰণৰ আনুগত্য আৰু শ্ৰদ্ধা লাভ কৰিবলৈ ধৰে। তেতিয়া খাটা পৰগণাৰ অধীনত টিহু, বৰমা, ধৰ্মপুৰ, বনভাগ, বৰভাগ আদি অঞ্চল অন্তৰ্ভুক্ত আছিল। চৌধুৰীয়ে মাটিৰ নামজাৰি দিয়াৰ উপৰিও দেৱানী আৰু

ফৌজদাৰী গোচৰ বিচাৰ কৰি নিষ্পত্তি কৰাৰ ক্ষমতাও লাভ কৰিছিল। ধ্বজ নাৰায়ণ বিদ্বান, সাহসী আৰু ব্যক্তিত্বশালী পুৰুষ আছিল। তেখেতে সদায় ন নদীৰ পাৰে পাৰে প্ৰাতঃভ্ৰমণ কৰিছিল। এদিন নদীৰ পাৰে পাৰে গৈ থাকোতে এটা বামুণ ভেকোলাই সাপ এটা গিলি থকা দেখি খন্তেক থমকি ৰ'ল আৰু সেই ঠাইত খুটি এটা মাৰি থলে। সেই ঠাইখনেই হ'ল খাটা গোবিন্দপুৰ; বৰ্তমানৰ ৰেলপথৰ উত্তৰফাল, য'ত বৰ্তমান ৺অমূল্য চৌধুৰীৰ চৌহদ। তাত ৬০ বিঘা মাটিৰ আহল-বহল চৌহদত ৰাজধানীসদৃশ ঘৰ-দুৱাৰ সজায়। তেওঁ চৌহদৰ ওচৰত কোঁচ, কলিতা আৰু মুছলমান লোকবো ঘৰ-দুৱাৰ সাজিবলৈ মাটি দিছিল। ধ্বজনাৰায়ণ 'চৌধুৰী' হয় ১৬৬৪ শকত। পাছত আহোম ৰাজ্যৰ অধীনলৈ অহাত স্বৰ্গদেৱ শিৱসিংহ ৰজাই গাঁওখন লাখেৰাজ কৰি তাম্ৰফলি প্ৰদান কৰে। তেতিয়াৰপৰা খাটা গোবিন্দপুৰ সত্ৰ হয়। বৰ্তমানেও ইয়াত বিগ্ৰহৰ পূজা-সেৱা চলি আছে। ধ্বজনাৰায়ণ চৌধুৰী বৰ মেধি নিযুক্ত হয়। খাটাবাৰী চৌধুৰী বংশৰ ধ্বজনাৰায়ণ প্ৰথম চৌধুৰী। এই বংশ লোহাবৰ ভূঞাৰ বংশ। লোহাবৰ ভূঞাৰ বংশৰ লোক কোচবিহাৰ, হাজোৰ ওচৰৰ মনাহকুছি, মালিকুছি, দৌলাশাল আদি বিভিন্ন ঠাইত সিঁচৰতি হৈ বসবাস কৰি আছে। এই লোকসকল কায়স্থ। তেওঁলোক বিদ্যানুৰাগী আৰু সম্ভ্ৰান্ত সমাজসেৱী।

ধ্বজনাৰায়ণে মালিকুছিৰপৰা গোবিন্দপুৰলৈ ঘৰ-বাৰী তুলি অনা সময়ত ৰেলপথ হোৱা নাছিল। তাৰ উত্তৰফালেৰে ন নদীখন বৈ গৈ বৰ্তমানৰ সোণপুৰৰ পশ্চিমেদি পুৰণা গৰ্ডন হাইস্কুল আৰু ছোৱালী হাইস্কুলৰ কাষেদি বৈ গৈ দক্ষিণমুৱাকৈ বৈ গৈছিল। বৰ্তমানৰ নলবাৰী বজাৰখন থকা ঠাইৰপৰা জাপাৰকুছিলৈ, এইখন জাপাৰকুছি বিল। এই বিলৰ বেছিভাগ মাটি চৌধুৰীসকলৰ, মহেন্দ্ৰনাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ৰ পূবখণ্ডই বিলৰ সোঁমাজ। এই বিল ১৮৯৭ চনৰ ভূমিকম্পতহে পোত গৈ ওখ হয়। পাগলাদিয়া নদীয়ে গতি সলনি কৰি নলবাৰীৰ পূবেদি বৈ যায়। সেই ভূমিকম্পই নলবাৰীৰ উপৰিভাগৰ বেছ পৰিবৰ্তন ঘটায়।

ধ্বজনাৰায়ণ চৌধুৰীৰ পুত্ৰ বলিনাৰায়ণ চৌধুৰী হৈছিল। তেওঁৰ পুত্ৰ ধীৰনাৰায়ণ অপুত্ৰক আছিল। তেওঁৰ ২য় পুত্ৰ সন্তোষনাৰায়ণ ওৰফে সত্যনাৰায়ণৰ পুত্ৰ সাধি নাৰায়ণ আৰু পুষ্পনাৰায়ণ। দুয়ো নাবালক থকা বাবে চৌধুৰী পদ পোৱা নাছিল।

তেতিয়া খাটাবাৰীৰ চৌধুৰী বংশত কোনো সাবালক উত্তৰাধিকাৰ নথকাত কোনেও এই পদ পোৱা নাছিল। সত্যনাৰায়ণ কিছুদিন পাতুত আছিল। সেই সময়ত হুগুলি সেন নামৰ এজন লোকৰ লগত সত্যনাৰায়ণৰ পৰিচয় হয়। হুগুলি সেনক খাটাবাৰীলৈ আনি মাটি-বাৰী দি স্থাপন কৰে।

কিছুদিন হুগুলি সেন মৌজাৰ নাবালকৰ প্ৰতিনিধি হিচাপে কাৰ্যভাৰ চলায়। হুগুলি সেনৰ পুত্ৰ চন্দ্ৰসেন। চন্দ্ৰসেন বলাকুছিলৈ উঠি গৈ তাতে ভালদৰে ঘৰ-দুৱাৰ সজায়। চন্দ্ৰসেনৰ পুত্ৰ যজ্ঞসেন ইংৰাজৰ দিনত পকোৱা মৌজাৰ মৌজাদাৰ হয়। যজ্ঞসেনৰ পুত্ৰ অঙ্গদ সেনো মৌজাদাৰ হয়। তেওঁলোকে বৰকাকতি উপাধি লিখে। পাগলাদিয়াত বলাকুছি গাঁও জাহ যোৱাত তেখেতসকল ৰেলপথৰ উত্তৰফালে বাস কৰি আছে। এতিয়াও তেওঁলোকৰ বিগ্ৰহ পূজা আৰু দৌল পূজাখন অনুষ্টুপীয়াকৈ চলি আছে।

খাটাবাৰীৰ চৌধুৰী বংশৰ আত্মীয় সভাৰাম কিছুদিন খাটা মৌজাৰ মৌজাদাৰ হয়। সাধি নাৰায়ণৰ পুত্ৰ দত্তনাৰায়ণ কিছুদিন খাটাবাৰীৰ ১ম খণ্ডৰ পাটোৱাৰী হৈছিল। এই বংশতে দানবীৰ মহেন্দ্ৰনাৰায়ণ চৌধুৰীৰ জন্ম। মহেন্দ্ৰনাৰায়ণ চৌধুৰী বালিকা হাইস্কুল, বালিকা মহাবিদ্যালয়, ৰাজেন্দ্ৰ চৌধুৰী ভৱন আৰু সুভদ্ৰা দেৱী ভৱন দান কৰি চৌধুৰী বংশৰ মহান দাতাৰ আখ্যা লাভ কৰিছে।

সাধি নাৰায়ণৰ ২০ পুৰা মাটি থকা বাবে সমস্ত মাটি চৰকাৰে বাজেয়াপ্ত কৰে। ১৮৪৭ চনত সাধি নাৰায়ণ মৌজাদাৰ হৈছিল। পাছত মোকদৰ্মা কৰি বহু মাটি উদ্ধাৰ কৰিছিল। সাধি নাৰায়ণৰ পুত্ৰ দত্তনাৰায়ণ।

সত্যনাৰায়ণৰ দ্বিতীয় পুত্ৰ পুষ্পনাৰায়ণ চৌধুৰী। সৰুতে তেওঁ খাটাবাৰীত থকা সংস্কৃত টোলত সংস্কৃত পঢ়ে আৰু অধ্যয়নৰ ফলত বিখ্যাত পণ্ডিত হ'ব পাৰিছিল। পুষ্পনাৰায়ণ অতি চোকা বুদ্ধিৰ মেধাবী লোক আছিল। চৌধুৰী পৰিয়ালৰ প্ৰথম বিখ্যাত ব্যক্তি পুষ্পনাৰায়ণ চৌধুৰী। তেখেতে অসমীয়া আৰু বঙালী দুয়োটা ভাষাতে ব্যুৎপত্তি লাভ কৰিছিল। তেখেতে চৌধুৰী বংশৰ নাম উজ্জ্বল কৰিছিল। তহচিলদাৰ হ'ব নোৱাৰি প্ৰথমতে নলবাৰীত থকা মুনছিফ আদালতৰ কেৰাণী কাম কৰিছিল। পাছত এই অফিচ ৰঙিয়ালৈ তুলি নিয়াত ৰঙিয়াত চিৰস্তাদাৰৰ পদ পায়। কিছুবছৰ পাছত তেখেত গুৱাহাটীৰ অফিচত চিৰস্তাদাৰ নিযুক্ত হয়। চিৰস্তাদাৰ তেতিয়া ডাঙৰ পদবী। চৰকাৰী চাকৰি কৰিলেও তেখেত স্বাধীনতাপ্ৰিয় আৰু সমাজ সচেতন ব্যক্তি আছিল। সুবিধা পালেই নলবাৰীলৈ আহি ৰাইজৰ কাম-কাজত মন দিছিল। ১৮৬৫ চনত খাটা পৰগণাৰ তহচিলদাৰৰ পদ খালী হোৱাত তেখেতে চৰকাৰী পদ ইস্তফা দিয়ে আৰু খাটা পৰগণাৰ তহচিলদাৰ নিযুক্ত হয়। চৌধুৰী বংশত পুষ্পনাৰায়ণ ভোটা তৰাৰ দৰে জিলিকি আছিল। তহচিলদাৰ হোৱাৰ পাছৰেপৰা সমাজৰ নানা উন্নতিমূলক কামত লাগি পৰে। তেতিয়ালৈকে নলবাৰীত সংস্কৃত শিক্ষাৰ টোলৰ বাহিৰে আন কোনো শিক্ষানুষ্ঠান নাছিল। আনকি প্ৰাথমিক স্কুলো নাছিল। ল'ৰাই টোলতে বৰ্ণমালাৰপৰা কাব্য, ব্যাকৰণ, কৰ্মকাণ্ড আদি অধ্যয়ন কৰিছিল। গণিত,

ভূগোল, বুৰঞ্জী আদিৰ শিক্ষা দিয়াৰ ব্যৱস্থা নাছিল।

১৮৩৫ চনত প্ৰথমতে গুৱাহাটীত প্ৰথম ইংৰাজী মাইনৰ স্কুল স্থাপিত হয়। এই স্কুলখনেই পাছত হাইস্কুললৈ উন্নীত হয়। সেইখনেই বৰ্তমানৰ কলেজিয়েট উচ্চতৰ মাধ্যমিক স্কুল। সেই স্কুলখনৰ বিষয়ে পুষ্পনাৰায়ণে ভালদৰে জানি-বুজি আছিছিল আৰু স্কুলৰ শিক্ষকসকলৰ লগতো আলোচনা কৰিছিল। সেই কথা তেখেতৰ খুবকৈয়ে মনত লাগে, আৰু নলবাৰীত এখন ইংৰাজী মাইনৰ স্কুল পতাত আগভাগ লয়। পুষ্পনাৰায়ণ চৌধুৰীয়ে তিনিটা প্ৰধান সমস্যা সমাধানত মন দিয়ে ঃ প্ৰথম শিক্ষাবিস্তাৰ, দ্বিতীয় চিকিৎসা ব্যৱস্থা, তৃতীয়তে বাট-পথ, যোগাযোগৰ ব্যৱস্থা। ১৮৮২ চনত তেখেত গুৱাহাটী লোকেল ব'ৰ্ডৰ মেম্বাৰ হয় আৰু ৰাজহুৱা কামত প্ৰবৃত্ত হয়। খেৰী ঘৰ-দুৱাৰ বান্ধি ১৮৮৭ চনত তেখেতে নলবাৰী মাইনৰ স্কুল স্থাপন কৰে। বৰ্তমান য'ত গৰ্ডন হাইস্কুলৰ চৌহদ, তাতেই প্ৰথমে মাইনৰ স্কুল প্ৰতিষ্ঠা হয়। ভুবন মোহন গোস্বামীক প্ৰধান শিক্ষক নিযুক্ত কৰে। গুৱাহাটী লোকেল ব'ৰ্ডে শিক্ষকৰ দৰমহা আদি দি স্কুলখন মঞ্জুৰ কৰে। সেই স্কুলৰ শিক্ষক ধনেশ্বৰ শৰ্মা, পাৰোবাৰ লোকেশ্বৰ শৰ্মা, কুচীয়াৰ লক্ষ্মীনাথ শৰ্মা আদি। ইয়াৰ বাহিৰেও বহুতে সেই স্কুলত শিক্ষকতা কৰিছিল। স্কুল পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামী, মণিৰাম দাস, হৰিনাৰায়ণ দত্তবৰুৱা, গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মন, শিক্ষাবিদ ধনেশ্বৰ শৰ্মা, প্ৰতাপনাৰায়ণ চৌধুৰী আদি বহুতো ছাত্ৰই স্কুলখনত অধ্যয়ন কৰিছিল। এই মাইনৰ স্কুলখনে ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ এটা ডাঙৰ অভাৱ মোচন কৰিছিল। পুষ্পনাৰায়ণৰ বাহিৰেও বহুতো সদাশয় ব্যক্তি, বিশেষকৈ চন্দ্ৰসেন বৰকাকতি, গঙ্গাৰাম তহচিলদাৰ আদি ইয়াৰ উদ্যোক্তা আছিল। এই মাইনৰ স্কুলখনে বহুতো বিশেষ বিশেষ ব্যক্তিৰ সৃষ্টি কৰিছিল, যিসকলে উত্তৰকালত নলবাৰী নিৰ্মাণত আগভাগ লৈছিল। ৰাইজৰপৰা বাঁহ-খেৰ যোগাৰ কৰি, অক্লান্ত পৰিশ্ৰম কৰি তেখেতে এই কাম সমাধা কৰিছিল। তেখেতৰ কৰ্মকুশলতা দেখি ৰাইজ আৰু চৰকাৰ সন্তুষ্ট হৈছিল। তাৰ ফলস্বৰূপে চৰকাৰৰপৰা বিশেষ অনুদান পায় আৰু গৰ্ডন স্কুলৰ দক্ষিণ ফালৰ প্ৰথম ঘৰটো লোৰ খুটা আনি টিনপাত দি পকী কৰি মজবুত ঘৰ এটা বান্ধে। ইয়াত পাঁচটা কোঠালি আছিল। সেইটোৱে মাইনৰ স্কুলৰ ঘৰ। এতিয়াও গৰ্ডনৰ পুৰণা চৌহদত বন্ধা প্ৰথম ঘৰটো উৰ্বলি যোৱা অৱস্থাত থিয় হৈ আছে।

মাইনৰ স্কুলখনৰ এটা সুব্যৱস্থা হোৱাৰ পাছত তেখেতে চিকিৎসালয় পতাত মন মেলে। সেই সময়ত অৰ্থাৎ ১৮৮০ চনত নলবাৰী অঞ্চলত কোনো ধৰণৰ চৰকাৰী বা বেচৰকাৰী দাতব্য চিকিৎসালয় নাছিল। হাইজা, বসন্ত, ক'লাজ্বৰ আৰু মেলেৰিয়া জ্বৰত বহুতে মানুহে প্ৰাণ হেৰুৱাইছিল।

তেতিয়া দুই-এজন জৰা-ফুকা কৰা বা তাবিজ দিয়া গাৱঁলীয়া ওজা আৰু দুই-এজন কবিৰাজো আছিল। মানুহৰ এই নিদাৰুণ কষ্ট দেখি তেখেতে নলবাৰীত ডাক্তৰখানা প্ৰতিষ্ঠাৰ বাবে গুৱাহাটীৰ লোকেল ব'ৰ্ডত দাবী উত্থাপন কৰে। গুৱাহাটী লোকেল ব'ৰ্ডত তেখেত এজন ব্যক্তিত্বশালী সদস্য আছিল। তেখেতৰ দাবী লোকেল ব'ৰ্ডে মানি লয় আৰু ১৮৮৮ চনত নলবাৰীত দাতব্য চিকিৎসালয় স্থাপন কৰে। উত্তৰ কামৰূপৰ এইখনেই প্ৰথম চিকিৎসালয়। পূৰ্ববঙ্গৰপৰা চিকিৎসক মাতি আনি নিযুক্তি দি এই চিকিৎসালয়খন চলোৱা হৈছিল। এই দুটা কামৰ বাবে পুষ্পনাৰায়ণ নলবাৰীৰ মুকুটবিহীন সম্ৰাট। আজি বহুতে হয়তো সেই কথা নাজানে। লোকেল ব'ৰ্ডৰ সদস্য হিচাপে তেখেতে নলবাৰী, বৰভাগ, পকোৱা, ধৰ্মপুৰ, বাস্কা আদি অঞ্চল পদব্ৰজে ভ্ৰমণ কৰি গাঁও-ভূঁইৰ মানুহৰ অৱস্থাৰ বুজ লৈছিল, বাট-পথ বন্ধাইছিল, পুৰণি পথবোৰ ৰাইজৰ শ্ৰমদানৰদ্বাৰা মেৰামতি কৰাইছিল। লোকেল ব'ৰ্ডৰপৰা অনুদান আনি ঠায়ে ঠায়ে ডাঙৰ পুখুৰী খন্দাইছিল। এনে ডাঙৰ পুখুৰী নলবাৰী অঞ্চলৰ প্ৰত্যেক গাৱঁতে আছে। দীঘেলী গাৱঁত ৭টা এনে ডাঙৰ পুখুৰী এতিয়াও আছে। ৰাইজে পুখুৰীৰ বা নদীৰ পানীকে খাইছিল। এই পুখুৰীবোৰত মাছ পোহাও হৈছিল। বালিলেছাৰ কালী মন্দিৰৰ ওচৰত থকা পুখুৰীটো তেতিয়াই খন্দা।

পুষ্পনাৰায়ণ চৌধুৰী এজন নৈষ্ঠিক লোক আছিল। সদায় ৰাতিপুৱা প্ৰাতঃভ্ৰমণৰ পাছত স্নান কৰি পুৱাৰ প্ৰাৰ্থনা কৰি উঠিহে জা-জলপান খাইছিল। গোবিন্দপুৰ মন্দিৰত দুৰ্গোৎসৱ, লক্ষ্মীপূজা, দৌল উৎসৱ, ৰাস যাত্ৰা আদি ধৰ্মীয় পূজা-পাৰ্বণ নিয়মিত হৈছিল আৰু তাৰ বাবে নিজৰ অৰ্থ ব্যয় কৰিছিল। এই মন্দিৰ আৰু বিগ্ৰহ বৰ্তমানে খাটাবাৰীৰ ধীৰেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ চৌহদত আছে। তাত নিয়মিত বিগ্ৰহ পূজা আদি চলি আছে। এই কাৰ্যদক্ষ ব্যক্তিজনাৰ চেষ্টাত নলবাৰীৰ প্ৰগতিৰ বুনিয়াদ নিৰ্মাণ হয় আৰু নলবাৰী চহৰমুখী হ'বলৈ ধৰে।

পুষ্পনাৰায়ণ চৌধুৰীৰ পাছত ধৰ্মনাৰায়ণ চৌধুৰী প্ৰথমতে তহচিলদাৰ অফিচৰ হেড্ মহৰী হৈ পাছত ইংৰাজৰ অধীনত খাট মৌজাৰ মৌজাদাৰ হয়। ইংৰাজ চৰকাৰে পাছত তহচিলবোৰ ভাঙি মৌজা গঠন কৰে। ১৯০৫ চনৰ পৰা ১৯০৯ চনলৈ ধৰ্মনাৰায়ণ চৌধুৰী মৌজাদাৰ হয়। তেখেতৰ পুত্ৰ শ্যামনাৰাযণ বৰ্তমান জীয়াই আছে।

খাটাবাৰীৰ চৌধুৰী বংশৰ আন এজন বিশিষ্ট ব্যক্তি হৰেন্দ্ৰনাৰায়ণ চৌধুৰী। তেখেত মৌজাদাৰ হোৱা নাছিল যদিও এজন সমাজকৰ্মী আছিল। পুষ্পনাৰায়ণে স্থাপন কৰা মাইনৰ স্কুলখন উন্নীত কৰি হাইস্কুল কৰাৰ তেখেতে সপোন দেখিছিল। তাৰ বাবে গাৱেঁ গাৱেঁ সভা-সমিতি পাতি

ৰাইজক জাগ্ৰত কৰি এটা জনমত গঠন কৰাত তেখেতে আগভাগ লৈছিল। তেৰেচিয়াৰ সেনাপতি দত্ত আৰু চান্দকুছিৰ ভবানীমণ্ড বৰুৱা হাইস্কুল পতাৰ প্ৰাৰম্ভিক কামত তেখেতৰ সহযোগী আছিল। সেই সময়ত হাইস্কুল পতা অতি টান কাম আছিল। চৰকাৰৰ বিনানুমতিত ৰাইজে ইচ্ছা কৰিলেও তেনে কাম কৰিব নোৱাৰিছিল। হৰেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে সঙ্গীসকলক লৈ কামৰূপৰ উপায়ুক্তক লগ ধৰি নলবাৰী মাইনৰ স্কুলখন উন্নীত কৰি হাইস্কুল স্থাপনৰ বাবে অনুমতি বিচাৰিছিল। সেই সময়ত অনুমতি লাভ কৰা সহজসাধ্য নাছিল। হৰেন্দ্ৰনাৰায়ণ চৌধুৰীৰ বেমাৰ্দ-আজাৰ হৈ অকাল মৃত্যু হোৱাত তেখেত আৰু আগবাঢ়িব নোৱাৰিলে। তথাপি তেখেতৰ চেষ্টাৰ ফলশ্ৰুতি পাছত হৈছিল। সেইবাবে তেখেতৰ স্মৃতি উল্লেখনীয়।

বিশিষ্ট সমাজকৰ্মী পুষ্পনাৰায়ণ চৌধুৰীৰ দুগৰাকী পত্নী। প্ৰথমা পত্নী জানকী চৌধুৰীৰ ফালৰ দুই পুত্ৰ ঃ প্ৰতাপনাৰায়ণ চৌধুৰী আৰু নবীন নাৰায়ণ চৌধুৰী। দ্বিতীয়া পত্নীৰ ফালৰ পুত্ৰ ভবানী নাৰায়ণ চৌধুৰী। ১৮৭৫ চনত প্ৰতাপনাৰায়ণ চৌধুৰীৰ জন্ম। এই তিনি পুত্ৰৰ ভিতৰত প্ৰতাপনাৰায়ণ চৌধুৰীয়ে পিতৃৰ পদাংক অনুসৰণ কৰি অসমৰ ভিতৰতে এজন বিশিষ্ট সমাজকৰ্মীৰূপে বিখ্যাত হৈছিল। এই সুদৰ্শন পুত্ৰৰ জন্ম হোৱাত পিতৃ পুষ্পনাৰায়ণ চৌধুৰী পৰম আহ্লাদিত হৈছিল। মহাপয়োভৰেৰে জাতকৰ্ম সম্পাদন কৰি বহু লোকক ভোজন কৰাইছিল আৰু ৰাজকীয় ধৰণে দান দক্ষিণাও আগবঢ়াইছিল। সৰুৰেপৰা তেখেত তীক্ষ্ণবুদ্ধিসম্পন্ন লোক আছিল। বিশিষ্ট গণকে জাতক বিখ্যাত লোক হ'ব বুলি ভৱিষ্যৎ বাণীও কৰিছিল। সেই সময়ত নলবাৰীত ক'তো প্ৰাথমিক স্কুল নাছিল। ঘৰতে বিজ্ঞলোকৰ হতুৱাই লিখা-পঢ়া শিকোৱাৰ ব্যৱস্থা কৰিছিল। পাছত তেওঁ শিশু চৌধুৰীক নলবাৰী মাইনৰ স্কুলত নাম ভৰ্তি কৰায়। অকালতে পিতৃবিয়োগ ঘটাত প্ৰতাপনাৰায়ণ চৌধুৰীয়ে নৰ্মাল পঢ়ি আহি নলবাৰী মাইনৰ স্কুলত শিক্ষকতা আৰম্ভ কৰে। শিক্ষক হিচাপে তেখেত পটু আৰু কৰ্মনিষ্ঠ, যশস্বী শিক্ষক হৈছিল। শৰৎ চন্দ্ৰ গোস্বামী, মণিৰাম দাস, হৰিনাৰায়ণ দত্তবৰুৱা প্ৰভৃতি তেখেতৰ বিশিষ্ট ছাত্ৰ। ইয়াৰ বাহিৰেও বহুতো গুণী-জ্ঞানী ছাত্ৰই নলবাৰীৰ নাম উজ্জ্বল কৰিছিল। পুষ্পনাৰায়ণৰ চ'ৰাঘৰত বহুতো বিশিষ্ট মানুহৰ সমাগম দেখি কিশোৰ প্ৰতাপনাৰায়ণেও সামাজিক কামৰ প্ৰতি আকৃষ্ট হৈছিল। মনে মনে কোনো ধৰণৰ চাকৰি গ্ৰহণ নকৰাৰ সিদ্ধান্ত লৈছিল। পিতৃৰ ক্ৰিয়া-কলাপে তেখেতক সামাজিক দিশলৈ আগ্ৰহান্বিত কৰিছিল। নলবাৰীখনৰ উন্নতিৰ নানা আঁচনি, পৰিকল্পনা সেই ঘৰখনতে পোনতে বিবেচিত হৈছিল। এইবোৰ দেখি-শুনি ডেকা প্ৰতাপনাৰায়ণ চৌধুৰীৰ মন সমাজমুখী হ'ল। পিতৃৰ জীৱনধাৰা আৰু কৰ্মনিষ্ঠাই তেওঁৰ মনত প্ৰভাৱ

বিস্তাৰ কৰিছিল। সততে পিতৃয়ে সামাজিক কামত পুতেকক উৎসাহ আৰু অনুপ্ৰেৰণা যোগাইছিল। এনেদৰে প্ৰতাপনাৰায়ণ চৌধুৰীৰ অনুকূল পৰিবেশত এটা স্বাধীনচিতীয়া মন গঢ় লৈ উঠিছিল। সুন্দৰ গৌৰবৰ্ণ, তিলফুল যেন নাকে-মুখে সুশ্ৰী আৰু ৰাজোচিত চেহেৰাৰ অধিকাৰী চৌধুৰীদেৱ। চকু-মুখত বিশাল ব্যক্তিত্বৰ পৰিচয় বিৰাজমান।

পিতৃ পুষ্পনাৰায়ণৰ অকাল মৃত্যুত চৌধুৰীদেৱৰ জীৱনত আহুকালৰ সৃষ্টি হৈছিল। ১৯০৯ চনত মাইনৰ স্কুলৰ শিক্ষকৰ পদ ইস্তফা দি খাটাবাৰী মৌজাৰ মৌজাদাৰ নিযুক্ত হয়। প্ৰথমতে মৌজাদাৰৰ দায়িত্ব লৈ বৃহত্তৰ নলবাৰী অঞ্চল পদব্ৰজে ভ্ৰমণ কৰি গাঁও-ভূঁইৰ অভাৱ-অভিযোগৰ বুজ লৈ এইবোৰৰ নিৰাময়ৰ বাবে চৰকাৰৰ লগত যোগাযোগ কৰে। তেখেতৰ সামাজিক কৰ্মৰ প্ৰতি আগ্ৰহ আৰু কৰ্মকুশলতা দেখি চৰকাৰে তেখেতক অনাৰেৰী মেজিষ্ট্ৰেট পদ দিয়ে। তাৰ পাছৰপৰা নলবাৰী মাইনৰ স্কুলখন হাইস্কুললৈ উন্নীত কৰাৰ পৰিকল্পনা কৰে। হাইস্কুল পতা কামত তেখেতক নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ, পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী, তেখেতৰ ভাতৃ শৰৎ চন্দ্ৰ গোস্বামী (পৰিদৰ্শক), বনগাৱঁৰ তাৰানাথ কাব্যবিনোদ, নলবাৰীৰ দেহজুৰ আলী আৰু আব্দুল আলী ভাতৃদ্বয়, দণ্ডীৰাম মহাজন, এলেঙিদলৰ মথুৰ চন্দ্ৰ চৌধুৰী, প্ৰিয়নাথ কবিৰাজ, আজাৰাৰ ৰামানন্দ ভট্টাচাৰ্য, বতাহগিলাৰ শ্ৰীকান্ত চৌধুৰী, তেৰেচিয়াৰ সেনাপতি দত্ত, হৰকান্ত চৌধুৰী আৰু অগণন শিক্ষাপ্ৰেমী লোকে সহায় কৰিছিল। ১৯১১ চনত বহা ৰাজহুৱা সভাত হাইস্কুল স্থাপনৰ প্ৰথম সিদ্ধান্ত লয়। প্ৰতাপনাৰায়ণ চৌধুৰী স্কুল স্থাপন কমিটিৰ সম্পাদক নিৰ্বাচিত হয়। তেখেত আনবিলাকৰ লগত লগ লাগি ধন সংগ্ৰহত লাগে। শেষত ১৯১৬ চনত তেতিয়াৰ কমিছনাৰ বেমফিল্ড ফুলাৰ চাহাবক দ্বোনামতি জাহাজত লগ ধৰে। ফুলাৰ চাহাবৰ পৰামৰ্শক্ৰমে ১৬,০০০ টকা আৰু ঘৰ-দুৱাৰ বান্ধি দিম বুলি প্ৰতাপনাৰায়ণ চৌধুৰীয়ে চুক্তিপত্ৰ দস্তখত কৰি লিখি দিয়াত কমিছনাৰ চাহাবে হাইস্কুল স্থাপনৰ অনুমতি প্ৰদান কৰে। সেই সময়ত এই সাহস বিৰল। কিন্তু প্ৰতাপনাৰায়ণ চৌধুৰীয়ে অসীম সাহসেৰে কাম কৰি ঘৰ-দুৱাৰ সজাইছিল আৰু ১৬ হাজাৰ টকাও সংগ্ৰহ কৰিব পাৰিছিল। তেখেতে ৰাইজৰ অকুণ্ঠ সমৰ্থন পাইছিল। গৌৰীকান্ত তালুকদাৰ আৰু কালীৰাম বৰ্মণেও সহযোগ কৰিছিল।

পি. আৰ. চি. গৰ্ডনৰ নামেৰে নামকৰণ কৰি ১৯১৭ চনৰ ১ জানুৱাৰীত গৰ্ডন হাইস্কুলৰ শুভাৰম্ভ হয়। তেতিয়া মহেশ্বৰ পাটোৱাৰী মাইনৰ স্কুলৰ প্ৰধান শিক্ষক। পাটোৱাৰী স্নাতক নোহোৱা বাবে স্কুল কমিটিয়ে যোৰহাটৰ স্বনামধন্য নাট্যকাৰ, অভিনেতা, ব্যক্তিত্বশালী ইন্দ্ৰেশ্বৰ

বৰঠাকুৰদেৱক প্ৰধান শিক্ষক নিযুক্ত কৰে। সেই সময়ত নাকেলবাৰীৰ মণিৰাম দাসদেৱে বি.এ. পাছ কৰি আইন পঢ়ি আছিল। প্ৰতাপনাৰায়ণ চৌধুৰীৰ প্ৰিয় ছাত্ৰ মণিৰাম দাসক মাতি আনি সহকাৰী প্ৰধান শিক্ষক নিযুক্ত কৰে। ১৯২৭ চনত মণিৰাম দাসদেৱ প্ৰধান শিক্ষক হয়।

প্ৰতাপনাৰায়ণ চৌধুৰী, প্ৰতাপ চন্দ্ৰ গোস্বামী, গৌৰীকান্ত তালুকদাৰ প্ৰভৃতি নেতৃস্থানীয় লোকসকলে ন-দলাৰ ৰায়চাহাব গঙ্গাৰাম চৌধুৰীক লগ ধৰি পাঁচ হাজাৰ দান সংগ্ৰহ কৰে আৰু সেই দানেৰে গঙ্গাৰাম হল নিৰ্মাণ কৰাৰ উপৰিও আন ঘৰো বান্ধে। আজিও উৰ্বলি যোৱা অৱস্থাত পুৰণি চৌহদত গঙ্গাৰাম হল থিয় হৈ আছে। ভৱিষ্যতে গঙ্গাৰাম হল থাকিব নে নাই ক'ব পৰা নাই।

গৰ্ডন হাইস্কুল স্থাপনৰ পাছৰেপৰা প্ৰতাপনাৰায়ণ চৌধুৰীয়ে আৰু পিছলৈ চোৱা নাই। দোপতদোপে ইটোৰ পাছত সিটো সামাজিক কামত নিজকে নিয়োজিত কৰি ৰাইজৰ জনপ্ৰিয় নেতা হৈ পৰে। নিজৰ কৰ্মনিষ্ঠাৰ বাবে চৰকাৰে চৌধুৰীক "ৰায়চাহাব" খিতাপ দি পুৰস্কৃত কৰে। ১৯১০ চনৰপৰা ১৯৩৮ চনলৈ চৌধুৰীদেৱ গুৱাহাটী লোকেল ব'ৰ্ডৰ সদস্য আছিল। ৰাইজৰ বস্তু কিনা-বেচাৰ সমস্যা লক্ষ্য কৰি এখন সমবায় ভিত্তিত ৰাজহুৱা দোকান স্থাপন কৰি সকলোকে সহায় কৰিছিল। ১৯১৮ চনত এই ৰাজহুৱা দোকান আৰম্ভ হৈছিল। এই অনুষ্ঠানৰ প্ৰতিষ্ঠাপক ছেক্ৰেটেৰী প্ৰতাপনাৰায়ণ চৌধুৰী। বাট-পথ বন্ধা, পুখুৰী খন্দা, চিকিৎসালয় নিৰ্মাণ আদি কামত তেখেতে লোকেল ব'ৰ্ডৰ সদস্য হৈ থকা কালত সহায় কৰিছিল আৰু বহুতো কাম সমাধা কৰিছিল। খেতিয়কক ঋণ দান কৰি অৰ্থনৈতিক সকাহ দিয়াৰ বাবে ১৯১৮-১৯ চনত অসম উপত্যকাত প্ৰথম কেন্দ্ৰীয় সমবায় বেংক নলবাৰীত স্থাপন কৰে। ইয়াতো প্ৰতিষ্ঠাপক সভাপতি আছিল তেখেত। সমবায় অনুষ্ঠান পতাত তেখেতে অধিক গুৰুত্ব দিছিল। তেখেতক অসম চৰকাৰে সমবায় অৰ্গেনাইজাৰ নিযুক্ত কৰে। তেখেত অসম মৌজাদাৰ সংঘৰ সদস্য আৰু নলবাৰী জিলা মৌজাদাৰ সংঘৰো সভাপতি আছিল।

অসম মৌজাদাৰ সংঘৰ সদস্য হিচাপে তেখেতে দেৱানী আৰু ফৌজদাৰী মোকৰ্দমা বিচাৰৰ ক্ষমতা পাইছিল। সেই সময়ত কেইবাখনো গাঁও লগ লগাই বেঞ্চ পাতি বিচাৰৰ ভাৰ দিয়া হৈছিল। দীঘেলী বেঞ্চৰ সভাপতি আছিল সোণাপতি ভট্টাচাৰ্য। পাজিপৰ বেঞ্চৰ সভাপতি আছিল শ্ৰীকান্ত শৰ্মা। শংকৰ ভট্টাচাৰ্য, ৰত্নেশ্বৰ শৰ্মা, চণ্ডীচৰণ তালুকদাৰ, জগন্নাথ শৰ্মা কবিৰাজ, দেৱানন্দ শৰ্মা আদি বেঞ্চৰ সদস্য আছিল। এইসকল লোক গাঁৱৰ মুখিয়াল মানুহ আছিল। পাছত পৰিচালনাৰ বেমেজালি ঘটাত আৰু সক সক

কথাতে লাগি মানুহে মোকৰ্দমা কৰাত আৰু দুনীতি প্ৰৱেশ কৰাত চৰকাৰে বেঞ্চবোৰ উঠাই দিয়ে।

প্ৰতাপনাৰায়ণ চৌধুৰী ভিলেজ অথৰিটিৰ সভাপতি হোৱা হেতুকে ৰাজকীয় বিষয়াৰ মৰ্যাদা লাভ কৰিছিল। তেখেতে ছিলঙলৈ গৈ কেইবাবাৰো ৰাইজৰ অভাৱ-অভিযোগ জনাই গৱৰ্ণৰ বাহাদুৰক লগ ধৰি আৰ্জি পেচ কৰিছিল। তেখেত অসম কৃষি এড্‌ভাইছ’ৰী কমিটিৰো সদস্য আছিল। ১৯২২ চনৰপৰা ১৯৩২ চনলৈ সমবায় অৰ্গেনাইজাৰ আছিল। এইজন লোক ৰজাঘৰ আৰু প্ৰজাঘৰ উভয়তে সমানে সন্মানিত ব্যক্তি হৈছিল। শিক্ষা-দীক্ষা, বাট-পথ, নলা-নৰ্দমা, জনস্বাস্থ্য আদি বিভিন্ন উন্নয়নমূলক কামত সদায় লাগি আছিল। ১৯২৬ চনত নলবাৰী দাতব্য চিকিৎসালয়ৰ ছেক্ৰেটেৰী নিযুক্ত হৈ নলবাৰী ডাক্তৰখানাৰ উন্নয়ন সাধন কৰাত মন দিছিল। তেখেতৰ সামাজিক সেৱাৰ বাবে চৰকাৰে ৰায়চাহাব খিতাপ দি সন্মান জনাইছিল। তেখেতক বহিঃদৃষ্টিত খঙাল যেন লাগিলেও প্ৰকৃততে তেখেত কোমল অন্তঃকৰণৰ ব্যক্তি আছিল, আৰু মানুহক দয়া-মৰম কৰিছিল। বিপদত সহায়ো কৰিছিল। নিজৰ মত শুদ্ধ বুলি জানিলে তাক কেতিয়াও এৰি নিদিছিল। বহুতে তেখেতক অহংকাৰী বুলি কৈছিল, কিন্তু তেওঁ প্ৰকৃততে আত্মাভিমানীহে আছিল। আত্মমৰ্যাদাবোধ তীব্ৰ আছিল। মানুহে তেখেতৰ সাক্ষাৎ হ’বলৈ ভয় নকৰা নহয়। ভাৰতৰ জাতীয় কংগ্ৰেছত যোগ নিদিলেও তেওঁ দেশপ্ৰেমিক আছিল। গান্ধীজীৰ অৰ্থনৈতিক কাৰ্যসূচীত আস্থা ৰাখি সদায় গঠনমূলক ৰাজহুৱা কামত ব্ৰতী হৈ দেশসেৱা তথা জনসেৱা কৰিছিল। তেখেত নিঃস্বাৰ্থ সমাজসেৱাৰ বাবে অসমবিখ্যাত লোক হ’ব পাৰিছিল। সকলোৰেপৰা সন্মান পাইছিল। তেখেত আজিও নলবাৰীৰ এজন কিংবদন্তি সিংহপুৰুষ।

ৰায়চাহাব চৌধুৰীৰ ডেকা বয়সতে পত্নীবিয়োগ ঘটিছিল। ১৯৪৯ চনত ৭৫ বছৰ বয়সত তেখেতে ইহলীলা সম্বৰণ কৰে। প্ৰতাপনাৰায়ণ চৌধুৰীৰ বিয়োগত নলবাৰী তথা অসমে এজন প্ৰকৃত সমাজকৰ্মী হেৰুৱালে। ৰাইজে শোকাকুল হৈ চকুলো টুকিলে। তেখেতৰ মৃত্যুৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে মণিৰাম দাসপ্ৰমুখ্যে গৰ্ডন হাইস্কুলৰ সমস্ত শিক্ষক, ছাত্ৰ আৰু অগণন ৰাইজে তেখেতৰ বাসগৃহত সমবেত হৈ শেষ শ্ৰদ্ধা নিবেদন কৰে। তেতিয়াৰ প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, জনাব ফখৰুদ্দিন আলী আহমেদ, সিদ্ধিনাথ শৰ্মা, আনকি অসমৰ গৱৰ্ণৰেও শোকবাৰ্তা পঠিয়াই তেখেতৰ প্ৰতি শেষ শ্ৰদ্ধা নিবেদন কৰিছিল। অগণন ৰাইজে মৌন সমদলত যোগ দিছিল। মণিৰাম দাস আৰু হৰিনাৰায়ণ দত্তবৰুৱা তেওঁৰ প্ৰিয় ছাত্ৰ আছিল। মৃত্যুৰ আগে আগে তেখেতে মণিৰাম দাসদেৱক কৈছিল— “নলবাৰীৰ বহুত কাম বাকী ৰ’ল, মোৰ সময় আহিল। আধৰুৱা কামখিনি

কৰি নলবাৰীখন সুন্দৰ কৰিবলৈ যত্ন ল'বাহক। গৰ্ডন স্কুলখন মোৰ অতি মৰমৰ অনুষ্ঠান, মোৰ আত্মা।"

প্ৰতাপনাৰায়ণ চৌধুৰীৰ স্মৃতিচিহ্ন একো ৰক্ষা নহ'ল। গঙ্গাৰাম হলৰ স্মৃতি ৰয় নে নৰয় সন্দেহ।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা নলবাৰীত স্বাধীনতা উৎসৱ পালনৰ বাবে এখন বিৰাট ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। এই সভাতে উদাত্ত ভাষণ দি তেখেতে বিদেশী চৰকাৰৰ ৰাজকীয় খিতাপ "ৰায়চাহাব" উপাধি ত্যাগ কৰে। চৌধুৰী ডাঙৰীয়াৰ ধৰ্মপত্নী আছিল বৰপেটাৰ জীয়ৰী সাৰদাসুন্দৰী চৌধুৰী। উচ্চ শিক্ষা নাথাকিলেও তেখেতে ধৰ্মপুথি আদি ভালদৰে পঢ়িব পাৰিছিল। আনুষ্ঠানিক শিক্ষা নহ'লেও অতি কম বয়সতে বিবাহপাশত আবদ্ধ হৈ খাটাবাৰীৰ চৌধুৰী বংশৰ গৃহলক্ষ্মীৰূপে ঘৰখনৰ শোভা বৰ্দ্ধন কৰিছিল। ধৰ্মপৰায়ণা আদৰ্শ গৃহিণীস্বৰূপে তেখেতে ঘৰখন নিয়াৰিকৈ চলাইছিল, সকলোৰে মাজত এজনী মৰমিয়াল মাতৃৰূপে তেখেতে সকলোৰেপৰা শ্ৰদ্ধা আৰু সন্মান পাইছিল। পৃথিৱীৰ দৰে স্নেহশীলা আৰু ধৈৰ্যশীলা চৌধুৰীৰ পত্নী সাৰদাসুন্দৰী চৌধুৰীৰ অকাল মৃত্যু হয়। দুজন পুত্ৰ আৰু পাঁচজনী কন্যা সন্তান জন্ম দি খাটাবাৰীৰ গৃহলক্ষ্মীয়ে অকালতে চিৰবিদায় লয়। স্নেহময়ী, মনোৰমা ধৰ্মপত্নীৰ বিয়োগত চৌধুৰীদেৱ মৰ্মাহত হয়। ল'ৰা-ছোৱালীকেইটি ডাঙৰ-দীঘল কৰা, চোৱা-চিতা কৰাত তেখেতে আহুকাল পাইছিল। বহুতে পুনৰবিবাহৰ বাবেও তেখেতক ধৰিছিল, কিন্তু চৌধুৰীয়ে আৰু দ্বিতীয় সংসাৰ নকৰিলে। সন্তানকেইটিৰ নিজে যত্ন লৈছিল, ঘৰত কাম কৰা মানুহ বা আলপৈচান ধৰা লোকৰ অভাৱ হোৱা নাছিল। সেইসকল কাম কৰা লোকৰ হাতত ঘৰখন আৰু সন্তানকেইটিক গটাই নিজে আকৌ ৰাইজৰ কামতে ওলাই গৈছিল; আৰু সদায় ব্যস্ত আছিল।

সাৰদাসুন্দৰী শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ মাতৃ। স্নেহশীলা মাতৃৰ মৰম বেছিদিন নাপালে। পুষ্পনাৰায়ণ চৌধুৰীৰ নাতি আৰু ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰীৰ পুত্ৰ, মৰম আকলুৱা শ্ৰীচৌধুৰী মাতৃৰ বিয়োগত .বৰ মৰ্মাহত হৈছিল। বহুদিনলৈ মনে মনে কান্দিছিল, ভায়েক-ভনীয়েককেইজনৰ সন্মুখত কিন্তু বিমৰ্ষ নহৈ তেওঁলোকক নিচুকাইছিল।

## ২. জন্ম আৰু বাল্যকাল

আমি সততে দেখা পাওঁ যে সকলোৱে জীৱনত সুযোগ্য পুত্ৰ কামনা কৰে। কিন্তু বহুতে তেনে সুযোগ্য পুত্ৰ নাপায় বা ভাগ্যত তেনে পুত্ৰ লাভ কৰিব নোৱাৰে। নিজতকৈ বুদ্ধিমান, বেছি কাৰ্যক্ষম, পটু আৰু গুণবান পুত্ৰ জন্মতৰ ভাগ্যত নিমিলে নাইবা বহুতে নিজ পুত্ৰক এটা অনুকূল পৰিবেশত

ৰাখি, শিক্ষা-দীক্ষা দি, গুণবান ব্যক্তিৰূপে গঢ়ি তুলিব নোৱাৰে। আমাৰ কৰ্মফল, পুৰুষাৰ্থ আৰু ভাগ্যৰদ্বাৰাই আমাৰ জীৱন গঢ় লৈ উঠে বুলি শাস্ত্ৰকাৰসকলে মত পোষণ কৰে। ভাৰতবৰ্ষত পণ্ডিত মতিলাল নেহৰুৱে সুযোগ্য পুত্ৰ পণ্ডিত জৱাহৰলাল নেহৰুক লাভ কৰিছিল। পণ্ডিত জৱাহৰলাল নেহৰুৱে ভাৰতবৰ্ষৰ প্ৰথম প্ৰধান মন্ত্ৰীৰূপে নিজ পিতৃতকৈ উচ্চ আসনত উপবিষ্ট হ'ব পাৰিছিল। ছাৰ আশুতোষ মুখাৰ্জী মহাশয়দেৱে বিৰল ব্যক্তিত্বশালী শ্যামাপ্ৰসাদ মুখাৰ্জীৰ দৰে পুত্ৰ পাইছিল।

শাস্ত্ৰত আছে, সৰ্বত্ৰ জয়মিচ্ছন্তি শিষ্য পুত্ৰাৎ পৰাজয়ঃ। মানুহে সকলোকে পৰাজয় কৰিব খোজে, বিজয়মাল্য পিন্ধিব খোজে, কিন্তু শিষ্য আৰু পুত্ৰৰ ওচৰত পৰাজয়হে কাম্য আৰু গৌৰৱৰ স্থল। খাটাবাৰীৰ বিশিষ্ট ব্যক্তি পুষ্পনাৰায়ণ চৌধুৰীয়ে পুত্ৰ পাইছিল ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীক। সেই পুত্ৰই পিতৃৰ গৰিমাৰ উৰ্ধ্বত গৈ সমাজত স্বীকৃতি পাইছিল। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ পুত্ৰ শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে পিতৃৰ পদাঙ্ক অনুসৰণ কৰি সকলো ক্ষেত্ৰতে পিতৃক চেৰ পেলাই সমাজত উচ্চ আসন লাভ কৰি খাটাবাৰীৰ চৌধুৰী বংশ উজ্জ্বলতৰ কৰিছে। শ্ৰীচৌধুৰী পিতৃ-পিতামহতকৈ এখোপ চৰা। খাটাবাৰী বুনিয়াদী সম্ভ্ৰান্ত পৰিয়ালত সুন্দৰ, মৰমিয়াল পৰিবেশত ১৯১০ চনৰ ২৫ অক্টোবৰত (১০ কাতি, মঙ্গলবাৰ) শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ জন্ম হয়। প্ৰতাপনাৰায়ণ চৌধুৰীৰ পৰিয়াল সিদিনা উৎসৱমুখৰ। সকলোৰে আনন্দ। শিশুৰ জন্মোৎসৱ বৰ উলহ-মালহেৰে পাতি পিতৃ চৌধুৰীয়ে বন্ধু-বান্ধৱ, ইষ্ট-মিত্ৰক মাতি আনি খুৱাই-ধুৱাই, দান-দক্ষিণা কৰি সন্তোষ লাভ কৰিছিল।

মানুহ পৰিবেশৰ দাস। যি পৰিবেশত জন্ম আৰু ডাঙৰ-দীঘল হয়, সেই পৰিবেশে শিশুৰ শাৰীৰিক আৰু মানসিক গঠনত বাৰুকৈয়ে প্ৰভাৱ বিস্তাৰ কৰে। এই পৰিবেশে মানুহৰ জীৱন নিয়ন্ত্ৰণ কৰে। কিন্তু বহুতে পৰিবেশক জয় কৰি তাৰ উৰ্ধ্বলৈও যাব পাৰে নিজৰ অধ্যৱসায় আৰু চেষ্টাৰদ্বাৰা। "Man is the product of the environment, but the great men can transcend the limit"। শ্ৰীচৌধুৰীয়ে নিজ চেষ্টাৰে পৰিবেশ জয় কৰিব পাৰিছিল। প্ৰতাপনাৰায়ণ চৌধুৰী উপযুক্ত পিতৃ হোৱাৰ উপৰিও এজন আদৰ্শ অভিভাৱকো। ল'ৰাৰ শাৰীৰিক আৰু মানসিক বিকাশৰ সুব্যৱস্থা তেওঁ কৰিছিল। খোৱা-লোৱা, পিন্ধা-উৰা, নিয়মিত ব্যায়াম, খেল-ধেমালিৰ বাবে ভাল ব্যৱস্থা লৈছিল, কোনো ক্ষেত্ৰতে যাতে ত্ৰুটী নহয়, তাৰ বাবে নিজে চকু দিছিল। পত্নীবিয়োগৰ পাছত তেখেতে অধিক মনোযোগ দি মাতৃৰ মৰমৰ অভাৱো পূৰণ কৰিবলৈ যত্ন কৰিছিল। শ্ৰীচৌধুৰীয়ে বাল্যকাল ভালদৰে উপভোগ কৰিছিল। যি মূলা বাঢ়িব তাৰ দুপাততে চিন। বাল্যকালৰেপৰা

শ্ৰীচৌধুৰীৰ চকু-মুখত তেনে সম্ভাৱনীয়তা দেখা গৈছিল। তেখেতৰ এজনী বাইদেউ, এজন ভাই আৰু তিনিজনী ভনী আছিল। আটায়ে ৰং-ৰহস্য কৰি বাল্যকাল উপভোগ কৰিছিল। ডাঙৰ বাইদেউ গিৰিবালা প্ৰতাপনাৰায়ণ চৌধুৰীৰ প্ৰথম সন্তান। গিৰিবালাক সৰুতে সন্ধেলি গাৱঁৰ পাটোৱাৰী পৰিয়ালত বিয়া দিছিল; কিন্তু অতি দুৰ্ভাগ্যৰ কথা যে তেওঁৰ অকাল বৈধব্য ঘটে। জীৱনৰ আৰম্ভণি নৌহওঁতেই বিধবা হৈ পিতৃগৃহলৈ উভতি আহে। পিতৃগৃহত থাকি পঢ়া-শুনা কৰিছিল আৰু গৃহকৰ্মৰো দায়িত্ব লৈছিল। গিৰিবালা বুদ্ধিমতী ছোৱালী, প্ৰকৃততে তেৱেঁই ঘৰখন চলাইছিল। মাতৃৰ মৃত্যুৰ পাছত ভায়েক-ভনীয়েকহঁতক চোৱা-মেলা কৰা সকলো কাম মূৰ পাতি লৈ পিতৃক নিশ্চিন্ত কৰিছিল।

গিৰিবালা পাটোৱাৰী পিতৃৰদ্বাৰা অনুপ্ৰাণিত হৈ সামাজিক কামতো মন দিছিল। ১৯৪০ চনত তেখেতে নলবাৰী উইমেনছ এণ্ড থ্ৰিফ্‌ট সমবায় সমিতি লি. স্থাপন কৰি তাৰ আমৃত্যু সভানেত্ৰী আছিল। ১৯৮৫ চনত তেখেতৰ দেহাৱসান হয়। এই অনুষ্ঠান অসমৰ ভিতৰতে এটি পুৰণি লেখত ল'বলগীয়া সমবায় অনুষ্ঠান। ১৯৯২ চনত ইয়াৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপিত হৈছে। শ্ৰীচৌধুৰীয়ে বাইদেৱাকক অতি শ্ৰদ্ধা-ভক্তি কৰিছিল আৰু সততে মানি চলিছিল। গিৰিবালা পাটোৱাৰীয়ে জ্যোতিষ চৰ্চা কৰি গণনা কৰিছিল। বিয়া-বাৰুৰ ৰাশি-যোটন চাই দিব জানিছিল। গিৰিবালা আদৰ্শ মহিলা আছিল আৰু খাটাবাৰী তথা নলবাৰী চহৰৰ প্ৰায়ভাগ মহিলাৰ আদৰ্শনীয় মহিলা আছিল। দ্বিতীয়া কন্যা সুৰবালাক বিয়া দিছিল গুৱাহাটীৰ বিখ্যাত পুথিৰ অনুষ্ঠান লয়াৰ্ছ বুক ষ্টলৰ প্ৰতিষ্ঠাতা ৺বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাৰ লগত। তেখেত প্ৰথমতে নলবাৰী গৰ্ডন হাইস্কুলৰ শিক্ষক আছিল। পাছত আইন পৰীক্ষাত উত্তীৰ্ণ হৈ উকীল হৈছিল। শেষত ওকালতি এৰি পুথিৰ ব্যৱসায় আৰম্ভ কৰিছিল। তেখেত সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাৰ কনিষ্ঠ ভাতৃ। তৃতীয়া কন্যাৰ বিবাহ হৈছিল বনগাৱঁৰ প্ৰসিদ্ধ হোমিও চিকিৎসক ৺ৰমেশ চন্দ্ৰ দত্ত এম.এ., বি.এল. দেৱৰ লগত।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ কনিষ্ঠ ভাতৃৰ অকাল মৃত্যু হয়। ঘৰখনৰ একমাত্ৰ ল'ৰা সন্তান হিচাপে শ্ৰীচৌধুৰীয়ে সকলোৰেপৰা অত্যধিক মৰম চেনেহ পাইছিল। সকলোৰে আতোলতোল, চকুৰ মণিসদৃশ। এনেদৰে আনন্দমুখৰ পৰিবেশত তেখেত বাল্যকাল পাৰ হৈ ডাঙৰ-দীঘল হ'বলৈ ধৰে।

এই শতিকাৰ আগে আগে ইষ্টাৰ্ণ বেঙ্গল ৰেলপথৰ জৰীপ হয়। চৌধুৰী পৰিয়ালৰ চৌহদৰ ওপৰেদি ৰেলপথৰ জোখ পৰাত চৌধুৰীসকল নৰ্থ ট্ৰাংক ৰোডৰ দক্ষিণে থকা মাটিলৈ ঘৰ-দুৱাৰ তুলি আনে। ট্ৰাংক ৰোডৰ দাঁতিতে

গজেন্দ্ৰ চৌধুৰী আৰু ৰাজেন্দ্ৰ চৌধুৰীয়ে ঘৰ বান্ধে। প্ৰতাপনাৰায়ণ চৌধুৰী, ভবানীনাৰায়ণ চৌধুৰী, ধৰ্মনাৰায়ণ চৌধুৰী আৰু সমুদ্ৰনাৰায়ণ চৌধুৰীয়ে দক্ষিণ অংশত ঘৰ-দুৱাৰ সাজে। নতুন চৌহদতে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ জন্ম হয়। সেই সময়ত খাটাবাৰী বা নলবাৰী সৰু গাৱঁলীয়া ঠাই। পৰিবেশ মুঠেই ভাল নহয়। বৰ্তমানৰ তুলনাত তেনেই শোচনীয়। ১৯১১ চনৰপৰা ৰেলগাড়ীৰ চলাচল আৰম্ভ হয় গোলকগঞ্জৰপৰা আমিনগাৱঁলৈ। তেতিয়াৰপৰা ৰেল ষ্টেচনৰ নাম খাটাবাৰী নহৈ নলবাৰী হয়। খাটাবাৰী-গোবিন্দপুৰ এটা চুবা হয়। উত্তৰ ট্ৰাংক ৰোডৰ অৱস্থাও শোচনীয়। পাগলাদিয়া, নোনা আৰু পুঠিমাৰী নদীৰ ওপৰত স্থায়ী দলং নাই। বাছৰ চলাচল নাছিল। ৰেলপথ নোহোৱাত মানুহে হাজো হৈ গুৱাহাটীলৈ খোজকাঢ়ি অহা-যোৱা কৰিছিল। বহুতে গুৱালকুছিলৈ খোজকাঢ়ি গৈ নাৱেৰে বা জাহাজেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈছিল। তেতিয়া গৰুগাড়ী, ম'হৰ গাড়ী আৰু অভিজাতসকলে দোলা যান-বাহন হিচাপে ব্যৱহাৰ কৰিছিল। ৰেলপথ হোৱাৰ পাছৰপৰাহে যাতায়াতৰ সুচল হৈছিল। তেতিয়া নলবাৰী বজাৰখনতো বেছি দোকান-পোহাৰ নাছিল। ৰেলপথৰ জৰীপ হোৱাৰ পাছৰপৰা ৰাজস্থানী আৰু ঢাকোৱালী ব্যৱসায়ীৰ প্ৰব্ৰজন হৈছিল। মাৰোৱাৰী বেপাৰীসকলে প্ৰথমে দোকান আৰম্ভ কৰিছিল।

নলবাৰী চহৰৰ বহুতো জমি চান্দকুছিৰ বৰুৱাসকলৰ আৰু খাটাবাৰীৰ চৌধুৰীসকলৰ আছিল। এই মাটিবোৰৰ কিছু মাৰোৱাৰী মহাজন আৰু মুছলমান ব্যৱসায়ীসকলে কিনে। অসমীয়া লোকৰ ভিতৰত ৰাতিৰাম মহাজনে প্ৰথমতে ব্যৱসায় আৰম্ভ কৰে। পাছত তেখেতৰ পুত্ৰ দণ্ডীৰাম মহাজন, ৰবিৰাম মহাজন আৰু কৃষ্ণৰাম মহাজনে ৰাতিৰাম-দণ্ডীৰাম ফাৰ্ম কৰি ডাঙৰ ব্যৱসায় চলাইছিল। অসমীয়া হিন্দু লোকৰ ভিতৰত তেওঁলোক ধনী আৰু ডাঙৰ ব্যৱসায়ী আছিল। সকলো বস্তুকে সেই দোকানত পোৱা গৈছিল। বৰ্তমান তেখেতসকলৰ পো-নাতিৰ কোনো ব্যৱসায়-বাণিজ্য নাই। নমঃশূদ্ৰসকল নলবাৰীৰ চাবেক মানুহ। ন নদীৰ পাৰত এই লোকসকলে বাস কৰিছিল। তেখেতসকলৰ আৰ্থিক অৱস্থা ভাল নাছিল। একমাত্ৰ নীলা মহাজনে ব্যৱসায় কৰিছিল। নীলা মহাজন সামাজিক লোক আছিল আৰু ৰাজহুৱা কামত উৎসাহ যোগাইছিল। তেখেতৰ পুত্ৰ ৰমেশ চন্দ্ৰ দাসেও বহুদিন ব্যৱসায় চলাইছিল।

ইছলাম ধৰ্মী লোকৰ ভিতৰত খাটাবাৰীৰ দেহজুৰ আলী আৰু আবদুল আলী দুয়ো সামাজিক লোক আছিল। দুয়োৰো ব্যৱসায় ভাল আছিল আৰু দুয়ো প্ৰচুৰ ধন-সম্পত্তি আৰ্জিছিল। দেহজুৰ আলীয়ে এবাৰ ঢাকাত মছলিন কাপোৰ কিনিব খোজাত দোকানীয়ে তাচ্ছিল্য কৰি কৈছিল, "অসমীয়া মানুহে

এনে কাপোৰ কিনিব নোৱাৰে।" দেহজুৰ আলীয়ে এখন মছলিন কাপোৰ কিনি দিয়াচলাই মাৰি পুৰি দেখুৱাই বেপাৰীৰ মুখত চুণ সানিছিল। বৰ্তমান দেহজুৰ আলী, আবদুল আলীৰ নাতিসকলৰ ব্যৱসায় নাই। আবদুল আলীৰ পুত্ৰ মহবৎ আলী মহাজনে ব্যৱসায় কৰিছিল। মহবৎ আলী শিক্ষিত আৰু সমাজসচেতন ব্যক্তি আছিল। তেখেতে নলবাৰী পৌৰ সভাৰ উপ-পৌৰপতি আৰু গৰ্ডন স্কুলৰ মেনেজিং কমিটিৰ সদস্য আছিল। দেহজুৰ মহাজনৰ পুত্ৰ বাৰ্হ্বৰ মহাজনে বৃদ্ধ অৱস্থালৈ ব্যৱসায় চলাইছিল। এতিয়া তেখেতসকলৰ কোনো ব্যৱসায় নাই। সৰস্বতী বসুৰ এখন দোকান আছিল। সোমবাৰে আৰু শুক্ৰবাৰে হাট বহে। তেতিয়াৰ নলবাৰীখন অতি সৰু আছিল।

১৮৮৭ চনত মাইনৰ স্কুল স্থাপিত হ'লেও বৰ্তমানৰ পৌৰ এলেকাত কোনো প্ৰাথমিক স্কুল নাছিল। ইয়াৰ কাৰণ অনুসন্ধান কৰি পোৱা গৈছে যে তেতিয়া জাপাৰকুছি বিলখনে বৰ্তমানৰ বহু ঠাই আগুৰি আছিল। আনফালে ন নদী বৈ গৈছিল। মানুহৰ সংখ্যা বৰ কম আছিল। খাটাবাৰীৰ চৌধুৰীসকল আৰু ন নদীৰ পাৰৰ নমঃশূদ্ৰ মানুহখিনিহে তেতিয়াৰ বাসিন্দা। নলবাৰীৰ ওচৰত মালিকুছি গাৱঁত চৌধুৰীসকলে পতা প্ৰাথমিক স্কুলখনেই পুৰণি স্কুল। উত্তৰে কটলা বৰকুছিত ক্ষুদিয়া সত্ৰৰ সত্ৰাধিকাৰে পতা প্ৰাথমিক স্কুলখন পুৰণি স্কুল। নলবাৰী সত্ৰত এখন পুৰণি প্ৰাথমিক স্কুল আছিল। সেইখন পাছত মজলীয়া স্কুল হয়। মালিকুছিৰ এজন বিখ্যাত শিক্ষক আছিল পূৰ্ণচন্দ্ৰ দত্ত। নলবাৰী সত্ৰত থকা স্কুলখনৰ এজন প্ৰখ্যাত শিক্ষক পণ্ডিত লক্ষ্মীনাথ শৰ্মা। পাছত তেখেত নলবাৰী মাইনৰ স্কুলৰ শিক্ষক হয়। তেখেত অসমৰ প্ৰাক্তন শিক্ষাধিকাৰ ড॰ কালীনাথ শৰ্মাৰ পিতৃ। শৰৎ চন্দ্ৰ গোস্বামী আৰু আনসকল নলবাৰী সত্ৰৰ প্ৰাথমিক স্কুলত পঢ়িছিল। খাটাবাৰীত কোনো স্কুল নথকাত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে দুই মাইল খোজকাঢ়ি গৈ কটলা বৰকুছিত তিনি বছৰ পঢ়ে। মহেন্দ্ৰনাৰায়ণ চৌধুৰীয়েও কটলা বৰকুছিত পঢ়িছিল। ক্ষুদিয়া সত্ৰৰ গোবিন্দকৃষ্ণ গোস্বামী আৰু ড॰ হৰেকৃষ্ণ গোস্বামীয়েও তাতে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰিছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ প্ৰাথমিক শিক্ষা ঘৰতে আৰম্ভ হয়। নলবাৰী সত্ৰৰ জয়কান্ত গোস্বামীয়ে তেখেতক ঘৰতে পঢ়াইছিল। পাছত জয়কান্ত গোস্বামীৰ লগতে স্কুললৈ অহা-যোৱা কৰিছিল। জয়কান্ত গোস্বামী কটলা বৰকুছি প্ৰাথমিক স্কুলৰ শিক্ষক আছিল আৰু তেখেত শ্ৰীচৌধুৰীৰ গৃহশিক্ষকো আছিল। জয়কান্ত গোস্বামী অতি আদৰ্শবান শিক্ষক বুলি এতিয়াও চৌধুৰীদেৱে সোঁৱৰে। প্ৰমাণপত্ৰ লগা কাৰণে চৌধুৰীদেৱে কটলা বৰকুছিত পঢ়িবলৈ গৈছিল। সেই স্কুলৰপৰা শ্ৰীচৌধুৰী, গোবিন্দকৃষ্ণ গোস্বামী আৰু হৰেকৃষ্ণ গোস্বামী প্ৰাথমিক শিক্ষাত উত্তীৰ্ণ হয়। গতিকে এইটো সহজতে অনুমান

কৰিব পাৰি যে কুৰিৰ দশকত নলবাৰীত প্ৰাথমিক শিক্ষা দিয়াৰ সুব্যৱস্থা নাছিল। ত্ৰিশৰ দশকত হুচান মহাজনৰ চেষ্টাত খাটাবাৰীত এখন মোক্তাব স্কুল আৰম্ভ হয়। বৰ্তমান শতিকাৰ শেষ দশকত নলবাৰীত ৫ খন কলেজ, ৬ খন হাইস্কুল আৰু কেইবাখনো প্ৰাথমিক স্কুল স্থাপিত হৈছে। ইয়াৰ উপৰিও সংস্কৃত কলেজ, বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ আৰু আই.টি. আই. শিক্ষানুষ্ঠান প্ৰতিষ্ঠিত হৈছে। চৌধুৰীদেৱৰ বাল্যকালত শিক্ষাগ্ৰহণ কৰাটো অতি দুৰূহ ব্যাপাৰ আছিল। বহুতে সেইবাবে স্কুললৈ নগৈছিল বা অভিভাৱকেও ল'ৰাক পঢ়ুৱাৰ যত্ন কৰা নাছিল। তেতিয়া ছোৱালীক কোনেও স্কুললৈ নপঠাইছিল। দুই-চাৰিয়ে ঘৰতে কিছু পঢ়া-শুনা কৰিছিল। শ্ৰীচৌধুৰীৰ বায়েক-ভনীয়েকে ঘৰতে কিছু পঢ়া-শুনা কৰিছিল।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী পঢ়া-শুনাত বৰ চোকা আছিল। জয়কান্ত গোস্বামীক অতিকৈ ভক্তি আৰু শ্ৰদ্ধা কৰিছিল। জয়কান্ত গোস্বামী ৰায়চাহাব চৌধুৰীৰো প্ৰিয়পাত্ৰ আছিল। চৌধুৰীৰ গাত নেতৃত্বসুলভ গুণ তেতিয়াৰ পৰাই আছিল। কটলা বৰকুছিত ৰবিৰাম দাস নামৰ আন এজন শিক্ষকে চৌধুৰীক পঢ়াইছিল। দুয়োজন শিক্ষককে তেখেতে শ্ৰদ্ধা কৰিছিল। প্ৰাথমিক শিক্ষা তেখেতে ১৯২০ চনত শেষ কৰি প্ৰমাণপত্ৰ পায়।

আগতে উল্লেখ কৰা হৈছে যে ১৯১৭ চনৰ ১ জানুৱাৰীত ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ যত্নত নলবাৰী গৰ্ডন স্কুল প্ৰতিষ্ঠা হয়। এই গৰ্ডন স্কুলৰপৰা প্ৰথম দলটো ১৯২১ চনত প্ৰৱেশিকা পৰীক্ষাত বহে। ইয়াৰে ৭ জন প্ৰথম বিভাগত উত্তীৰ্ণ হয়। তিনিজনে লেটাৰসহ বৃত্তি পাইছিল। বৃত্তি পোৱাসকল হ'ল—ত্ৰৈলোক্য নাথ গোস্বামীৰ অগ্ৰজ শশীকান্ত গোস্বামী, মাজদিয়াৰ ৰজনীকান্ত গোস্বামী, খাটাবাৰীৰ মধুৰাম দাস আৰু প্ৰথম বিভাগ পোৱা সকল হ'ল—অনুৰাম দাস, ধাতুৰাম তামুলী, ইয়াকুব আলী, গঙ্গাৰাম বৰুৱা আৰু এজন টিহু অঞ্চলৰ। তেখেতৰ নাম সংগ্ৰহ কৰিব পৰা নগ'ল। সেই সময়ত গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সহকাৰী প্ৰধান শিক্ষক স্বনামধন্য শিক্ষাবিদ মণিৰাম দাস, কেশৱ চন্দ্ৰ নাথ, শ্ৰীকান্ত ভট্টাচাৰ্য, পূৰ্ণহৰি দত্ত, ধনেশ্বৰ শৰ্মা, বাকেৰ আলী, মধুৰাম দাস, ভৃগুপতি দত্ত, জয়দেৱ শৰ্মা আদি। জয়দেৱ শৰ্মাদেৱ পাছত গৰ্ডন স্কুলৰ প্ৰধান শিক্ষক হৈছিল। মণিৰাম দাসে ১৯২৭ চনত প্ৰধান শিক্ষক হৈ ১৯৫৫ চনত অৱসৰ পায়। তেতিয়া জয়দেৱ শৰ্মা প্ৰধান শিক্ষক হৈছিল। গৰ্ডন স্কুলৰ ছাত্ৰই আৰম্ভণিৰেপৰাই সুফল দেখুৱাইছিল। সেইবাবে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী অতিশয় আনন্দিত হৈছিল আৰু স্কুললৈ গৈ শিক্ষকসকলক ধন্যবাদ দিছিল। নলবাৰী গৰ্ডন স্কুলৰ যশস্যা চাৰিওফালে বিয়পি পৰিছিল। ১৯৪১ চনত কৈলাশ চন্দ্ৰ ভট্টাচাৰ্যই মেট্ৰিক পৰীক্ষাত প্ৰথম আৰু ১৯৪২ চনত

দীনেশ চন্দ্ৰ মিশ্ৰই ৫ম আৰু ১৯৫৫-৫৬ চনত শ্ৰীকুমুদ শৰ্মাই ৬ষ্ঠ স্থান পোৱাত গৰ্ডন স্কুলৰ খিয়াতি অসমৰ বাহিৰেও বঙ্গদেশতো বিয়পি পৰিছিল। কলিকতালৈ পঢ়িবলৈ যোৱাত কৈলাশ ভট্টাচাৰ্যক বঙালী ছাত্ৰসকলে লুগ ধৰি প্ৰশংসা কৰিছিল। ই নলবাৰীৰ বাবে কম গৌৰবৰ কথা নহয়। ১৯৪১ চনত কৈলাশ চন্দ্ৰ ভট্টাচাৰ্য প্ৰৱেশিকা পৰীক্ষাত প্ৰথম হোৱা বাবে গৰ্ডন স্কুলত এখন ৰাজহুৱা সভা হৈছিল। সেই সভাত তেতিয়াৰ শিক্ষাধিকাৰ এছ. ছি. ৰায়ে সভাপতিত্ব কৰিছিল। সেই সভাত ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীয়ে কৈলাশ চন্দ্ৰ ভট্টাচাৰ্যক সাবটি ধৰি সম্বৰ্দ্ধনা জনোৱাৰ উপৰিও প্ৰধান শিক্ষক মণিৰাম দাসপ্ৰমুখ্যে শিক্ষকসকলক অভিনন্দন জ্ঞাপন কৰিছিল।

সেই সময়ত নলবাৰীৰ উপৰিও ৰঙিয়া, টিহু, বাক্সা অঞ্চল, চামতা, সৰ্থেবাৰী, মুকালমুৱা, হাজো অঞ্চলৰ ল'ৰাই গৰ্ডন হাইস্কুলত পঢ়িছিল। তেতিয়া ছাত্ৰাবাস নাছিল। স্কুলৰ ওচৰত সুৰু সৰু জুপুৰি বান্ধি ছাত্ৰসকলে থাকি পঢ়া-শুনা কৰিছিল। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ চৌহদতো বালিকুছিৰ ডাঃ কাশীনাথ শৰ্মা, বাঁহজানীৰ মুক্তিখুঁজাৰু কৃষ্ণ শৰ্মা প্ৰভৃতিয়ে বহা সাজি, তাতে থাকি পঢ়া-শুনা কৰিছিল। কাশীনাথ শৰ্মাই এসময়ত ৰায় চাহাবৰ নিজৰ ল'ৰাৰ দৰে মৰম-চেনেহ পাইছিল। বৰখালাৰ জয়চন্দ্ৰ শৰ্মাও তাতে আছিল। দুখীয়া ছাত্ৰক ৰায়চাহাবে সহায়ো আগবঢ়াইছিল। এইজন কাশীনাথ শৰ্মাই শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ নিজৰ ককায়েকৰ আসন পূৰাইছিল। ছাত্ৰৰ এই অসুবিধা লক্ষ্য কৰি পাছত গৰ্ডন স্কুলৰ দুটা ছাত্ৰাবাস সাজি দূৰৰ ল'ৰাক থকাৰ সুবিধা কৰি দিছিল। তেতিয়াই প্ৰধান শিক্ষকৰ আবাসগৃহ আৰু অধীক্ষকৰ আবাসগৃহ সজোৱা হৈছিল। এইবোৰ ঘৰৰ এতিয়া চিন-মোকাম নাই, আবাসগৃহও এতিয়া নাই। সেই ছাত্ৰাবাসবোৰ ভাঙি গৰ্ডন হাইস্কুলৰ দুটা নতুন ভৱন নিৰ্মাণ কৰা হৈছে। তাৰ ওচৰতে গৰ্ডন স্কুলৰ খেল পথাৰখন। নতুন ভৱনত হাইস্কুলৰ শ্ৰেণী বহে, পুৰণি চৌহদত কাৰ্যালয় আৰু উচ্চতৰ মাধ্যমিক শ্ৰেণীবোৰ অত্যন্ত অস্বাস্থ্যকৰ পৰিৱেশত চলি আছে। নলবাৰী গৰ্ডন উচ্চতৰ মাধ্যমিক স্কুল অসমৰ ভিতৰতে জাকত জিলিকা স্কুল। এই স্কুলৰ শতবাৰ্ষিকী উৎসৱ ১৯৮৮ চনত মহা সমাৰোহেৰে উদ্‌যাপন কৰা হৈছে।

১৯২০ চনত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক ঐতিহ্যমণ্ডিত গৰ্ডন হাইস্কুলত ৩য় শ্ৰেণীত ভৰ্তি কৰে। তেতিয়া হাইস্কুলত আঠোটা শ্ৰেণী আছিল। হাইস্কুলীয়া কালছোৱাত চৌধুৰীয়ে পঢ়া-শুনা, গান-বাজনা, অভিনয়, কলা আৰু খেল-ধেমালিতো সুখ্যাতি অৰ্জন কৰিছিল। আদৰ্শ আৰু চৰিত্ৰবান ছাত্ৰ হিচাপে শিক্ষকসকলৰপৰাও মৰম-চেনেহ লাভ কৰিছিল। ছাত্ৰসভাত থিয় হৈ বক্তৃতা আদি দিব পাৰিছিল। সেইগুণে প্ৰধান শিক্ষক মণিৰাম দাসদেৱে

চৌধুৰীৰ ওপৰত বিশেষ চকু ৰাখিছিল, তেখেতে চৌধুৰীক শাসনো কৰিছিল, কেতিয়াবা ডাবি-ধমকিও নিদিয়া নহয়। ছাত্ৰ অৱস্থাৰপৰা চৌধুৰীয়ে নেতৃত্বসুলভ গুণৰ অধিকাৰী হ'বলৈ যত্ন কৰিছিল। বয়জ স্কাউটৰ প্ৰশিক্ষণ লৈ বানপানীত দুৰ্গত লোকক আটায়ে লগলাগি সহায় কৰিছিল। গাঁৱে গাঁৱে চাউল তুলি দুৰ্গত লোকক গৰ্ডন স্কুলৰপৰা সহায় কৰা পৰম্পৰা তেতিয়াৰ পৰাই আছিল। তেনে কামত চৌধুৰী আগৰণুৱা আছিল। বিখ্যাত নাট্যকাৰ ছেক্সপিয়াৰে কৈছিল, "Some are born great, Some achieve greatness"। চৌধুৰীয়ে কিশোৰ অৱস্থাৰপৰাই মহত্ত্ব লাভ কৰাৰ অনুশীলন কৰিছিল। স্কুলৰ সৰস্বতী পূজা, সভা-সমিতি আৰু তৰ্ক সভা আদিত যোগ দি যোগ্যতাও অৰ্জন কৰিছিল। এজন উপযুক্ত ছাত্ৰ হিচাপে নিজকে চৌধুৰীয়ে গঢ় দিব পাৰিছিল। ১৯২৮ চনত তেখেত লেটাৰসহ প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। বহু ভাল ভাল ছাত্ৰ তেখেতৰ সহপাঠী আছিল। কৈহাটীৰ প্ৰতাপ চন্দ্ৰ গোস্বামী, পকোৱাৰ অম্বিকাচৰণ চৌধুৰী আদি তেখেতৰ সহপাঠী আৰু বন্ধু আছিল। প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে প্ৰতিযোগিতামূলক বৃত্তি পাইছিল, পাছত অসম লোকসেৱা আয়োগৰ সচিব হৈ অৱসৰ পায়। অম্বিকাচৰণ চৌধুৰীয়ে প্ৰথমতে গৰ্ডন হাইস্কুলৰ শিক্ষক হিচাপে কাম কৰি পাছত স্কুল পৰিদৰ্শক হৈ অৱসৰ পায়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য শ্ৰীনিৰ্মল কুমাৰ চৌধুৰী তেখেতৰ সুযোগ্য পুত্ৰ। তেখেতসকল শ্ৰীচৌধুৰীৰ পৰম আত্মীয়।

গৰ্ডন হাইস্কুলৰপৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ তেখেতে গুৱাহাটীৰ কটন কলেজত ১৯২৮ চনত কলা শাখাত নাম ভৰ্তি কৰে। তেখেত কটন কলেজৰ ২ নং ছাত্ৰাবাসত (বৰ্তমান ৰঞ্জিৎ বৰপূজাৰী ছাত্ৰাবাস) আছিল। কটন কলেজত নাম ভৰ্তি কৰি তেখেতে এখন বিশাল ক্ষেত্ৰ পায়, আৰু অসমৰ বিভিন্ন ছাত্ৰসকলক সহপাঠী হিচাপে পায়, বন্ধুও বৃদ্ধি হয়। তাত অম্বিকাচৰণ চৌধুৰী, প্ৰতাপ চন্দ্ৰ গোস্বামীৰ উপৰিও গণেশ ফুকন (পাছত উপায়ুক্ত), বৰমুৰিকোণাৰ সতীশ চন্দ্ৰ শৰ্মা, নীলমণি বৰঠাকুৰ, দ্বিজেন চৌধুৰী আদি বহুত অন্তৰঙ্গ বন্ধু পায়। এই কালছোৱাত চৌধুৰীয়ে অধ্যয়নৰ উপৰিও অসমৰ বহুতো ঠাই ভ্ৰমণ কৰি অভিজ্ঞতা অৰ্জন কৰে। ৰায়চাহাব চৌধুৰী তেতিয়া অসমৰ বিখ্যাত ব্যক্তি, তেখেতৰ পুত্ৰ বুলি জানি সকলোৱে চৌধুৰীক মৰম-চেনেহ কৰিছিল। তেতিয়া চৌধুৰী চফল ডেকা, গৌৰ বৰ্ণ, নিপোটল চেহেৰা, দেখাত চাহাবৰ দৰে। সাজোন-কাচোন, চাল-চলন সকলোতে পৰিমাৰ্জিত আৰু মৰম লগা। তেতিয়া কলেজত পঢ়োতেও ধুতি আৰু বগা কুৰ্তা। কথা-বতৰাত গহীন-গম্ভীৰ আৰু ৰাজোচিত ধৰণ-কৰণৰ।

চৌধুৰীৰ মাতৃবিয়োগ ঘটে ১৯২৬ চনত, তেতিয়া তেখেতৰ বয়স যোল্ল

বছৰ। তেখেতে মাতৃবিহীন ঘৰখন উকা উকা পাইছিল বুলি নিজেই উল্লেখ কৰিছে। ভেখেতৰ বাইদেউ গিৰিবালাৰ অকাল বৈধব্য ঘটাত তেখেতেই ঘৰখন চম্ভালিছিল। বন্ধত ঘৰলৈ আহিলে তেখেতৰ মনটো মাজে মাজে বিষাদগ্ৰস্ত হৈছিল। তেতিয়া ভনীকেইজনীক মৰম কৰি, পঢ়া-শুনা কৰি সময় কটাইছিল। তেতিয়া তেখেতসকলৰ চ'ৰাঘৰত বহু মানুহৰ সমাগম হৈছিল আৰু চৌধুৰীয়ে এই লোকসকলৰ লগত চিনা-পৰিচয় হোৱাৰ সুযোগ পাইছিল। কামৰূপ জিলাৰ বহু নেতৃস্থানীয় লোকে ৰায়চাহাবক দেখা কৰিবলৈ বা নানা পৰামৰ্শ বিচাৰি আহে। এইসকলৰ বাহিৰে ইংৰাজ বিষয়াকো চৌধুৰীয়ে নিজ ঘৰত লগ পাইছে। ইংৰাজ বিষয়াসকলেও ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰীক সম্ভ্ৰম দেখুৱাইছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে মাজে মাজে খোজকাঢ়ি গাৱঁলৈ গৈছিল আৰু মানুহৰ লগত পৰিচয় হৈছিল। সেই সময়ত যানবাহন নাছিল। চৌধুৰীয়ে মাজে মাজে চাইকেলত উঠিও গাৱঁলৈ ফুৰিবলৈ গৈছিল। তেতিয়া নলবাৰীত মটৰ গাড়ী নাছিল বুলিলেই হয়। চৌধুৰীয়ে ৮০ বছৰ বয়সলৈ চাইকেল চলাই ফুৰা আমি দেখিছো।

সেই সময়ত কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চন চাহাব। তেতিয়া বঙালী অধ্যাপকৰ সংখ্যাই বেছি। অসমীয়া অধ্যাপক তেনেই কম আছিল। বঙালী অধ্যাপকসকল চুনীলাল দে, ইন্দ্ৰভূষণ অধিকাৰী, মৌলবী আবদুল নাচেৰ ওৱাহেদ, পৰেশ নাথ লাহিড়ি, অসমীয়াসকলৰ ভিতৰত ছাৰ ছাদুল্লা, তেখেত ৰসায়ন বিভাগৰ অধ্যাপক। ১৯১৮ চনত ড° সূৰ্যকুমাৰ ভূঞা ইংৰাজীৰ অধ্যাপক নিযুক্ত হয়। তাৰ পাছত ড° বাণীকান্ত কাকতি অধ্যাপক হৈছিল। তাৰ আগেয়ে লক্ষ্মীকান্ত চেটাৰ্জীও অধ্যাপক হৈছিল। পদ্মনাথ বিদ্যাবিনোদ আদি বিদগ্ধ পণ্ডিতে কটন কলেজত অধ্যাপনা কৰিছিল। ভাৰতৰ ভিতৰতে তেতিয়া কটন কলেজৰ স্থান আৰু মান উচ্চ খাপৰ। সেই সময়ত ত্ৰৈলোক্য নাথ গোস্বামী, শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আদি ছাত্ৰসকলে বহুতো ভাৰত বিখ্যাত বিদগ্ধ পণ্ডিতৰ অধীনত পঢ়াৰ সুযোগ পাইছিল। চৌধুৰীয়ে এবাৰ চুডমাৰ্চন চাহাবক ব্যক্তিগতভাবে দেখা কৰাৰ সুযোগ পাইছিল। তেতিয়া আন এজন বিখ্যাত দাৰ্শনিক আৰ. আৰ. থমাছ (খাচিয়া) কটন কলেজৰ অধ্যাপক। হৰ্ষ সেন গণিতশাস্ত্ৰৰ অধ্যাপক। চোকা ছাত্ৰ হিচাপে চৌধুৰীৰ অধ্যাপকসকলৰ লগত ব্যক্তিগত পৰিচয় আছিল। তেখেতসকলৰ সান্নিধ্যই চৌধুৰীক বাৰুকৈ উৎসাহিত কৰিছিল আৰু প্ৰেৰণা যোগাইছিল। তেতিয়া কটন কলেজৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৰ সীমিত হোৱা বাবে শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত যথেষ্ট ঘনিষ্ঠ সম্পৰ্ক থকাটো সহজ আছিল। বৰ্তমানে সকলো কলেজতে ছাত্ৰ-ছাত্ৰীৰ সংখ্যা অতিপাত বৃদ্ধি হোৱা বাবে শিক্ষক-ছাত্ৰৰ

যোগাযোগ নোহোৱাৰ দৰে হৈছে। খুব কম ছাত্ৰইহে অধ্যাপকৰ ওচৰ চাপিব পাৰে।

১৯৩২ চনত চৌধুৰীয়ে বি.এ. পৰীক্ষাত বহিব লাগিছিল, কিন্তু সেই সময়তে তেখেতৰ কনিষ্ঠ ভাতৃ প্ৰমোদৰ অকাল মৃত্যু ঘটে আৰু চৌধুৰীও ৰোগাক্ৰান্ত হয়, সেইবাবে ১৯৩২ চনত বি.এ. পৰীক্ষাত বহিব নোৱাৰিলে। ১৯৩৩ চনত বি.এ. পৰীক্ষাত বহি উত্তীৰ্ণ হয় আৰু চৌধুৰী পৰিয়ালৰ প্ৰথম গ্ৰেজুৱেট হোৱাৰ সন্মান অৰ্জন কৰে। তাৰ আগতে বিচিত্ৰনাৰায়ণ দত্তবৰুৱা বি.এ. আৰু আইনৰ পৰীক্ষাত উত্তীৰ্ণ হয়। তেখেত চৌধুৰীৰ ভনী জোঁৱাই। বিচিত্ৰনাৰায়ণ দত্তবৰুৱাই বি.এ. পাছ কৰি গৰ্ডন স্কুলত শিক্ষক হৈছিল, পাছত চাকৰি ইস্তফা দি গুৱাহাটীত উকীল হয় আৰু লয়াৰ্ছ বুক ষ্টল আৰম্ভ কৰি ওকালতিও বাদ দি ভালদৰে ব্যৱসায়ত লাগে। এতিয়াও লয়াৰ্ছ বুক ষ্টল চলি আছে তেখেতৰ পুত্ৰ শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাৰ পৰিচালনাত। তেওঁ এজন ভাল লেখকো।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ আগতে শিক্ষাবিদ শৰৎ চন্দ্ৰ গোস্বামী আৰু নন্দনতাত্ত্বিক ত্ৰৈলোক্যনাথ গোস্বামী আৰু শশীকান্ত গোস্বামী গ্ৰেজুৱেট হৈছিল। তেখেতসকল নলবাৰী সত্ৰৰ। নলবাৰী সত্ৰৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীৰ আটাইকেইজন পুত্ৰই মেধাবী। শ্ৰীমান প্ৰফুল্ল গোস্বামী আৰু প্ৰদীপ গোস্বামীৰ বাহিৰে আটাইবোৰ উচ্চশিক্ষিত আৰু তেখেতসকলে উচ্চ পদবীও পাইছিল। ত্ৰৈলোক্যনাথ গোস্বামীৰ ভাতৃসকল মেধাবী আৰু আটায়ে উচ্চ শিক্ষিত। বিপিন চন্দ্ৰ গোস্বামী বিখ্যাত সংস্কৃত পণ্ডিত। খাটা মৌজাৰ গাঁও অঞ্চলত কলেজত পঢ়া ছাত্ৰ তেতিয়া একমাত্ৰ বৰমুৰিকোণাৰ সতীশ চন্দ্ৰ শৰ্মা। তেখেত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা নাছিল। তেখেতে গঙ্গাপুখুৰী বৰকুৰিহা হাইস্কুলৰ সহকাৰী শিক্ষক হৈ অৱসৰ পায়। তেখেত চৌধুৰীদেৱৰ ঘনিষ্ঠ বন্ধু আৰু এজন সমাজকৰ্মী। চৌধুৰীদেৱৰ লগতে শৰ্মাই ৰাজহুৱা কামত লাগি চৌধুৰীৰ সহকৰ্মী হ'ব পাৰিছিল। খাটা মৌজাত সেই সময়ত বালিকুছিৰ কাশীনাথ শৰ্মাই ডিব্ৰগড় বেৰি হোৱাইট মেডিকেল স্কুলৰপৰা এল. এম. পি. পাছ কৰি ডাক্তৰ হৈছিল। তেখেত ডাক্তৰ হ'লেও এজন সমাজকৰ্মী আৰু দুখীয়াৰ বন্ধু আছিল। কালাগৰপৰা বালিকুছিলৈ এটা পথ নিৰ্মাণত তেখেতে নেতৃত্ব লৈ পথটো নিৰ্মাণ কৰিছিল। তেওঁৰ নামেৰে বৰমুৰিকোণাত এখন স্কুল হৈছে।

আগতে উল্লেখ কৰা হৈছে যে ১৯২৬ চনত শ্ৰীচৌধুৰীৰ মাতৃ সাৰদা সুন্দৰীৰ মৃত্যু হয়। বাইদেৱাক গিৰিবালা অকালতে বিধবা হয়। তাৰ পাছত কনিষ্ঠ ভাতৃ প্ৰমোদৰ মৃত্যু। ঘৰখনক শোকৰ ছাঁই আগুৰি ধৰে। স্থিতপ্ৰজ্ঞ ৰায়চাহাব চৌধুৰীয়ে মৃতকৰ কাজ-কৰ্ম কৰি আঁতায়। গিৰিবালাই পিতৃগৃহলৈ

উভতি আহি দেউতাকৰ ঘৰখন চাবলৈ ধৰে আৰু সকলো দায়িত্ব মূৰ পাতি লয়। সেই সময়ত চৌধুৰী পৰিয়ালৰ অতি বিশ্বস্ত ব্যক্তি ভাবিৰাম গাঁওবুঢ়া। গাওঁবুঢ়াই ঘৰখনৰ সকলো তদাৰক কৰে। ঘৰখনৰ যাৱতীয় কাম-কাজ নিয়াৰিকৈ সমাধান কৰি ৰাতি ১০ বজাতহে নিজৰ ঘৰলৈ যায়। গাঁওবুঢ়া চৌধুৰী পৰিয়ালৰ এজন হৈ পৰিছিল। ভাতৃবিয়োগৰ পাছত ঘৰখনৰ অলাই আথানি হয়। চৌধুৰী তেতিয়া নৱম মান শ্ৰেণীৰ ছাত্ৰ। ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰীৰ ৫১ বছৰ বয়স। তেখেতে পুনৰ বিবাহ নকৰিলে। গিৰিবালা আৰু ভাবিৰামক ঘৰখন চমজাই দি ৰাইজৰ কামতে লাগি থাকিল। তেখেতৰ মতে, দ্বিতীয় বিবাহে বেছি আহুকালহে সৃষ্টি কৰিব। পাঁচোটা ল'ৰা-ছোৱালীৰ মুখলৈ চাই সংসাৰী নহৈ বাণপ্ৰস্থী হিচাপে ৰাইজৰ সেৱাত লাগে। বৰজীয়ৰী গিৰিবালাক বালিকৰীয়াৰ পাটোৱাৰী বংশত বিয়া দিছিল। তেওঁৰ কোনো সতি-সন্ততি নৌহওঁতেই বিধবা হয়। চৌধুৰীৰ মতে গিৰিবালা অতি বুজা আৰু সকলো কামতে নিপুণ আছিল। দেউতাকৰ ঘৰখনত তেওঁ মাতৃ স্থান পূৰাই ভাই-ভনীহঁতক ডাঙৰ কৰিলে আৰু দেউতাকক সকলো চিন্তাৰ পৰা আজৰি কৰি দিলে। ভাবি গাঁওবুঢ়াই ৰায়চাহাবক হাকিম বুলি সম্বোধন কৰিছিল। সেইবাবে আন লোকেও তেখেতক হাকিম বুলি ভাল পাইছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক ডেকা হাকিম বুলি মৰমতে মাতিছিল।

চৌধুৰীদেৱে কটন কলেজত বি.এ. পঢ়ি থকা সময়ত ৰায়চাহাবে বৰজীয়ৰী আৰু ভাবিৰামৰ লগতহে ঘৰুৱা কথা আলচ কৰিছিল। গাঁওবুঢ়াৰ কথাত ৰায়চাহাবে গুৰুত্ব দিছিল। এদিন ভয়ে ভয়ে গাঁওবুঢ়াই ৰায়চাহাবক ডেকা হাকিমৰ বিয়াখন পতাৰ পৰামৰ্শ দিয়ে। "হাকিম দেউতা, ডেকা হাকিম দেখোন ডাঙৰ হ'ল, ঘৰখনলৈ লখিমী এজনী দেখোন চপাব পাৰি। ঘৰখন ভৰি-পূৰি ঠন ধৰি উঠিব। গৃহিণী নোহোৱা ঘৰখন উকঙা উকঙা। দেউতাই মন কৰিলে হয় আৰু।" চৌধুৰী গহীন-গম্ভীৰ লোক, তৎক্ষণাত একো নকৈ কথাষাৰ শলাগিলে। মনতে ভাবিলে, গাঁওবুঢ়াই বেয়া কথা কোৱা নাই। সি সদায় ভাল চিন্তাই কৰে। ৰায়চাহাবে বৰজীয়ৰীৰ লগতো কথাষাৰ আলোচনা কৰিলে। বৰজীয়ৰীয়েও কথাটো ভাল পালে আৰু এই ক্ষেত্ৰত দেউতাকক ছোৱালীৰ অনুসন্ধান কৰিবলৈ ক'লে। চৌধুৰীয়ে চিঠি-পত্ৰ লিখি গোপনে ছোৱালীৰ অনুসন্ধান আৰম্ভ কৰিলে। সেই সময়ত চেঙাৰ ৰমানন্দ চৌধুৰী ধুবুৰীত মেজিষ্ট্ৰেট। ৰমানন্দ চৌধুৰীয়ে সম্বন্ধ কৰাৰ আগ্ৰহ প্ৰকাশ কৰিলে। সেইমতে ৰায়চাহাবে ধুবুৰীলৈ গৈ ৰমানন্দ চৌধুৰীৰ কন্যাক চাই-মেলি পচন্দ কৰি আশীৰ্বাদ দিলে। বিয়া পতাৰ খাটাং সিদ্ধান্ত হ'ল। ভাল মানুহ আৰু উচ্চ বংশত সম্বন্ধ কৰিবলৈ পাই চৌধুৰীৰ মনটো ভাল লাগিল। ঘৰলৈ আহি বৰজীয়ৰী আৰু গাঁওবুঢ়াৰ লগতো আলোচনা কৰিলে। গাঁওবুঢ়া আনন্দত

আত্মহাৰা। চৌধুৰীৰ নিৰ্দেশমতে বৰজীয়ৰী আৰু গাঁওবুঢ়ায়ো ছোৱালী চাই আহিলগৈ। ছোৱালী ধুনীয়া, ক'তো ক্ষতি-খুন নাই। তাৰ পাছত পুতেকক কথাটো জনাবলৈ ভাবিৰামক আদেশ কৰিলে। ডেকা হাকিম চৌধুৰীয়ে পিতৃ বাক্য শিৰোধাৰ্য কৰি এদিন ভাবিৰামৰ লগত গৈ ছোৱালী পচন্দ কৰি আহিল। ভাবিৰামে ৰায়চাহাবক জনালে যে চৌধুৰীৰ ছোৱালী পচন্দ হৈছে, দেউতাকৰ সিদ্ধান্তই শেষ সিদ্ধান্ত। পিতৃৰ একান্ত বাধ্য পুত্ৰ চৌধুৰীয়ে দেউতাকৰ ইচ্ছাতে মত দিলে। ১৯৩০ চনত ৰমানন্দ চৌধুৰীৰ কন্যা গিৰিজা সুন্দৰীৰ লগত শ্ৰীচৌধুৰীৰ বিয়া সম্পন্ন হ'ল। ৰায়চাহাবেও বহু মানুহক নিমন্ত্ৰণ কৰি মহা সমাৰোহেৰে জাকজমককৈ পুতেকৰ বিয়া পাতিলে। সেইখন তেতিয়াৰ নলবাৰী-খাটাবাৰীত এখন ডাঙৰ বিয়া। বহুত দিনলৈ সকলোৰে মনৰ সাঁচ বহি ৰ'ল।

সেই সময়ত নলবাৰীৰপৰা বৰপেটা, নগাঁও বা চেঙালৈ যোৱা বাট-পথ সুচল নাছিল। ম'হৰ গাড়ীৰ বাহিৰে আন যানবাহন তালৈ নিয়া সম্ভৱ নাছিল। নলবাৰীৰপৰা পল্লা ৰোডৰ চিনহে আছিল। মানুহে খোজ কাঢ়িহে যাতায়াত কৰিছিল। সেইবাবে চৌধুৰীৰ বৰযাত্ৰী ৰেলেৰে বৰপেটা ৰোডলৈ গৈছিল। তাৰপৰা বৰপেটাৰ বিখ্যাত ব্যক্তি ধনীৰাম তালুকদাৰে দুখন বাছ বন্দবস্ত কৰি দিছিল। সেই বাছেৰে নগাঁও হৈ কোনোমতে চেঙালৈ যাব পাৰিছিল। তেতিয়া চৌধুৰীৰ বয়স ২০ বছৰ আৰু পত্নীৰ বয়স চৈধ্য বছৰ। এনেদৰে বি.এ. পঢ়ি থকা অৱস্থাতে তেখেতৰ বিবাহ সম্পন্ন হয়, ঘৰখনলৈ লক্ষ্মী অহাত সকলোৰে আনন্দ। ন-কইনাৰ হাতৰ পৰশত ৰায়চাহাব চৌধুৰীৰ ঘৰখন আকৌ সজীৱ হ'ল, ৰং-তামাচা কৰি সকলোৱে আনন্দ প্ৰকাশ কৰিলে। আনন্দমুখৰ পৰিবেশ ফিৰি আহিল। ৰায়চাহাবে হিয়া উবুৰিয়াই পো-বোৱাৰীক আশীৰ্বাদ দিলে। ঘৰৰ দায়িত্ব গিৰিবালাৰে থাকিল। গিৰিবালাক মানি চলিবলৈ ধৰে নতুন বোৱাৰীয়ে। ১৯৩৩ চনত চৌধুৰী বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰলৈ উভতি আহে।

### ৩. জীৱনৰ লক্ষ্য আৰু আদৰ্শ নিৰ্ণয়

বি.এ. পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰলৈ অহাৰ পাছত আন দহজনৰ দৰে জীৱনৰ লক্ষ্য স্থিৰ কৰি জীৱিকা অৰ্জন কৰাৰ চিন্তা শ্ৰীচৌধুৰীৰ মনলৈ আহিছিল। জীৱিকা অন্বেষণ কৰাৰ কথাও মনলৈ আহিছিল। সাধাৰণতে মানুহে শিক্ষা-দীক্ষা গ্ৰহণ কৰাৰ পাছত চাকৰি-বাকৰি বা ব্যৱসায়-বাণিজ্য কৰাৰ চিন্তা মনলৈ আহে। সেই সময়ত ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী ইংৰাজ চৰকাৰৰ অধীনত এজন অতি প্ৰভাৱশালী ব্যক্তি। ইচ্ছা কৰা হ'লে চৌধুৰীয়ে মেজিষ্ট্ৰেটৰ পদবী সহজে পালেহেঁতেন, নাইবা আইন পঢ়ি এজন

নাম কৰা আইনজীৱীও হ'ব পাৰিলেহেঁতেন, তেনে কৰা হ'লে প্ৰচুৰ ধন-সম্পত্তি আৰ্জি এটা আৰামৰ, আড়ম্বৰপূৰ্ণ, সুন্দৰ জীৱন যাপন কৰিব পাৰিলেহেঁতেন। উত্তম চন্দ্ৰ বৰুৱাৰ পুত্ৰ খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ দৰে উপায়ুক্ত বা আয়ুক্ত হৈ বিলাসী জীৱন যাপন কৰিব পাৰিলেহেঁতেন। এই ক্ষেত্ৰত পুতেকৰ জীৱনৰ লক্ষ্য কি বা কি আদৰ্শ গ্ৰহণ কৰি আগবাঢ়িব, ৰায়চাহাবে সুধিছিল আৰু পুতেকৰ ইচ্ছাত তেওঁ অন্তৰায় নহ'ব বুলিও কৈছিল। ৰায় চাহাবে মতামত বিচাৰিছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে কেইদিনমান সময় লৈ চিন্তা কৰি উত্তৰ দিব বুলি দেউতাকক জনালে। সেই সময়ত অসমৰ চীফ ছেক্ৰেটেৰীৰ লগতো ৰায়চাহাবৰ খুব খাতিৰ আছিল, সেইমৰ্মে চীফ ছেক্ৰেটেৰীয়ে এটা চৰকাৰী মৰ্যাদাপূৰ্ণ চাকৰি যাচি দিছিল, এই কথাও চৌধুৰীয়ে জানিছিল। চীফ ছেক্ৰেটেৰীৰ অনুগ্ৰহ লাভ কৰি ডাঙৰ চাকৰি পোৱাটো তেওঁৰ বাবে অতি সহজ আছিল। ইচ্ছা কৰা হ'লে গণেশ ফুকনৰ সমমৰ্যাদাৰ কাম এটা ল'ব পাৰিলেহেঁতেন; জিলাৰ উপায়ুক্তৰ লেখীয়া কাম পোৱাটো নিশ্চিত আছিল। কিন্তু কেইবাদিনো চিন্তা কৰি তেওঁ দেউতাকক জনালে যে তেওঁ চাকৰি নকৰে—পিতৃ-পিতামহৰ আদৰ্শ শিৰোধাৰ্য কৰি যি পাৰে সমাজৰ কামতে ব্ৰতী হ'ব। এটা সাধাৰণ জীৱনকে আঁকোৱালি ল'ব। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী আচৰিত হোৱা নাছিল, বৰং এনে এটা উত্তৰেই তেওঁ পুতেকৰপৰা বিচাৰিছিল। তেওঁ নিজৰ সন্তানক হাড়ে-হিমজুৰে চিনি পাইছিল। পুতেকৰ সিদ্ধান্তত সন্তোষ প্ৰকাশ কৰি আশীৰ্বাদ দিছিল— "তুমি নিশ্চয় আমাৰ বংশৰ পৰম্পৰা ৰক্ষা কৰি ৰাইজৰ এজন হৈ সুখ্যাতি অৰ্জন কৰিব পাৰিবা।" ৰাইজৰ দুখ-দুৰ্গতিৰ সমভাগী হৈ জনসাধাৰণৰ মঙ্গলৰ বাবে নিজৰ সাধ্যানুসাৰে কাম কৰিবা। ৰাইজেই ৰজা। শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীয়ে চাকৰিৰ মোহ আৰু আড়ম্বৰপূৰ্ণ জীৱনৰ মোহ ত্যাগ কৰিব পাৰিছিল। ই কম ত্যাগ নহয়। যো ধ্ৰুবানি পৰিত্যজ্য অধ্ৰুবানি নিষেৱতে। নিশ্চিত প্ৰাপ্তিক অস্বীকাৰ কৰি অনিশ্চিত অনাগত ভৱিষ্যতক আদৰিবলৈ চৌধুৰীয়ে সংকল্প কৰিলে।

ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ জীৱনৰ ধাৰা সমাজসেৱাই ডেকা চৌধুৰীকো বাৰুকৈয়ে আকৰ্ষণ কৰিছিল। নলবাৰী, বৰঙিয়া, টিহু, বাস্কা আদি অঞ্চলৰ মুৰব্বী, নেতৃস্থানীয় লোকসকলক ৰায়চাহাবৰ বৈঠকখানাত নানা ধৰণৰ আলচ কৰা, সমাজৰ উন্নতিমূলক কামৰ আঁচনি কৰা চৌধুৰীয়ে দেখিছিল, শুনিছিল আৰু তাৰপৰাই সমাজৰ কামলৈ আকৰ্ষিত হৈছিল। সেই গুণে ২৩ বছৰ বয়সৰপৰাই সামাজিক কামলৈ ধাউতি বাঢ়িছিল আৰু সেই কাৰণে নিজক সমাজৰ কামতে উৎসৰ্গিত কৰিছিল। নিজৰ জমিৰ সীমিত আয়ৰ ওপৰত নিৰ্ভৰ কৰি জীৱননিৰ্বাহৰ সংকল্প লৈছিল। চৰকাৰী চাকৰিৰ

নিশ্চিত আয়ৰদ্বাৰা আৰামৰ জীৱন যাপন কৰি, অট্টালিকাত বাস কৰি, মটৰ গাড়ীত ফুৰাৰ সুযোগ ত্যাগ কৰিলে। এজন আঢ্যৱন্ত লোক হোৱাৰ হেঁপাহ এৰিলে আৰু সমাজৰ সেৱক হোৱাৰ কণ্টকময় পথ বাছি ল'লে। এনে ত্যাগ বিৰল। এতিয়া তেখেতে এটা সৰু ঘৰৰ দুটা সৰু কোঠালিত সন্ন্যাসীৰ দৰে অতি সাধাৰণভাৱে বাস কৰি আছে। দৈন্যৰ ছাপ তেওঁৰ সংসাৰত বিৰাজমান। সদায় প্ৰফুল্ল বদন। দুখ, শোক, বেদনা, অভাৱৰ কথা কেতিয়াও কাৰো আগত নুলিয়ায়। কাকো নিজৰ অভাৱৰ কথা প্ৰকাশ নকৰে। এইজনেই খাটাবাৰীৰ সম্ভ্ৰান্ত পৰিয়ালৰ শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী। এজন প্ৰকৃত নিঃস্বাৰ্থ লোকসেৱক।

**৪. প্ৰথম পদক্ষেপ ঃ উত্তৰ কামৰূপ কৃষক সভা**

১৯০৯ চনত প্ৰতাপনাৰায়ণ চৌধুৰী খাটা মৌজাৰ মৌজাদাৰ নিযুক্ত হয়। তেতিয়াৰপৰা তেখেতে খাটা, বৰভাগ, বনভাগ, পকোৱা, ধৰ্মপুৰ মৌজাকে ধৰি গোটেই উত্তৰ কামৰূপৰ মুৰব্বী লোকসকলক লগ ধৰি কৃষকসকলৰ সমস্যাৰ বিতং আলোচনা কৰি, তেওঁলোকৰ সমস্যাৰ এটা সম্যক ধাৰণা কৰিছিল। তেখেতে বিশ্বাস কৰিছিল, কৃষকসকলৰ আৰ্থিক উন্নতি নহ'লে দেশখন আগবাঢ়িব নোৱাৰে। ভাৰতৰ শতকৰা ৮৫ ভাগ গাৱঁৰ বাসিন্দা আৰু তাৰে সৰহসংখ্যকেই কৃষক। মৌজাদাৰ হিচাপে তেখেত তেতিয়া কংগ্ৰেছৰ সদস্য নহয়। অসমত কংগ্ৰেছ আন্দোলন আৰম্ভ হয় ১৯২১ চনত, কিন্তু প্ৰতাপনাৰায়ণ চৌধুৰীয়ে ৰাইজৰ কাম আৰম্ভ কৰে ১৯০৪ চনতে। তেখেতে গান্ধীজীৰ গঠনমূলক কামৰ আঁচনি সম্পূৰ্ণৰূপে বিশ্বাস কৰিছিল। ২০ দশকত কৃষকৰ অৱস্থা পানীত হাঁহ নচৰা। প্ৰতি বছৰে পাগলাদিয়া, বৰলীয়া, নোনা আৰু পুঠিমাৰী নদীৰ প্ৰবল বানপানী, হালৰ হালোৱা গৰুৰ মৃত্যু, ভাল সঁচ বা কঠীয়াৰ আৰু সাৰৰ অভাৱ, তদুপৰি ঋণৰ বোজা। মহাজনৰপৰা অতি বেছি সুদত কৃষকে টকা ধাৰলৈ লৈ আধা মূলে পথাৰতে শস্য বিক্ৰী কৰিব লাগে। এইবোৰ সমস্যাৰ বুজ লয় শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে। কেতিয়াবা চাইকেল চলাই, কেতিয়াবা খোজকাঢ়ি, গাঁওবিলাকত ভ্ৰমণ কৰে আৰু মুখিয়ালসকলক লগ ধৰে। সেই সময়ত সন্ধ্যাৰ নিৰিৰাম তালুকদাৰ মেম্বৰ, নাৰায়ণ চন্দ্ৰ মহাজন, মনহৰি তালুকদাৰ মহাজন, হোমেশ্বৰ তালুকদাৰ মেলেকী, ভুনকুছিৰ হেমচন্দ্ৰ দত্ত, সভাৰাম ডেকা মহৰী, গুৱাকুছিৰ ৰূপকান্ত শৰ্মা দলৈ, কেদাৰনাথ শৰ্মা দলৈ, কোঠৰাৰা দৈব্য পাটোৱাৰী, যুদ্ধ পাটোৱাৰী, ঘগ্ৰাপাৰৰ মহীৰাম মজুমদাৰ, ঘগ্ৰাপাৰৰ ৰহমৎ আলী, সোণকানিৰ গোপী ভূএগ্ৰা, বাউথী উদয়পুৰৰ চণ্ডীচৰণ তালুকদাৰ মেম্বৰ, বৰমুৰিকোণাৰ বিদ্যাধৰ চক্ৰৱৰ্তী সদাগৰ,

জগন্নাথ শৰ্মা কবিৰাজ, সতীশ চন্দ্ৰ শৰ্মা, ৰত্নেশ্বৰ শৰ্মা মেম্বৰ, সুতাৰকুছিৰ গজি মহৰী, কৰ্দৈতোলাৰ শুক্ৰামোল্লা, বিয়াবৰ আলী, ভদ্ৰাৰ বিষ্ণুচৰণ মজুমদাৰ, তিলানাৰ ধাতুৰাম তামুলী মণ্ডল, বস্তি মেম্বৰ, বালিকুছিৰ ডা° কাশীনাথ শৰ্মা, কালাগৰ গোলোক কাকতি (চাহাব), পুষ্পনাথ দলৈ, হৰেন্দ্ৰনাথ ভট্টাচাৰ্য, কালাগৰ গম্ভীৰা মেলেকী, কছাৰপাৰৰ সোণাপতি শৰ্মা অধ্যাপক, আঠঘৰীয়াৰ নবীন চন্দ্ৰ ভট্টাচাৰ্য, বৰকুৰিহাৰ ৰাজানাথ শৰ্মা সদাগৰ, সোণকুৰিহাৰ পদ্মনাথ শৰ্মা আৰু ধনেশ্বৰ শৰ্মা মাষ্টৰ, দেউপতি সদাগৰ, পাজিপৰৰ শ্ৰীকান্ত চেয়াৰমেন, উদীয়নাৰ বালিৰাম কাকতি মহৰী, চকলাপুৰৰ সৰ্বেশ্বৰ চক্ৰৱৰ্তী, পাৰোৱাৰ দেবানন্দ সদাগৰ, পাজিপৰৰ ডা° গোপেশ্বৰ চক্ৰৱৰ্তী, দীঘেলীৰ সোণাপতি ভট্টাচাৰ্য চেয়াৰমেন, শুক্ৰেশ্বৰ দলৈ, ৰবিচন্দ্ৰ ভট্টাচাৰ্য, শংকৰ ভট্টাচাৰ্য, তেৰেচিয়াৰ প্ৰতাপ চন্দ্ৰ দত্ত, জাপাৰকুছিৰ মমত মেম্বৰ, হৰিচৰণ পাঠক, বৰকুৰাৰ কণক চন্দ্ৰ বৰ্মা, নলবাৰী সত্ৰৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী, কটলা বৰকুছিৰ শ্ৰীকান্ত চৌধুৰী, ভৈৰব চন্দ্ৰ চৌধুৰী, বলোৰাম দাস, ক্ষুদিয়া সত্ৰৰ গোবিন্দকৃষ্ণ আৰু ডা° হৰেকৃষ্ণ গোস্বামী, কৈৰাৰাৰ নন্দেশ্বৰ চক্ৰৱৰ্তী, বলাকুছিৰ অঙ্গদসেন বৰকাকতি মৌজাদাৰ, সত্যসেন বৰকাকতি, সুবৰ্ণসেন বৰকাকতি, পকোৱাৰ ডা° প্ৰভাত চন্দ্ৰ শৰ্মা, বৰনৰ্দিৰ কৰুণাকান্ত ভট্টাচাৰ্য, বালিলেছাৰ অৰুণ চন্দ্ৰ গাঁওবুঢ়া আৰু গোষ্ঠোৰাম মহন্ত, নামদণ্ডাৰ হেমচন্দ্ৰ মজুমদাৰ, দেবীৰাম কলিতা, হৰকান্ত কলিতা মহাজন, আজাৰাৰ ৰমানন্দ ভট্টাচাৰ্য, নলবাৰীৰ দণ্ডীৰাম মহাজন, সন্ধেলিৰ ললিত চন্দ্ৰ ডেকা মহাজন, নলবাৰীৰ দেহজুৰ আলী মহাজন, হুচান মহাজন আদি মুখিয়াল আৰু প্ৰভাৱশালী লোক। এইসকলক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে ব্যক্তিগতভাৱে লগ ধৰি কৃষকৰ সমস্যাবোৰৰ বিষয়ে আলচ কৰে। এইসকল লোকৰ লগত পৰামৰ্শ কৰি ৰাইজৰ কামত লাগে। এইসকল ব্যক্তিক বিশ্বাসত লৈ ১৯৩৩ চনত সন্ধ্যাৰ ৰাজ কদমতলাত উত্তৰ কামৰূপ কৃষক সভা অনুষ্ঠিত হয় আৰু কৃষকৰ উন্নতিকল্পে এটা নতুন অনুষ্ঠানে গঢ় লয় শ্ৰীচৌধুৰীৰ নেতৃত্বত। এই সভাত নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে সভাপতিত্ব কৰে। তাত সক্ৰিয় অংশগ্ৰহণ কৰে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীয়ে। উত্তৰ কামৰূপ কৃষক সভাৰ ছেক্ৰেটেৰী নিৰ্বাচিত হয় শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী। দহ বছৰমান এই অনুষ্ঠান সক্ৰিয় হৈ আছিল আৰু কৃষক ৰাইজৰ মঙ্গলৰ হকে ভালেমান কাম কৰা হৈছিল। কৃষকৰ সমস্যাসমূহ চৰকাৰৰ দৃষ্টিগোচৰ কৰা হৈছিল। ছিলঙলৈ গৈ তেতিয়াৰ মন্ত্ৰীসকলক সকলো কথা অৱগত কৰি স্মাৰক পত্ৰযোগে বহুত দাবীও উত্থাপন কৰা হয়। ছাৰ ছাদুল্লা তেতিয়া অসমৰ মুখ্যমন্ত্ৰী। তেখেতে ৰাইজৰ দাবীবোৰ মনোযোগ দি শুনে আৰু কাম কৰাৰ

আশ্বাসো দিয়ে। তেতিয়াৰ অসম গৱৰ্ণৰকো কৃষক সভাৰ তৰফৰপৰা শ্ৰীচৌধুৰীয়ে লগ ধৰে। গৱৰ্ণৰ চাহাবে কৃষক সভাৰ গঠনমূলক কামৰ প্ৰশংসা কৰে। তাৰ পাছতে নলবাৰীত কৃষিবিভাগৰ কাৰ্যালয় খোলা হয়। কৃষি বিষয়াসকলে গাৱেঁ গাৱেঁ গৈ কৃষকক দিহা-পৰামৰ্শ দি বহু কাম কৰাইছিল। এই কৃষক সভাৰ জৰিয়তে বাট-পথ নিৰ্মাণ, দলং নিৰ্মাণ কৰা কামো হাতত লোৱা হৈছিল। সেই সময়তে মথুৰা চলা পথ, সোনামতি পথ, নলবাৰী-বালিলেছা-কমাৰকুছি পথ নিৰ্মাণৰ আঁচনি লোৱা হৈছিল। পাগলাদিয়া নদীৰ ওপৰত স্থায়ী পকী দলং নিৰ্মাণৰ বাবে চৰকাৰৰ ওচৰত দাবী উত্থাপন কৰা হৈছিল। চৌধুৰীৰ নেতৃত্বত ৰাইজৰ শ্ৰমদানেৰে বাট-পথ মেৰামতি আদিৰ কামো কৰা হৈছিল। এই কামৰ জৰিয়তে ১৯৩৩ চনৰপৰা ক্ৰমে ৰাইজৰ কামত আত্মনিয়োগ কৰিবলৈ ধৰে। নিজৰ মান-মৰ্যাদাৰ কথাৰ প্ৰতি বা ভেমৰ প্ৰতি সচেতন নহৈ ৰাইজৰে এজন হ'বলৈ তেওঁ যত্নৰ ক্ৰুটি কৰা নাছিল। ১৯৪২ চনমানৰপৰা কৃষক সভা নিষ্ক্ৰিয় হৈছিল যদিও কৃষক সভাৰ কামৰ সুফল ৰাইজে ভোগ কৰিব পাৰিছিল। চৌধুৰীৰ নেতৃত্বত গাঁওবিলাকতো এটা জাগৰণ আহে। লোকেল ব'ৰ্ডৰ ওপৰতো যথেষ্ট হেঁচা দিয়া হৈছিল, সেই সময়ত ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী গুৱাহাটী লোকেল ব'ৰ্ডৰ মেম্বৰ। তেখেতে বাট-পথ, দলং আদিৰ বাবে ধনৰ যোগান ধৰিছিল। গাৱঁৰ মুখিয়ালসকলেও চৌধুৰীৰ দিহা-পৰামৰ্শ লৈ ৰাইজৰ কামত লাগে। সেই সময়ত নিঃস্বাৰ্থভাৱে ৰাইজৰ কাম কৰা লোকৰ সংখ্যা তেনেই সীমিত আছিল।

দৰিদ্ৰ জনসাধাৰণৰ অৰ্থনৈতিক মুক্তিৰ কথা চিন্তা কৰি তেখেতে কাম আৰম্ভ কৰে। জনসাধাৰণৰ অৰ্থাৎ কৃষকৰ অৱস্থাৰ উন্নতি নহ'লে দেশখনৰ উন্নতি হোৱাৰ কল্পনা কৰিব নোৱাৰি। সেইবাবে চৌধুৰীয়ে জনসেৱাত ব্ৰতী হৈ কৃষকৰ মাজত সোমাই সংগঠন তীব্ৰ কৰি তোলাত দেহে-কেহে লাগিছিল। পিতৃ চৌধুৰীদেৱেও এই কামত তেখেতক উৎসাহ-উদ্দীপনা যোগাইছিল। বোধকৰো এইবাবে তেখেতে দলীয় সংগঠনত সোমাই ৰাজনৈতিক সীমাবদ্ধতাৰ মাজত কাম কৰাতকৈ মুকলিমূৰীয়াকৈ কাম কৰাটো অধিক সমীচীন বুলি ভাবিছিল। ৰাজনৈতিক নেতাসকললৈ তেখেতৰ শ্ৰদ্ধা পূৰামাত্ৰাই আছিল আৰু তেনে নেতাসকলক মান-সন্মান কৰি চলিছিল। তেখেত জাতীয় আন্দোলনৰ বিৰোধী নাছিল। ১৯৩০ চনত তেখেত কলেজীয়া ছাত্ৰ। সেই সময়ত তেখেতে কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ সপক্ষে ক'তো মাত মতা নাছিল। সেই সময়ত কানিংহাম চাৰ্কুলাৰৰ বিপক্ষে বিৰাট শোভাযাত্ৰা ওলাইছিল। সেই সময়ত তেখেতৰ সহপাঠী কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী, ৰামনাথ দাস (পাছত দুয়ো মন্ত্ৰী), গণেশ ফুকনৰ (পাছত উপায়ুক্ত

আৰু আয়ুক্ত) লগত শোভাযাত্ৰাত যোগ দিছিল আৰু চাৰ্কুলাৰৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ কৰিছিল। তথাপি তেখেতে দলীয় ৰাজনীতিৰ মাজত সোমাই নপৰি নিজৰ স্বকীয়তা বজাই ৰাখিছিল আৰু সকলো দলৰ কৰ্মীৰ লগত ভাব বিনিময় কৰি সমাজৰ কামতহে অধিকভাৱে গুৰুত্ব দিছিল। চৰকাৰী আৰামৰ চাকৰিৰ লোভ সম্বৰণ কৰিব পাৰিছিল। এই ক্ষেত্ৰত তেওঁ দৃঢ়প্ৰতিজ্ঞ আছিল আৰু নিজে কেতিয়াও ভুল কৰা বুলি নাভাবিছিল।

### ৫. সমবায় আন্দোলনত প্ৰৱেশ ঃ নলবাৰী চেণ্ট্ৰেল কো-অপাৰেটিভ বেংক লিমিটেড্

১৯০৪ চনত ভাৰত চৰকাৰে সমবায় আইন প্ৰণয়ন কৰে। তেতিয়াৰপৰা অসম চৰকাৰে সমবায় আন্দোলনত গুৰুত্ব দিবলৈ ধৰে। তাৰ পাছতে অসম চৰকাৰে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীক সমবায় বিভাগৰ অনাৰেৰী অৰ্গেনাইজাৰ নিযুক্ত কৰে। কৃষক ৰাইজ সততে দুখীয়া, মূলধন গোটাব নোৱৰাটো কৃষকৰ এটা ডাঙৰ সমস্যা। বেছিভাগ কৃষকেই ঋণগ্ৰস্ত। কৃষকক আৰ্থিক সকাহ দিয়াৰ বাবে চৰকাৰে গাৱঁত ঋণদান কৰা সমবায় সমিতি গঠনত অধিক গুৰুত্ব দিয়ে। নলবাৰী অঞ্চলতো গাৱেঁ-ভূঞে এনে গাঁৱলীয়া বেংক বহুতো গঠন হৈছিল। সেই সময়ত নলবাৰী, ৰঙিয়া, টিহু, পাঠশালা, বাস্কা আদি অঞ্চলৰ বাবে প্ৰতাপনাৰায়ণ চৌধুৰী সমবায় অৰ্গেনাইজাৰ। তেখেতে ৰাইজ আৰু অসম চৰকাৰৰ সহযোগত ১৯১৮/১৯ চনত নলবাৰীত এটি কেন্দ্ৰীয় সমবায় বেংক লিমিটেড্ নামৰ বেংক স্থাপন কৰে। এই বেংকৰ প্ৰতিষ্ঠাপক সভাপতি ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী ডাঙৰীয়া। এই বেংকৰ জৰিয়তে গাৱঁলীয়া সমবায় সমিতিবোৰক অৰ্থৰ যোগান ধৰা হয়। ১৯৩৪ চনলৈ প্ৰতাপনাৰায়ণ চৌধুৰী এই কেন্দ্ৰীয় সমবায় বেংক লিমিটেডৰ সভাপতি হিচাপে কাৰ্য সম্পাদন কৰিছিল। পিতৃৰ সমবায় অনুষ্ঠানৰ প্ৰতি প্ৰীতি আৰু একনিষ্ঠা আৰু গাৱঁলীয়া অৰ্থনীতিত ইয়াৰ কাৰ্যকাৰিতা দেখি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী সমবায় অনুষ্ঠানৰ প্ৰতি আগ্ৰহান্বিত হয়। তেখেতৰ মতে কৃষকৰ উন্নতি সাধনৰ একমাত্ৰ অনুষ্ঠান সমবায় অনুষ্ঠান। ১৯৩৪ চনত মাত্ৰ ২৪ বছৰ বয়সত শ্ৰীচৌধুৰীদেৱ নলবাৰী কেন্দ্ৰীয় সমবায় বেংক লিঃৰ সভাপতি নিৰ্বাচিত হয় আৰু কাৰ্যভাৰ গ্ৰহণ কৰে। সেই সময়ৰপৰা শ্ৰীচৌধুৰীদেৱ কেৱল নলবাৰীতে নহয়, গোটেই অসমতে 'সমবায়' সেৱাত জড়িত হৈ পৰে। অসম চৰকাৰে এল্ ডব্লিউ-৩৮/৪১ নং বিজ্ঞপ্তিৰ যোগে তেখেতক সমবায় সমিতিৰ অনাৰেৰী অৰ্গেনাইজাৰ নিযুক্ত কৰে। এয়ে তেখেতৰ প্ৰতি অসম চৰকাৰৰ প্ৰথম চৰকাৰী স্বীকৃতি। তেতিয়াৰপৰা আজিলৈকে তেখেতৰ নামত সমবায়

অনুষ্ঠান গঢ়িছে আৰু বৰ্তমানেও সক্ৰিয়ভাৱে লাগি আছে। তেখেতে এতিয়া আক্ষেপ কৰে যে এতিয়া সমবায় অনুষ্ঠানত চৰকাৰী হস্তক্ষেপ বৃদ্ধি হৈছে আৰু সমবায় কৰ্মীৰো কিছু অভাৱ হৈছে।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱৰ দীঘলীয়া কৰ্মজীৱন তিনিটা মূল ভাগত ভাগ কৰি আলোচনা কৰিব পাৰি। প্ৰথমডোখৰ কাল ১৯৩৩ চনৰপৰা ১৯৫৬ চনলৈ মুঠ ২৪ বছৰ, অৰ্থাৎ ২২ বছৰ বয়সৰপৰা ৪৬ বছৰ বয়সলৈ। সেই সময়ত, অৰ্থাৎ ১৯৪৯ চনলৈ ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী জীৱিত আছিল। নানা দিহা-পৰামৰ্শ দি নবীন যুৱক চৌধুৰীক পিতৃয়ে এজন যোগ্য, কৰ্মঠ সমাজকৰ্মীৰূপে গঢ়ি তুলিছিল আৰু তাত তেখেত কৃতকাৰ্যও হৈছিল। সেই সময়ত চৌধুৰীয়ে পৰাধীন দেশখনৰ সামাজিক আৰু ৰাজনৈতিক সমস্যাবোৰৰ অধ্যয়ন কৰি নিজৰ অনুশীলনৰ মাজেদি বুদ্ধিদীপ্ত মনটো সুচিন্তিত আদৰ্শেৰে পৰিপুষ্ট কৰি তুলিব পাৰিছিল। এই কালডোখৰতো প্ৰতিটো দিন তেখেতে কৰ্মব্যস্ত হৈ কটাইছিল। তদুপৰি বিস্তৃত ভ্ৰমণ আৰু যোগাযোগৰ মাধ্যমত উত্তৰ কামৰূপৰ মুখিয়ালসকলৰ লগত দেখা-সাক্ষাৎ কৰি প্ৰচুৰ জনসম্পৰ্ক স্থাপন কৰিছিল। তেখেতে কেৱল খাটা মৌজাতে কৰ্মক্ষেত্ৰ আৱদ্ধ নেৰাখি গোটেই অসমখনৰ লগতে যোগাযোগৰ প্ৰচেষ্টা অব্যাহত ৰাখিছিল। তেনেদৰে শ্ৰীচৌধুৰী অসমৰ বিভিন্ন প্ৰান্তত জনাজাত হৈ উঠিছিল।

তেখেতৰ জীৱনৰ দ্বিতীয়ডোখৰ কাল ১৯৫৭ চনৰপৰা ১৯৭২ চনলৈ। এই ১৫ বছৰ তেখেত বিধানসভাৰ ভিতৰে-বাহিৰে সক্ৰিয় ৰাজনীতিজ্ঞ। যদিও ১৯৬২ চনৰপৰা ১৯৬৬ চনলৈ তেখেত বিধানসভাৰ ভিতৰত নাছিল, তথাপি তেখেত কেতিয়াও হতাশগ্ৰস্ত হোৱা নাছিল—বৰঞ্চ নিজৰ দুৰ্বলতা বা কাম কৰাৰ নীতিত ক'ৰবাত কিবা ত্ৰুটি-বিচ্যুতি আছে নেকি তাক ভালদৰে অনুধাবন কৰি নিজৰ কৰ্মপন্থা সতেজ কৰি তুলিছিল। নিৰ্বাচনত পৰাজয় বৰণ কৰা বাবে কাকো দোষাৰোপ নকৰি সকলোকে নিজৰ মতলৈ অনাতহে অধিক গুৰুত্ব দিছিল। কামৰ গতিও তীব্ৰতৰ কৰি তুলিছিল।

তেখেতৰ জীৱনৰ তৃতীয়ডোখৰ কাল আৰম্ভ হয় ১৯৭৩ চনত। তেতিয়াৰেপৰা বাৰ্দ্ধক্য আৰু শোক-তাপৰ মাজেদি তেখেতে কাৰ্য কৰি আছে। এই কালখিনিত তেখেত নানা বিপৰ্যয়ৰ সম্মুখীন হৈছে। তেখেতৰ মৰমৰ মাজু পুত্ৰ অসম আন্দোলনৰ কৰ্ণধাৰ, সদৌ অসম ছাত্ৰসন্থাৰ সম্পাদক প্ৰসন্ননাৰায়ণ চৌধুৰী দুৰাৰোগ্য ৰোগত ভোগে। তেখেতৰ মৰমৰ লক্ষ্মীস্বৰূপা পত্নীৰ তাৰ আগেয়ে অকাল মৃত্যু হয়। নানা ধৰণৰ চিকিৎসা কৰিও পুত্ৰক বচাব নোৱাৰিলে। অসমবাসীক কন্দুৱাই মৰমৰ পুত্ৰই চিৰবিদায় লয়। আজি প্ৰসন্ননাৰায়ণ চৌধুৰী থকা হ'লে অসমৰ মন্ত্ৰীসভাৰ এজন গুৰুত্বপূৰ্ণ সদস্য

হ'লহেঁতেন। আমাৰেই দুৰ্ভাগ্য যে আমি তেওঁক অকালতে হেৰুৱালোঁ। শ্ৰীচৌধুৰীক সান্ত্বনা দিয়াৰ ভাষা আমাৰ নাই। তেখেত স্থিতপ্ৰজ্ঞ লোক— নিজে নিজে শান্ত হৈ সমাজৰ কামতে আজিও লাগি আছে। চৌধুৰীয়ে ১৯৩৩ চনৰপৰা ১৯৯৮ চনলৈ ৬৫ বছৰ সমাজৰ সেৱা কৰি এতিয়াও ক্লান্ত হোৱা বুলি ক'ব নোৱাৰি। ৰঘু ৰজাৰ দৰে আজি তেখেত স্বমহিমাৰে নিজৰে জ্যোতিৰে অম্লান হৈ আছে। কৰ্মপ্ৰেৰণা টুটা নাই। সন্ন্যাসীৰ দৰে সৰল-সহজ জীৱন যাপন কৰি আছে—মুখত সেই অকৃত্ৰিম হাঁহিটো লৈ, একো দুখ বা ক্ষোভ প্ৰকাশ নকৰি নলবাৰীখনৰে কথা ভাবি ভাবি জীয়াই আছে।

### ৬. অসমত নৱযুগৰ জেঁউতুজালি

১৯০১ চনত মাণিক চন্দ্ৰ বৰুৱাৰ উদ্যোগত আৰু ছাৰ হেনৰি কটন চাহাবৰ সৌজন্যত তথা অসমপ্ৰেমী বিখ্যাত লোকসকলৰ প্ৰচেষ্টাত কটন কলেজ গুৱাহাটীত আৰম্ভ হয়। তাৰ পাছৰেপৰা ইংৰাজী শিক্ষা প্ৰচলনৰ ফলত অসমত দ্ৰুতগতিত শিক্ষা-সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰ আৰম্ভ হয়। এয়ে অসমত নৱযুগৰ সূচনা। তাৰ আগতে অতি কমসংখ্যক মেধাবী ছাত্ৰই কলিকতাত উচ্চ শিক্ষা লাভ কৰিছিল। জেনকিন্স চাহাবে ১৮৩৫ চনত অসমত ইংৰাজী শিক্ষাৰ পাতনি মেলে। ইংৰাজ চৰকাৰৰ দিনত আৰম্ভ হোৱা অনুষ্ঠানে অসমত ইংৰাজী শিক্ষাৰে শিক্ষিত কিছুমান ছাত্ৰনেতাৰ জন্ম দিয়ে। এই নেতাসকল নৱযুগৰ প্ৰধান প্ৰৱৰ্তক। এই কথা আমি স্বীকাৰ কৰিবই লাগিব। এই নেতাসকলৰ যত্নত, বিশেষকৈ ১৯০৩ চনত মাণিক চন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, ফৈজনুৰ আলী আদিৰ যত্নত অসম এছ'ছিয়েচনৰ জন্ম হয়। ইয়াৰ প্ৰথম সভাখন ডিব্ৰুগড়ত হৈছিল, তাত সভাপতিত্ব কৰিছিল গৌৰীপুৰৰ জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱাই। মাণিক চন্দ্ৰ বৰুৱা ইয়াৰ প্ৰথম প্ৰতিষ্ঠাপক সম্পাদক আছিল। এই অসম এছ'ছিয়েচনে ইংৰাজ চৰকাৰৰ লগত সহযোগ কৰি অসমৰ বিভিন্ন সমস্যাবোৰৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু অসমৰ শৈক্ষিক আৰু অৰ্থনৈতিক অনগ্ৰসৰতা দূৰ কৰিবলৈ নানা দাবী পেচ কৰিছিল। আৰম্ভণিতে নলবাৰী অঞ্চলৰ কোনো ডেকাই ইয়াৰ লগত জড়িত নাছিল। পাছত গুৱাহাটীৰপৰা নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন জড়িত হয়। ১৯১৭ চনত ডিব্ৰুগড়ত অনুষ্ঠিত সভাত নবীন চন্দ্ৰ বৰদলৈ সভাপতি নিৰ্বাচিত হয়। তেতিয়াৰপৰা অসম এছ'ছিয়েচনৰ কৰ্মপন্থাৰ কিছু সালসলনি ঘটে। নৰম পন্থা ত্যাগ কৰি নতুন ইংৰাজবিৰোধী পন্থা অৱলম্বন কৰিবলৈ আগবাঢ়ে। ১৯১৮ চনত তৰুণৰাম ফুকন গোৱালপাৰা অধিবেশনত সভাপতি নিৰ্বাচিত হয় আৰু তেওঁয়েতে ইংৰাজ চৰকাৰক চোকা সমালোচনা কৰে। তাৰ পৰৱৰ্তী কালত চন্দ্ৰনাথ

শৰ্মা, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, পদ্মধৰ চলিহা, কুলধৰ চলিহা, দেৱেশ্বৰ শৰ্মা, বিদ্যাধৰ শৰ্মা, যোগেন্দ্ৰনাথ বৰুৱা আদি শিক্ষিত ডেকাসকলে অসম এছ'ছিয়েচনত যোগ দি ইয়াক এটা বলিষ্ঠ অনুষ্ঠানত পৰিণত কৰে। তাৰ পাছতে শৰৎ চন্দ্ৰ গোস্বামী, কালীৰাম বৰ্মন আৰু গৌৰীকান্ত তালুকদাৰ ইয়াৰ সভ্য হয়। সেই সময়ত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী স্কুলীয়া ছাত্ৰ, স্কুলীয়া ছাত্ৰক ইয়াৰ সদস্য কৰা হোৱা নাছিল।

অসম এছ'ছিয়েচনে অসমত জাতীয় জাগৰণ অনাত সফল হৈছিল। ১৯২০ চনৰ আগলৈ অসমত কংগ্ৰেছ কমিটি গঠন হোৱা নাছিল। মহাত্মা গান্ধীজীয়ে অসম ভ্ৰমণ কৰাৰ সময়ত অসম কংগ্ৰেছ কমিটি গঠন হয়। তেতিয়া অসম এছ'ছিয়েচনে প্ৰস্তাৱযোগে প্ৰথম প্ৰদেশ কংগ্ৰেছ কমিটিৰ লগত লগলাগি অনুষ্ঠানটো বেছি প্ৰতিনিধিত্বমূলক আৰু ব্যাপক কৰি তোলে। সেই সময়ৰপৰা নলবাৰী সত্ৰৰ পণ্ডিত প্ৰত্াপ চন্দ্ৰ গোস্বামী, চামতাৰ গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মন, গঙ্গাধৰ চৌধুৰী, দেহীৰাম বৰ্মন আদি লোক কংগ্ৰেছ অনুষ্ঠানৰ সদস্য হয়। কলেজীয়া ছাত্ৰ জয়দেৱ শৰ্মা আৰু কালাকুছিৰ জগদ্ধৰ শৰ্মায়ো ১৯২১ চনত কলেজ ত্যাগ কৰি আহি ১৯২১ চনত অসহযোগ আন্দোলনত যোগ দিয়ে। তেখেতসকল পাছত আৰু কলেজলৈ উভতি নগ'ল। সেই সময়ত চৰকাৰী বিষয়-বাব লোৱা লোকে দেখ দেখকৈ কংগ্ৰেছ অনুষ্ঠানত যোগ দিয়া নাছিল, তথাপি বহুতৰে নৈতিক সমৰ্থন আছিল। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীয়ে কংগ্ৰেছৰ সদস্য নহ'লেও নৈতিক সমৰ্থন দিছিল।

সেই সময়ত অসমত আন এটা অনুষ্ঠান আৰম্ভ হৈছিল অসম ছাত্ৰ সন্মিলন নামেৰে। তাত নলবাৰী অঞ্চলৰ প্ৰায় আটাইখিনি কলেজীয়া ছাত্ৰই সদস্যভুক্ত হৈছিল। সেই সময়ত ভাৰতৰ আন প্ৰান্তত তেনে ধৰণৰ ছাত্ৰ সংগঠন হোৱা নাছিল। ১৯১৬ চনত অসম ছাত্ৰ সন্মিলনী গঠন হৈছিল। অসমৰ স্কুল-কলেজৰ ছাত্ৰক এই অনুষ্ঠানে সংগঠিত কৰিব পাৰিছিল। এই সন্মিলনীৰ প্ৰথম সভাত সভাপতিত্ব কৰিছিল ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই। প্ৰথমতে এই অনুষ্ঠান আছিল অ-ৰাজনৈতিক। অমিয়কুমাৰ দাস, হেমচন্দ্ৰ বৰুৱা, পদ্মধৰ চলিহা, চন্দ্ৰনাথ শৰ্মা তেতিয়া আগশাৰীৰ ছাত্ৰ নেতা। বিখ্যাত লোকসকলে এই ছাত্ৰ সন্মিলনীত সভাপতিত্ব কৰিছিল। যেনে আচাৰ্য পি. চি. ৰয়, ড° ভাণ্ডাৰকাৰ, কৃষ্ণকান্ত সন্দিকৈ, পদ্মনাথ গোহাঁইবৰুৱা আদি বৰেণ্য লোকসকলে ইয়াত সভাপতিত্ব কৰি ছাত্ৰসকলক সময়োচিত কাৰ্যপন্থা ল'বলৈ উৎসাহিত কৰিছিল। অসমৰ ছাত্ৰই যাতে সকলো ক্ষেত্ৰতে ভাৰতৰ আন প্ৰান্তৰ ছাত্ৰৰ লগতে আগবাঢ়ি যাব পাৰে আৰু প্ৰতিযোগিতাত কৃতকাৰ্য হ'ব পাৰে, তাকে ছাত্ৰসকলক বলিষ্ঠ ভাষাৰে

সকীয়াই দিছিল, ইংৰাজৰপৰা সদগুণবিলাক আহৰণ কৰিবলৈ আবেদন জনাই নিজ মাতৃভূমিক মহতী দেশত পৰিণত কৰি আগবাঢ়িবলৈ পৰামৰ্শ দিছিল।

নলবাৰীতো এই ছাত্ৰ সন্মিলনীৰ অধিবেশন হৈছিল। এই অনুষ্ঠানত শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, শ্ৰীপ্ৰসন্ন চন্দ্ৰ গোস্বামী, প্ৰভাত চন্দ্ৰ গোস্বামী, প্ৰমোদ চন্দ্ৰ গোস্বামী, হৰিচৰণ পাঠক, কনক চন্দ্ৰ শৰ্মা, মহীধৰ শৰ্মা, শ্ৰীকৃষ্ণনাথ শৰ্মা আদি বিশিষ্ট ছাত্ৰসকলে যোগ দি কাম কৰিছিল। তাৰ পাছৰ সময়ত খাটাবাৰীৰ যোগেন্দ্ৰ চৌধুৰীও ইয়াত জড়িত হৈ খাটামৌজা ছাত্ৰ সন্মিলনী কৰি কেইবছৰমান কাম কৰিছিল। তেনে এখন সভা গৌৰীকান্ত তালুকদাৰৰ সভাপতিত্বত অনুষ্ঠিত হৈছিল। সেই সময়ত নলবাৰী অঞ্চলৰ ওপৰত উল্লেখ কৰা ব্যক্তিসকলে যোগ দিয়া আমি দেখিছো। নলবাৰীত অনুষ্ঠিত হোৱা অধিবেশনৰ বাহি ধনেৰে নলবাৰীত ৰাজহুৱা পুথিভঁৰাল স্থাপিত হয়। এই পুথিভঁৰাল ১৯৪৫ চনলৈ চলি আছিল। পুথিভঁৰালৰ সহকাৰী গ্ৰন্থাগাৰিক আছিল নলবাৰী সত্ৰৰ শিক্ষক শ্ৰীনলিনীকান্ত গোস্বামী। তেখেতে সদায় হাতত লেম এটা লৈ আহে। ৫ বজাৰপৰা ৰাতি ৮ বজালৈ পুথিভঁৰালটো খুলি ৰাখে। তাত ভালেমান পুথি, বাতৰিকাকত আৰু আলোচনী ৰখা হৈছিল। আমি সেই সময়ত নিয়মিত পুথিভঁৰাললৈ গৈছিলো বাতৰিকাকত পঢ়িবলৈ। ১৯৪৫ চনৰপৰা ১৯৫০ চনলৈ নৱ প্ৰতিষ্ঠিত নলবাৰী কলেজৰ শ্ৰেণী তাতেই বহিছিল। তাৰ পাছত ঋণচালিচী ব'ৰ্ডৰ আদালত তাতে বহিছিল। সেই সময়তে নলবাৰীত কাৰ্যবাহী দণ্ডাধীশৰ কাৰ্যালয় তাতে আছিল, আৰু এটি সৰু কোঠাত দণ্ডাধীশ দাসগুপ্ত, ৰমেশ চন্দ্ৰ চৌধুৰী বহিছিল। বৰ্তমানে এই ঘৰটোত পূৰ্বভাৰতীৰ সাংস্কৃতিক সংগ্ৰহালয় চলি আছে। ঘৰটো পুৰণি হৈছে যদিও চৰকাৰী অনুদানেৰে মেৰামতি কৰা হৈছে। এই ঘৰটো ছাত্ৰ সন্মিলনীৰদ্বাৰা প্ৰতিষ্ঠিত বুলি নামফলকো আছিল। সেইখন এতিয়া নাই। পুথিভঁৰালৰ পুথিবোৰ বা ক'লৈ গ'ল জনা নেযায়। চৰকাৰে ঘৰটো ভাৰাত লৈছিল হেনো।

### ৭. নলবাৰীৰ অন্যতম নিৰ্মাতা

আধুনিক নলবাৰীৰ নিৰ্মাতা মাত্ৰ এজন মানুহ বা এজন ব্যক্তি নহয়। ১৮৬০ চনৰপৰাই নলবাৰীৰ নিৰ্মাণৰ কাম আৰম্ভ হৈছে। বৰ্তমানেও নলবাৰীৰ পৰিসৰ বৃদ্ধি হৈয়েই আছে। এই নিৰ্মাতাসকলৰ অন্যতম লোক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী। নলবাৰীৰ তেনে এটি গ্ৰাম্য পৰিবেশত চৌধুৰী ডাঙৰ-দীঘল হৈ এটা স্বাধীন মন তেখেতৰ গঢ়ি উঠে। কোনো ৰাজনৈতিক দলৰ সদস্যভুক্ত নোহোৱাকৈ নলবাৰীৰ কৃষক ৰাইজৰ সেৱাত তেখেত ব্ৰতী

হয়। উত্তৰ কামৰূপ কৃষক সভাৰ ছেক্ৰেটেৰী আৰু নলবাৰী চেন্ট্ৰেল কোঃ অপাৰেটিভ বেংক লিমিটেডৰ সভাপতি নিৰ্বাচিত হোৱাৰ পাছৰেপৰা তেখেতৰ সাহস আৰু মনোবল বৃদ্ধি হয়। তেখেতৰ খুব আত্মবিশ্বাসো আছিল। নলবাৰীৰ উন্নতিৰ হকে প্ৰথমতে পিতৃৰ লগত আঁচনি প্ৰস্তুত কৰে।

## শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আৰু নলবাৰী মহকুমা

১৯৩৫ চনত খাটা মৌজাৰ মৌজাদাৰ তথা নলবাৰীৰ বৰেণ্য নেতা প্ৰতাপনাৰায়ণ চৌধুৰী আৰু নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী দুয়ো পৰম মিত্ৰ মিলিত হৈ কামৰূপ জিলাৰ তৃতীয় মহকুমা নলবাৰীক সদৰ কৰি স্থাপন কৰাৰ বিষয়ে প্ৰথমে প্ৰতাপনাৰায়ণ চৌধুৰীৰ চ'ৰাত আলচ কৰে। তেতিয়া নলবাৰী এখন গাঁও। গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক মণিৰাম দাস বি-এ, বি-টিদেৱক এখন ৰাজহুৱা সভা আহ্বান কৰিবলৈ চৌধুৰীদেৱে নিৰ্দেশ দিয়ে। সেইমৰ্মে নলবাৰী, টিহু আৰু ৰঙিয়া চাৰ্কোলৰ বিশিষ্ট নাগৰিকসকলক আহ্বান কৰি মণিৰাম দাসদেৱে প্ৰথমখন সভা আহ্বান কৰে। ১২।৮।৩৫ ইং তাৰিখে নলবাৰী ৰাজহুৱা পুথিভঁৰালত সভা বহে। সেই সভাত নলবাৰী, টিহু আৰু ৰঙিয়া চাৰ্কোলৰ গণ্যমান্য মুখিয়াল লোকসকল উপস্থিত হৈছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ প্ৰস্তাৱ আৰু পকোৱা মৌজাৰ মৌজাদাৰ বলাকুছিৰ অঙ্গদসেন বৰকাকতিৰ সমৰ্থনক্ৰমে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীয়ে সভাপতিত্ব কৰে। সভাত উদ্দেশ্য ব্যাখ্যা কৰে শিক্ষাবিদ মণিৰাম দাসদেৱে। সেই সভাত উপস্থিত হোৱা বিশিষ্ট ব্যক্তিসকল হ'ল— প্ৰতাপ চন্দ্ৰ গোস্বামী, প্ৰতাপনাৰায়ণ চৌধুৰী, শ্ৰীকান্ত চৌধুৰী, অঙ্গদসেন বৰকাকতি, কালীচৰণ চৌধুৰী (পকোৱা), চৈয়দ মকিবৰ ৰহমান বি-এ (ৰঙিয়া), ৰমানন্দ ভট্টাচাৰ্য, মৌলবী বাকেৰ আলী, গঙ্গাৰাম বৰুৱা, বাবু মহাদেৱ আগৰৱালা, নন্দৰাম ভূঞা, মণিৰাম দাস বি-এ, বিটি, কেশৱ চন্দ্ৰ নাথ, চৈয়দ ইয়াকুব আলী (ৰঙিয়া), ধনীৰাম ডেকা (ৰঙিয়া), শিশুৰাম ভূঞা (সানেকুছি), জয়দেৱ শৰ্মা (বাহজানী), হংসমল্ল বৰুৱা, ডাঃ সন্তোষ কুমাৰ চক্ৰৱৰ্তী, ধনেশ্বৰ শৰ্মা, (পিপলিবাড়ী), ভৃগুপতি দত্ত, মধুৰাম দাস, বলৰাম দাস, কৃষ্ণহৰি চৌধুৰী (ৰঙিয়া), গোৱেশ্বৰৰ ৰবি কছাৰী, ত্ৰৈলোক্যনাথ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী, হৰিচৰণ পাঠক, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, অধিবক্তা দেহীৰাম বৰ্মন আৰু অন্যান্য বহুতো ব্যক্তি সভাত উপস্থিত আছিল।

এই সভাখনতে বিভিন্নজনে কামৰূপ জিলাত তৃতীয় মহকুমাৰ আৱশ্যকতাৰ কথা ব্যক্ত কৰে, লগতে এই মহকুমাৰ সদৰ নলবাৰীত হ'ব লাগে বুলি মত পোষণ কৰে। তেতিয়া নলবাৰী এখন গাঁও। ইয়াত টাউন

কমিটি বা পৌৰসভা গঠন হোৱা নাই। সভাত বিতং আলোচনাৰ অন্তত মহকুমা স্থাপনত আগবঢ়াৰ বাবে এটি প্ৰস্তুতি কমিটি গঠন কৰে। এই মহকুমা স্থাপনৰ প্ৰস্তুতি কমিটিৰ সদস্য হ'ল এনে ধৰণৰ—

| | | |
|---|---|---|
| (১) | শ্ৰীকান্ত চৌধুৰী | টিহু চাৰ্কোল |
| (২) | মণিৰাম দাস | |
| (৩) | ধনেশ্বৰ শৰ্মা | |
| (৪) | মৌলবী বাকেৰ আলী | নলবাৰী চাৰ্কোল |
| (৫) | অঙ্গদসেন বৰকাকতি | |
| (৬) | প্ৰতাপ চন্দ্ৰ গোস্বামী | |
| (৭) | প্ৰতাপনাৰায়ণ চৌধুৰী | |
| (৮) | বাবু মহাদেৱ আগৰৱালা | |
| (৯) | চৈয়দ মকিবৰ ৰহমান, বি-এ | ৰঙিয়া চাৰ্কোল |
| (১০) | কণক শৰ্মা দলৈ | |
| (১১) | ধনীৰাম ডেকা | |
| (১২) | ত্ৰৈলোক্যনাথ গোস্বামী, এম-এ | যুটীয়া সম্পাদক |
| (১৩) | শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, বি-এ | |

পাছত ত্ৰৈলোক্যনাথ গোস্বামীদেৱ অসমৰ বাহিৰত থকা বাবে হৰেকৃষ্ণ গোস্বামীক যুটীয়া সম্পাদকৰ দায়িত্ব দিয়ে।

এই ৰাজহুৱা সভাত ফৌজদাৰী আৰু দেৱানী মোকৰ্দমা বিচাৰৰ বাবে এজন মেজিষ্ট্ৰেট নিয়োগৰ বাবেও প্ৰস্তাৱ গ্ৰহণ কৰে। সেইমৰ্মে নগেন্দ্ৰ নাথ দাসক নলবাৰীত ফৌজদাৰী মোকৰ্দমা বিচাৰৰ বাবে মেজিষ্ট্ৰেট নিয়োগ কৰে। কেইবছৰমানৰ পাছত বিশেষ গোলমালৰ বাবে মেজিষ্ট্ৰেট আদালত নলবাৰীৰপৰা উঠাই দিয়া হয়। আদালত উঠাই দিয়াত নলবাৰীত তীব্ৰ আন্দোলন হৈছিল। কিন্তু তেতিয়া চৰকাৰৰ সিদ্ধান্ত বাতিল নকৰাৰ ফলত আদালত আৰু নহ'ল। সেই সভাতে নলবাৰীত এখন টাউন কমিটি গঠনৰ বাবেও চৰকাৰৰ ওচৰত দাবী পেচ কৰা হয়। তাৰ পাছত বহু যোগাযোগৰ ফলস্বৰূপে ১৯৩৮ চনত নলবাৰী টাউন কমিটি গঠন কৰাৰ বাবে চৰকাৰৰ গেজেটত বিজ্ঞপ্তি দিয়ে।

মহকুমা গঠন, দেৱানী আৰু ফৌজদাৰী আদালত, ছাব-ৰেজিষ্ট্ৰাৰৰ কাৰ্যালয় আৰু টাউন কমিটি গঠনৰ বাবে প্ৰতি মাহতে সভা অনুষ্ঠিত হৈছিল। এই সভাৰ কাৰ্যবিৱৰণী শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ ঘৰত আছে। ৰাইজৰ দাবীসম্বলিত স্মাৰকপত্ৰ দি চৰকাৰক বাৰম্বাৰ অনুৰোধ জনোৱা হয়। ২৭।৪।৩৬ ইং তাৰিখে ছিলঙলৈ সজাতি দল পঠোৱা হয়।

এই সজাতি দলৰ সদস্যসকল আছিল
পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী
প্ৰতাপনাৰায়ণ চৌধুৰী
মুঞ্চি মহবৎ আলী মহাজন
বাবুৰাম প্ৰতাপ আগৰৱালা
কালীৰাম বৰ্মন, বি-এল
শ্ৰীকান্ত চৌধুৰী
কমলাকান্ত শৰ্মা দলৈ
ভগদত্ত চৌধুৰী, ঘগ্ৰাপাৰ
মণিৰাম দাস
শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী
আৰু ডা° হৰেকৃষ্ণ গোস্বামী।

এই সজাতি দলে ছিলঙলৈ গৈ অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী ছাৰ ছাদুল্লা চাহাব আৰু অন্যান্য মন্ত্ৰী আৰু উচ্চখাপৰ বিষয়াসকলক লগ ধৰি মহকুমা গঠনকে ধৰি অন্যান্য প্ৰস্তাৱসমূহ পেচ কৰে।

সিদিনাই কমিছনাৰ চাহাবে এজন মেজিষ্ট্ৰেট নিয়োগ কৰি নলবাৰীত আদালত স্থাপনৰ বাবে হুকুম দিয়ে। তাৰ কিছুদিন পাছত মেজিষ্ট্ৰেটজনক ছাব-ৰেজিষ্ট্ৰাৰৰ কাম চলাবলৈ আদেশ দিয়ে। কমিটি ইয়াতে সন্তুষ্ট নহৈ এজন সুকীয়া ছাব-ৰেজিষ্ট্ৰাৰ নিয়োগ কৰাৰ বাবে আবেদন কৰাত সেই কামতো ফলৱতী হয়। এই ক্ষেত্ৰত সম্পাদক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আৰু ডা° হৰেকৃষ্ণ গোস্বামী আৰু মণিৰাম দাসদেৱে অহোপুৰুষাৰ্থ কৰি খাটিছিল। মণিৰাম দাস , শ্ৰীচৌধুৰী আৰু ডা° গোস্বামী সঘনে কামখিনি হোৱাৰ বাবে চৰকাৰক তাগিদা দিছিল।

১৯৩৬ চনত পুনৰায় অসমৰ গৱৰ্ণৰ বাহাদুৰক এই সমিতিয়ে মহকুমা স্থাপনৰ বাবে স্মাৰকপত্ৰ দিছিল। পুনৰ ১৯৩৭ চনতো সজাতি দলে অসম মন্ত্ৰীসভাৰ সদস্যসকলক লগ ধৰি আবেদন দাখিল কৰে। সেই সজাতি দলত তলত উল্লেখ কৰা ব্যক্তিসকল আছিল ঃ

ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী
পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী
লক্ষীনাথ শৰ্মা
মৌলবী বাকেৰ আলী
শৰৎ চন্দ্ৰ গোস্বামী, আই.এছ.অ'
কালীৰাম বৰ্মন, বি.এল.
শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী

ডাঃ হৰেকৃষ্ণ গোস্বামী।

১৯৩৭ চনত নলবাৰীৰ বাহিৰেও টিহু আৰু গুৱাহাটীতো ৰাজহুৱা সভা পাতি ৰাইজৰ দাবী জোৰদাৰ কৰি তোলে। গুৱাহাটীত দেহীৰাম বৰ্মণে এই সভা সংগঠন কৰিছিল। তাত নলবাৰীৰ বহুত সদস্যই যোগ দিছিল; সেই বছৰত কামৰূপৰ উপায়ুক্তৰ উপৰিও সেই সময়ৰ স্থানীয় বিধায়ক গৌৰীকান্ত তালুকদাৰ, মহম্মদ ফকৰুদ্দিন আলী আহমেদ, বিষ্ণুৰাম মেধি, শিদ্ধিনাথ শৰ্মা, ৰবিচন্দ্ৰ কছাৰী, এম.এল.এ. নেতাসকলক লগ ধৰি নলবাৰীৰ মহকুমা স্থাপনৰ হকে যুক্তি দি পতিয়ন নিয়াবলৈ যত্ন কৰা হৈছিল। ইয়াৰ উপৰিও ৰঙিয়াৰ মৌজাদাৰ কৃষ্ণহৰি চৌধুৰী আৰু টিহুৰ ধনেশ্বৰ গোস্বামীয়ে বহু লোকৰ চহী সংগ্ৰহ কৰি চৰকাৰক আবেদন জনায়।

১৮-৮-৩৭ তাৰিখৰ সভাত নলবাৰীত ছাব-ট্ৰেজাৰী স্থাপনৰ বাবে প্ৰস্তাৱ গ্ৰহণ কৰি চৰকাৰক দাবী জনোৱা হয়। ১৯৩৮ চনত পুনৰায় গৱৰ্ণৰ চাহাবক লগ ধৰি সোনকালে নলবাৰী মহকুমা ঘোষণাৰ বাবে অনুৰোধ কৰা হয়। ১২-১২-৩৯ তাৰিখে প্ৰায় ৩০০ মান লোকৰ উপস্থিতিত ৰাজহুৱা সভা অনুষ্ঠিত কৰা হয়। সেই সভাত মণিৰাম দাসদেৱে সভাপতিত্ব কৰে। তাৰ পাছত সেই মাহতে হিতৰাম চৌধুৰীৰ সভাপতিত্বত আন এখন সভা অনুষ্ঠিত হয়। ১৯৪০ চনৰ ৯ জানুৱাৰীতো এখন প্ৰতিনিধিত্বমূলক সভা অনুষ্ঠিত হয়। ১-১২-৪১ চনত অনুষ্ঠিত হোৱা ৰাজহুৱা সভাত নলবাৰীৰ বাবে সুকীয়া লোকেল ব'ৰ্ড গঠনৰ দাবীও উত্থাপন কৰা হয়। ইয়াৰ পাছত মহকুমাৰ বাবে ৰাজহুৱা সভা নহ'লেও শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, মণিৰাম দাস আৰু ডাঃ গোস্বামী লাগি থাকে। যদি কোনো সভা হৈছিলো, তাৰ ৰেকৰ্ড পোৱা হোৱা নাই। মহকুমা গঠনৰ দাবীত মুঠতে ৫ বাৰ ছিলঙলৈ যোৱা হৈছিল। এই সজাতি দলবোৰৰ প্ৰত্যেকতে চৌধুৰীদেৱ আছিল। এই কামবোৰৰ লগত তেখেত অহৰহ লাগি আছিল। তেতিয়া ৰঙিয়াতো মহকুমা স্থাপনৰ বাবে এটা প্ৰচেষ্টা চলিছিল আৰু সেইকাৰণেই নলবাৰীত মহকুমা ঘোষণা কৰাৰ বাবে চৰকাৰে বিলম্ব কৰি আছিল।

১৯৩৯ চনত জাৰ্মানীয়ে ডানজিগ চহৰ দখল কৰি তাৰ পাছতে পোলেণ্ড অধিকাৰ কৰে। তাৰ ফলত দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হয়। মিত্ৰপক্ষই জামনীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। ইপিনে জাপানী সৈন্য ব্ৰহ্মদেশ পাৰ হৈ মণিপুৰ পায়হি। সেই সময়ত গোটেই পৃথিৱীত দ্বিতীয় মহাযুদ্ধৰ বিভীষিকাই ছানি ধৰে। অসমখন যুদ্ধক্ষেত্ৰত পৰিণত হয়। মাৰ্কিন আৰু ইংৰাজ সৈন্য অসম ভৰি পৰে। গুৱাহাটী কটন কলেজত সৈন্যৰ ছাউনি পতা হয়। স্কুল-কলেজ বন্ধ হৈ যায়। ১৯৪১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰত জুৰি সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। দ্বিতীয় মহাযুদ্ধৰ মাজতে ১৯৪২ চনত

কংগ্ৰেছে ৯ আগষ্টত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে সকলো নেতাক বন্দী কৰি কাৰাৰুদ্ধ কৰে। গোটেই দেশব্যাপী ভাৰত ত্যাগ আন্দোলনৰ অগ্নিশিখাই ছানি ধৰে। স্কুল-কলেজ বন্ধ হয়। নেতাসকল কাৰাগাৰত থকা অৱস্থাত ৰাইজে আন্দোলনৰ নেতৃত্ব গ্ৰহণ কৰে। সেই সময়তে সুভাষ চন্দ্ৰ বসু মনে মনে ভাৰতৰপৰা ওলাই গৈ জাপানত ভাৰতীয় জাতীয় সৈন্যদল (I.N.A.) গঠন কৰি দিল্লী দখলৰ বাবে আগবাঢ়ি আহি কোহিমা পায়। বিয়াল্লিশৰ আন্দোলন অসমতো অতি তীব্ৰ হৈছিল। অসমৰ বহু ন জোৱান মুকুন্দ কাকতি, কনকলতা, ভোগেশ্বৰী ফুকননী, মদন ৰাউতা আদি ছহিদ হয়। কুশল কোঁৱৰৰ ফাঁচী হয়। এই আন্দোলন নলবাৰীতো অতি তীব্ৰ হৈছিল। নলবাৰী জিলাৰ নেতা-পালিনেতাসকলো কাৰাৰুদ্ধ হয়। এনেদৰে দেশৰ বাতাবৰণ সম্পূৰ্ণ সলনি হৈ পৰে। নেতাজী দিল্লী দখল কৰিব নোৱাৰি নিৰুদ্দেশ হ'ল। জাপানী সেনা কোহিমাৰপৰা আগবাঢ়িব নোৱাৰিলে। ১৯৪৫ চনত হিৰোছিমা আৰু নগাচাকি নামৰ জাপানৰ দুখন চহৰত এটম বোমা দিলে আৰু ফলত অসংখ্য লোকৰ প্ৰাণ হানি হ'ল। মিত্ৰ পক্ষৰ জয় হ'ল। ১৯৪৫ চনৰ ৪ আগষ্টত দ্বিতীয় মহাযুদ্ধৰ অৱসান হ'ল। ইংৰাজে নেতাজী সুভাষ চন্দ্ৰ বসুক বন্দী কৰিব নোৱাৰিলে। জাৰ্মানিৰ সৰ্বাধিনায়ক হাৰ হিটলাৰৰ পতন হ'ল।

১৯৪২ চনৰপৰা খাদ্যবস্তুৰ মূল্য অতিপাত বৃদ্ধি হয়। ধানৰ মোনত এটকাৰপৰা ২২.০০ টকালৈ উঠে। নিমখৰ মূল্য ৫.০০ সেৰতো নোপোৱা হ'ল। কেৰাচিন মহাৰ্ঘ হয়। তেতিয়া জনসাধাৰণৰ জীৱন পানীত হাঁহ নচৰা হৈছিল। ১৯৪৩ চনত বঙ্গদেশত দুৰ্ভিক্ষ হৈ ৪৩ লাখ মানুহ মৃত্যুৰ গৰাহত পৰে। গতিকে যুদ্ধ আৰু গণআন্দোলনৰ ফলত দেশৰ উন্নতিমূলক কামৰ গতি স্তব্ধ হয়। ৰাইজৰ দুখ কুলাই-পাচিয়ে নধৰা হয়। বহুত দলং আৰু স্কুল ঘৰ সেই সময়ত ভস্মীভূত হয়। দেশৰ গঠনমূলক বা উন্নয়নমূলক কাম বন্ধ হৈ পৰে। এনেবোৰ কাৰণত নলবাৰী মহকুমা স্থাপনৰ আন্দোলন বন্ধ হৈ পৰে। তথাপি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে যুদ্ধোত্তৰ কালত অসমৰ মুখ্যমন্ত্ৰী (তেতিয়া প্ৰিমিয়াৰ), বৰেণ্য নেতা গোপীনাথ বৰদলৈদেৱ, গৱৰ্ণৰ আৰু মুখ্য সচিবক নলবাৰীৰ দাবী সোঁৱৰাই দি আছিল। চিঠি-পত্ৰ লিখি আৰু ব্যক্তিগতভাৱেও চৰকাৰৰ লগত যোগাযোগ কৰি আছিল। এনে চিঠি-পত্ৰবোৰৰ নকল আৰু প্ৰাপ্তিস্বীকাৰ চৌধুৰীৰ ফাইলত এতিয়াও আছে।

নানা দুৰ্যোগৰ মাজেদি ১৯৪৭ চনত ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি দুখন সুকীয়া ৰাজ্য — ভাৰত আৰু পাকিস্থানৰ সৃষ্টি কৰি ১৫ আগষ্টত ভাৰত আৰু পাকিস্থানক স্বাধীনতা দিয়া হ'ল। ভাৰত বিভাজনৰ ফলত ভাৰতে আকৌ এবাৰ ৰক্তস্নান কৰিলে। পঞ্জাব আৰু বঙ্গদেশত জাতিগত, ধৰ্মগত

সংঘৰ্ষত অনেক লোকৰ মৃত্যু হ'ল, অনেক গৃহহাৰা, বাস্তুহাৰা হ'ল। এই স্বাধীনতা মহাত্মা গান্ধীয়ে বিচৰা নাছিল, কিন্তু ইংৰাজ চৰকাৰে দেশবিভাজন কৰিহে স্বাধীনতা অৰ্পণ কৰে। পণ্ডিত জৱাহৰলাল নেহৰু ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী হয়। পাকিস্থানত মি° জিন্না ৰাষ্ট্ৰপতি হয়।

শ্ৰীচৌধুৰীৰ নেতৃত্বত মুখ্যমন্ত্ৰীক ১৯৪৭ চনত পুনৰায় নলবাৰীৰ ৰাইজে লগ কৰাত বৰদলৈদেৱে মহকুমা স্থাপনৰ প্ৰতিশ্ৰুতি দিছিল যদিও ঘোষণা কৰিব পৰা নাছিল, কাৰণ তেখেতে ৰঙিয়াৰ ৰাইজৰ দাবী অস্বীকাৰ কৰিব পৰা নাছিল। ১৯৫০ চনত বৰদলৈদেৱৰ মৃত্যু হোৱাত বিষ্ণুৰাম মেধি মুখ্যমন্ত্ৰী হ'ল। নলবাৰী মহকুমাৰ দাবী কংগ্ৰেছ দলৰ সভাত গৃহীত নহ'ল, ইয়াক পিছুৱাই ৰখা হ'ল। তথাপি কিছুমান চৰকাৰী কাৰ্যালয় নলবাৰীত স্থাপন হ'ল। সিদ্ধিনাথ শৰ্মাৰ লগত আলোচনা কৰি মুখ্যমন্ত্ৰী মেধি ডাঙৰীয়াই এটা আওকণীয়া মনোভাৱ লোৱা বুলিহে ধাৰণা হয়। সেই সময়ত শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী কংগ্ৰেছ দলত নাছিল, সেইবাবে তেওঁৰ আবেদন-নিবেদনত চৰকাৰে গুৰুত্ব নিদিলে বা দিব নোৱাৰিলে।

১৯৪৯ চনত ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ দেহাৱসান হোৱাত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী খাটা মৌজাৰ মৌজাদাৰ হয়। সেই সময়ত মাজে মাজে আমি চৌধুৰীদেৱৰ ওচৰ চাপি দুই-চাৰিটা কথা আলোচনা কৰাৰ সুবিধা পাইছিলো। তেতিয়া তেখেত সমাজৰ কামত ব্যস্ত। তেখেতে এদিন প্ৰকাশ কৰিছিল যে নলবাৰী মহকুমা স্থাপন কৰাৰ বাবে বিধান সভাত প্ৰৱেশ কৰিব লাগিব, নহ'লে আমাৰ অনুনয় বিনয় চৰকাৰে কোনো গ্ৰাহ্য নকৰে। আমিও তেতিয়া তেখেতৰ এই কথাত অতি আনন্দ পাইছিলো। ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত তেখেতে প্ৰতিদ্বন্দ্বিতা কৰাৰ বাবে সাজু হৈছিল, কিন্তু মৌজাদাৰৰ বিষয় লৈ থকা বাবে তেখেত প্ৰাৰ্থী হ'ব নোৱাৰিলে। তেতিয়া মৌজাৰ আয়ৰ বাহিৰে আন আয় নাই। ঘৰখন চলিব কেনেকৈ? তাৰ পাছত তেখেতে মৌজাদাৰৰ পদ ইস্তফা দিবলৈ সিদ্ধান্ত কৰে। তেখেতৰ ভাতৃস্বৰূপ শ্ৰীৰবীন্দ্ৰনাৰায়ণ চৌধুৰীক মৌজা গটাই দি তেখেতে ১৯৫৭ চনত প্ৰতিদ্বন্দ্বিতা কৰাৰ খাটাং সিদ্ধান্ত কৰে। সেইমতেই কাম। ১৯৫৭ চনত কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমান প্ৰফুল্ল গোস্বামীক বিপুল ভোটত পৰাজিত কৰি বিধানসভালৈ গৈ চৌধুৰী বিৰোধী দলত ৰহিল। তেতিয়া তেখেত এজন নামজ্বলা বিধায়ক। মহেন্দ্ৰমোহন চৌধুৰী, বিমলাপ্ৰসাদ চলিহা আৰু দেৱকান্ত বৰুৱাৰ লগত ঘনিষ্ঠ হোৱাৰ সুযোগ পালে। তেখেতে দেখিলে যে বিৰোধী দলত থাকি মহকুমা আদায় কৰা সহজ নহয়। সৰ্বশেষত বিমলাপ্ৰসাদ চলিহা আৰু দেৱকান্ত বৰুৱাৰ অনুৰোধত কংগ্ৰেছ দলত প্ৰৱেশ কৰে এটা চৰ্তত যে তেওঁ একো নিবিচাৰে, কেৱল নলবাৰী মহকুমা স্থাপন কৰিব লাগে। চৌধুৰীৰ

উপলব্ধি হৈছিল যে চৰকাৰৰ পক্ষত থাকিলে নলবাৰীৰ কিছু কাম তেখেতে কৰিব পাৰিব। ১৯৬৭ চনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে তেখেত বিপুল ভোটত জয়ী হৈ বিধায়ক নিৰ্বাচিত হয়। চলিহা তেতিয়া মুখ্যমন্ত্ৰী হয় আৰু চৌধুৰীক কয় যে মই পাৰ্টি মিটিঙত কোনো আলোচনা নকৰি কেবিনেটত সিদ্ধান্ত লৈ নলবাৰীত মহকুমা পাতিম। তেতিয়া মুখ্যসচিব কিডওৱাই-এ বহুতো সহায় আগবঢ়াইছিল। চৌধুৰীয়ে তামোলপুৰৰ ৰাইজক নলবাৰী মহকুমাত থকাৰ বাবে সন্মত কৰিলে, কিন্তু ৰঙিয়া সন্মত নহয়। বড়িগোগ মৌজাৰ আধাখিনিয়ে নলবাৰীত যোগ দিয়াৰ সিদ্ধান্ত ল'লে। তেনেদৰে চৌধুৰীদেৱে নলবাৰী মহকুমাৰ মেপ তৈয়াৰ কৰি দিলে। মুখ্যসচিব কিডওৱাই-এ গ্ৰহণ কৰি সকলো কাম প্ৰস্তুত কৰি উলিয়ায়। ১৯৬৭ চনৰ ৪ এপ্ৰিলত নলবাৰী মহকুমাৰ উদ্বোধন হয়। নলবাৰীৰ ৰাইজৰ এটা ডাঙৰ আকাংক্ষা ফলৱতী হয়। সেইদিনা চৌধুৰীৰ কি আনন্দ! আনন্দতে তেওঁ জপিয়াই ফুৰিছিল আৰু জীৱনৰ এটা মূল উদ্দেশ্য সফল হোৱা বুলি ৰাইজক চিঞৰি চিঞৰি কৈছিল। বিমলাপ্ৰসাদ চলিহা ইয়াৰ বাবে ধন্যবাদৰ পাত্ৰ। ১৯৩৫ চনৰপৰা আন্দোলন কৰি ১৯৬৭ চনতহে এই কামত নলবৰীয়া ৰাইজ সফল হ'ল। মণিৰাম প্ৰভৃতি নেতাসকলে স্বৰ্গৰপৰা চৌধুৰীক হিয়াভৰা আশীৰ্বাদ আৰু ধন্যবাদ যাচিলে। নলবাৰী এখোজ আগবাঢ়িল। কিন্তু চৌধুৰীয়ে তাতে ক্ষান্ত হোৱা মানুহ নহয়। তেতিয়া তেওঁ নলবাৰীক জিলা ঘোষণা কৰাৰ সপোন দেখি আছিল।

১৯৬৭ চনৰ ৪ এপ্ৰিল তাৰিখে নলবাৰী মহকুমাৰ শুভ উদ্বোধনী সভা অনুষ্ঠিত হয়। নলবাৰী উদুলি-মুদুলি। ৰাইজ আনন্দত আত্মহাৰা। বহুদিনীয়া এটা অভাৱ পূৰ্ণ হ'ল। উন্নতিৰ জখলাত নলবাৰী এখোজ আগবাঢ়িল। উদ্বোধনী সভাত অগণন ৰাইজ সমবেত হৈছিল। সেই সভাত অতি আবেগ বিহ্বল হৈ শ্ৰীচৌধুৰীয়ে কৈছিল, "১৯৩৫ চনৰপৰা নলবাৰীৰ ৰাইজে কামৰূপ জিলাৰ তৃতীয় মহকুমাৰ সদৰ নলবাৰীত স্থাপন কৰাৰ বাবে চৰকাৰক আবেদন-নিবেদন কৰি আছিল। আমাৰ প্ৰধান নেতাসকল আমাৰ মাজৰপৰা আঁতৰি গ'ল, পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী, প্ৰতাপনাৰায়ণ চৌধুৰী, গৌৰীকান্ত তালুকদাৰ, মণিৰাম দাস, শৰৎ চন্দ্ৰ গোস্বামী, শ্ৰীকান্ত চৌধুৰী, ৰবি কছাৰী, আদি নেতৃস্থানীয়সকলে মহকুমা স্থাপনত প্ৰধান ভূমিকা লৈছিল। সেইসকলক আমি শ্ৰদ্ধাৰে সুঁৱৰিছো। আমাৰ অতি মৰমৰ মুখ্যমন্ত্ৰী চলিহাদেৱে নলবাৰীৰ ৰাইজৰ এইফেৰা উপকাৰ কৰাৰ বাবে তেখেতৰ ওচৰত আমি সকলোৱে চিৰকৃতজ্ঞ হৈ ৰ'ম। মোৰ জীৱনকালত নলবাৰী জিলাৰ সদৰ হ'ব। অনতিপলমে আমাৰ এই আশাও পূৰণ হ'ব। ইয়াত সন্দেহ নাই। মই জিলা স্থাপনৰ বাবে আৰ্জি পেচ কৰি আছো। চৰকাৰে আমাৰ কথা শুনিবই শুনিব।

নলবাৰীত আমাক আৰু দুটা মহকুমা লাগিব, এটা তামোলপুৰত আৰু আনটো টিহুত। চৌধুৰী এই কামত এতিয়াও ব্ৰতী হৈ আছে।

মহকুমাৰ ঘৰ-দুৱাৰ সজাৰ বাবে চৌধুৰীয়ে চৰকাৰক জনাইছিল যে মহকুমা অধিপতিৰ কাৰ্যালয়টো আহল-বহল আৰু তিনি মহলীয়া কৰি সাজিব লাগিব, যাতে উপায়ুক্তৰ কাৰ্যালয় ইয়াতে হ'ব পাৰে, কাৰণ অতি সোনকালে ইয়াত উপায়ুক্তৰ নিযুক্তি হ'ব। সেই সময়ত গড়কাপ্তানি গৃহবিভাগৰ কাৰ্যবাহী অভিযন্তা শ্ৰীশৈলেন্দ্ৰ শীলে চৌধুৰীৰ কথামতে কাৰ্যালয়টো আহল-বহলকৈ সাজে আৰু চাৰিমহলীয়া কৰাৰ বাবে ইয়াৰ ভেটি সুদৃঢ় কৰিছিল। ইয়াৰ বাবে চৌধুৰীদেৱে ১৮ বিঘা মাটি অধিগ্ৰহণ কৰাই ৰাখিছিল। চৌধুৰীৰ দিহামতে চৰকাৰেও কাৰ্যালয় ভৱনৰ বাবে অধিক টকাৰ আবণ্টন দিছিল। এইবোৰ চৌধুৰীদেৱৰ দূৰদৰ্শিতাৰ ফল। চৌধুৰীৰ আশা মতে ১৯৮৪ চনৰ ১৪ আগষ্টত নলবাৰী জিলাৰ শুভ উদ্বোধন হয়। এতিয়া নলবাৰী জিলাৰ সদৰ। মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া আৰু আমাৰ স্থানীয় মন্ত্ৰী ডাঃ ভূমিধৰ বৰ্মন আমাৰ সকলোৰে শলাগৰ পাত্ৰ। অসমত বৰ্তমানে গোষ্ঠীসংঘৰ্ষ আৰু ভাতৃঘাতী আন্দোলন চলি আছে। সেইবোৰ উপশম কৰাৰ হকে তামোলপুৰত অতি সোনকালে এটা মহকুমা ঘোষণা কৰিবলৈ অসমৰ ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰীক স্মাৰকপত্ৰ দিছে। অলপতে ৰাজ্যপালে নলবাৰী ভ্ৰমণ কৰিবলৈ আহোতে চৌধুৰীদেৱে ৰাজ্যপালক দেখা কৰি এই কথা পুনৰায় দোহাৰিছে, আনকি কেন্দ্ৰীয় গৃহসচিবলৈও এই বিষয়ে চিঠি লিখিছে। কেন্দ্ৰীয় গৃহ সচিবৰ চিঠিখন আমি পঢ়িছো। চৌধুৰীদেৱে নলবাৰীখনত অহা ৫০ বছৰত কেনেকুৱা অসুবিধা হ'ব পাৰে তাৰো কল্পনা কৰে। যানবাহন বৃদ্ধি অনুপাতে নলবাৰী চহৰৰ ৰাস্তাবোৰ যে বৰ ঠেক, তেখেতে তাকো গড়কাপ্তানি বিভাগৰ দৃষ্টি আকৰ্ষণ কৰিছে আৰু পৌৰসভাৰ সদস্যক এইবোৰ পৰামৰ্শ আগবঢ়াই আছে। চৌধুৰীয়ে ভাবে যে উপায়ুক্তৰ কাৰ্যালয়ৰ ওচৰে-পাজৰে চৰকাৰী কাৰ্যালয়বোৰ হ'ব লাগে। ভাৰাঘৰত চৰকাৰী অফিচ চলি থাকিব দিব নালাগে। ইয়াৰ ফলত চৰকাৰৰ বহুতো ৰাজহৰ অপব্যয় হয়। ডি.আই. অফিচৰ ওচৰতে থকা মাটিখিনিত স্কুল পৰিদৰ্শকৰ কাৰ্যালয় ভৱন নিৰ্মাণ হ'ব লাগে। বৰ্তমানৰ চক্ৰবিষয়াৰ কাৰ্যালয়ত এটা দুমহলীয়া ঘৰ সাজি বহু কাৰ্যালয় তাতে কৰিব পাৰে। এই ধৰণৰ কামবোৰ কৰাৰ বাবে তেখেতে সদায় চৰকাৰলৈ চিঠি-পত্ৰ লিখি থাকে। প্ৰধান ডাকঘৰৰ লগতে অধীক্ষকৰ কাৰ্যালয়ো হ'ব লাগে বুলি তেখেতে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীলৈও স্মাৰকপত্ৰ দিয়াৰ কথা আমি জানো। লাহে লাহে এইবোৰ কাম এদিন হ'ব।

চৌধুৰীয়ে লিখা-লিখি কৰাৰ ফলত ডাকবিভাগৰ অফিচ ঘৰটো নিৰ্মাণ হৈছে, কিন্তু ঘৰটো সকৈকে নিৰ্মাণ কৰাত ৰাইজৰ একো সুবিধা হোৱা নাই।

মানুহ থিয় হবলৈ তাত ঠাই অকণ নাই। এতিয়া জানিব পৰা গৈছে যে ডাক-তাঁৰ বিভাগে এতিয়া দুমহলীয়া ভৱন সাজিব। তেখেতৰ লিখা-লিখিৰ ফলত ডাকবিভাগে এই সিদ্ধান্ত ল'বলৈ স্থিৰ কৰিছে।

আগতে নলবাৰীত স্কুল পৰিদৰ্শকৰ কাৰ্যালয় নাছিল। তেখেতৰ যত্নত এতিয়া নলবাৰীত স্কুল পৰিদৰ্শকৰ কাৰ্যালয় হৈছে। বৰ্তমানেও এই কাৰ্যালয় ভাৰা ঘৰতে চলি আছে। তেখেতে চৰকাৰক পৰামৰ্শ দিছে যে এটা দুমহলীয়া ঘৰ সাজি তাতে স্কুল পৰিদৰ্শক, জিলা শিক্ষা বিষয়া আৰু জিলা উপ-পৰিদৰ্শকৰ কাৰ্যালয় একেটা ভৱনতে কৰিব পাৰি। তেতিয়া চৰকাৰৰ বহুত ৰাজহ বাচিব। ধনৰো বহুত ৰাহি হ'ব আৰু ৰাইজৰো বহুত সুবিধা হয়। ডাকঘৰৰ ওচৰতে তাৰ বাবে মাটিও আবণ্টন কৰা আছে। নলবাৰীৰ বহুতো কাৰ্যালয় ভাৰাঘৰত চলি আছে। গতিকে এটা প্ৰকল্প (Complex) নিৰ্মাণ কৰিব লাগে, য'ত সমবায় বিভাগ, মীন বিভাগ, গ্ৰাম্য বিকাশ, অভিকৰণ বিভাগ একেলগে ৰাখিব পাৰি। এই চিন্তাবোৰ নলবাৰীত আন নেতৃস্থানীয় লোকে কৰাৰ উমান পোৱা নাযায়। নলবাৰী জিলাত তিনিজন কেবিনেট মন্ত্ৰী আছে, তেখেতসকলৰো চৌধুৰীয়ে দৃষ্টি আকৰ্ষণ নকৰাকৈ থকা নাই। চৰকাৰী অফিচবোৰ নলবাৰীত ক'ত চলি থাকে ৰাইজে বিচাৰি নেপায়, কাৰণ অফিচে সঘনে ভাৰাঘৰ সলনি কৰি থাকে। গতিকে উপায়ুক্তৰ কাৰ্যালয়ৰ ওচৰত এখন ডাঙৰ ফলক লগাই ৰাইজক জ্ঞাত কৰাব পাৰে, যাতে ৰাইজে বিভাগৰ অফিচ বিচাৰি পাব পাৰে। এতিয়া লাহে লাহে মাটিও নোহোৱা হৈ আহিছে।

নলবাৰী মহকুমা সদৰ হোৱা বাবে ১৯৬৯ চনৰ শিক্ষাবৰ্ষৰপৰা নলবাৰী গৰ্ডন উচ্চতৰ মাধ্যমিক স্কুল চৰকাৰী হয়। তেতিয়াৰপৰা এই স্কুলৰ দায়িত্ব আৰু কৰ্তৃত্ব অসম চৰকাৰৰ। ১৯১৭ চনত নিৰ্মাণ কৰা ঘৰবোৰ জৰাজীৰ্ণ হৈ উৰ্বলি গৈছে। সেই সময়ত চৌধুৰীদেৱ নলবাৰী সমষ্টিৰ বিধায়ক আৰু বিমলাপ্ৰসাদ চলিহা মুখ্যমন্ত্ৰী। ১৯৫৮ চনতে গৰ্ডন স্কুল উচ্চতৰ মাধ্যমিক স্কুল হয়। চৌধুৰীদেৱে কটন কলেজিয়েট স্কুলৰ আৰ্হিত গৰ্ডন স্কুলৰ ঘৰ নিৰ্মাণ কৰাৰ বাবে অসম চৰকাৰৰ শিক্ষাবিভাগ আৰু মুখ্যমন্ত্ৰী চলিহাক আবেদন জনায় আৰু তাগিদা দিয়ে। তেখেতৰ পৰামৰ্শ আছিল যে গৰ্ডন স্কুলখন আগৰ ছাত্ৰাবাস থকা ঠাইত দুমহলীয়াকৈ সাজি দিলে পুৰণি চৌহদৰ মাটিখিনি ওলাই পৰিব আৰু তাতে জিলা পুথিভঁৰাল আৰু অফিচ কমপ্লেক্স আৰু এখন পাৰ্ক কৰিব পৰা হ'ব। তেতিয়া গৰ্ডন স্কুলৰ ছাত্ৰাবাস আৰু অন্যান্য ঘৰবোৰ ভাঙি তিনিটা দুমহলীয়া ভৱন নিৰ্মাণৰ যো-জা কৰা হয়। সেই সময়ত বিমলা চলিহাৰ মৃত্যু হয়। মাননীয় শ্ৰীশৰৎ সিংহদেৱ মুখ্যমন্ত্ৰী হৈ চৰকাৰ সলনি হয়। চৌধুৰীদেৱৰো বিধায়কৰ কাৰ্যকাল শেষ হয়। তাৰ লগতে অতি কম দিনৰ বাবে ১৯৭০ চনত মহেন্দ্ৰমোহন চৌধুৰীও মুখ্যমন্ত্ৰী

হৈছিল। তেতিয়া গৰ্ডন স্কুলৰ ভৱন নিৰ্মাণৰ কাম বন্ধ হৈ থাকে। তাৰ পাছত জৰুৰীকালীন অৱস্থা ঘোষণা কৰাত দেশব্যাপী পৰিস্থিতি উত্তপ্ত হৈ পৰে। বহুতো নেতাক কাৰাৰুদ্ধ কৰা হয়। দেশৰ উন্নয়নৰ বাবে কুৰিদফীয়া আঁচনি ঘোষণা কৰা হয় যদিও সেই পৰিমাণে উন্নয়নৰ গতি মুঠেই তীব্ৰ নহ'ল। জৰুৰীকালীন অৱস্থাৰ পাছত ১৯৭৭ চনত নতুন নিৰ্বাচন হয়। কেন্দ্ৰত জনতা চৰকাৰ গঠন হয়, অসমতো শ্ৰীগোলাপ বৰবৰাৰ নেতৃত্বত জনতা চৰকাৰ হোৱাত ৰাইজে সন্তোষ প্ৰকাশ কৰে। তেতিয়া শ্ৰীলক্ষ্যধৰ চৌধুৰী শিক্ষা মন্ত্ৰী আৰু অধ্যাপক শ্ৰীৰমণী বৰ্মন ৰাজ্যিক শিক্ষামন্ত্ৰী হয়। চৌধুৰীদেৱে তেখেতসকলকো গৰ্ডন স্কুলৰ ভৱন নিৰ্মাণৰ বাবে অনুৰোধ কৰে। ৰাজ্যিক শিক্ষামন্ত্ৰী ৰমণী বৰ্মনৰ আৰু কেবিনেট মন্ত্ৰী শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ নেতৃত্বত দুটা দুমহলীয়া ঘৰৰ বাবে টকা আবণ্টন হয় আৰু ফলস্বৰূপে দুটা আহল-বহল ঘৰ নিৰ্মাণ হৈছে। হাইস্কুলৰ শ্ৰেণীবোৰ নতুন ভৱনত বহে। কিন্তু উচ্চতৰ মাধ্যমিক শ্ৰেণী, কাৰ্যালয় আৰু পৰীক্ষাগাৰসমূহ পুৰণি অস্বাস্থ্যকৰ আৰু উৰ্ৱলি যোৱা ঘৰতে অতি দুখলগাকৈ চলি আছে। তাৰ পাছৰপৰা তৃতীয় ভৱন নিৰ্মাণৰ বাবে শইকীয়া চৰকাৰ আৰু মহন্ত চৰকাৰকো বহুত কাকুতি-মিনতি কৰাৰ পাছতো একো ফল ধৰা নাই। এতিয়া দুটা চৌহদত শ্ৰেণী চলি থকাৰ বাবে প্ৰশাসনীয় অসুবিধা হোৱাৰ উপৰিও পুৰণি চৌহদটো অতি জৰাজীৰ্ণ হৈ পৰিছে। আগৰ দুটা ভৱনৰ বাবে জনতা চৰকাৰ আৰু বিশেষকৈ অধ্যাপক ৰমণী বৰ্মন সকলোৰে ধন্যবাদৰ পাত্ৰ। ১৯৯৮ চনলৈ এই স্কুলৰ বাবে অসম গণ পৰিষদ চৰকাৰে একো নকৰিলে। এবাৰ শতবাৰ্ষিকী অনুষ্ঠানত তদানীন্তন শিক্ষামন্ত্ৰী শ্ৰীবৃন্দাবন গোস্বামীক চৌহদ দুটা দেখুৱাই আমি তৃতীয় ভৱন নিৰ্মাণৰ বাবে অনুৰোধ জনাইছিলো যদিও বাস্তৱত একো ফল নধৰিল। বৰ্তমান নলবাৰী জিলাৰ তিনিজন কেবিনেট মন্ত্ৰী আছে আৰু গৰ্ডন স্কুলৰ অসুবিধাটো তেখেতসকলকো অৱগত কৰা হৈছে।

এই ক্ষেত্ৰত তৃতীয় ভৱন নিৰ্মাণৰ বাবে চৌধুৰীদেৱ লাগি আছে। পুৰণি চৌহদত জিলা পুথিভঁৰালৰ আধাৰশিলা স্থাপন কৰাৰো বহুত দিন হ'ল। কিন্তু তাৰ পাছত জিলা পুথিভঁৰালৰ ভৱন নিৰ্মাণৰ বাবে একো কাম কৰা দেখা নাই। আধাৰশিলাটো থিয় হৈ আছে। বৰ্তমান আৰ্থিক অনাটনৰ বাবে এই কাম আগবঢ়া নাই বুলি জনা গৈছে। কিন্তু আমাৰ দেশৰ আৰ্থিক অৱস্থাৰ কেতিয়া উন্নতি হ'ব? আজি আমাৰ প্ৰয়োজন গৰ্ডন স্কুলৰ তৃতীয় ভৱন আৰু জিলা পুথিভঁৰাল আৰু প্ৰেক্ষাগৃহ।

চৌধুৰীয়ে গৰ্ডন স্কুলৰ চৌহদটো দেখি খুব দুখ কৰে, এতিয়া তেখেতে স্বাস্থ্যজনিত কাৰণত দিছপুৰলৈ গৈ মুখ্যমন্ত্ৰীক লগ ধৰিব পৰা নাই, কেৱল

চিঠিহে লিখে। এদিন তেখেতে আক্ষেপ কৰি কৈছিল, "প্ৰসন্ন থকা হ'লে এই কাম পৰি নেথাকিলহেঁতেন। সি নিশ্চয় কৰিব পাৰিলেহেঁতেন"।

যোৱা ২৭।৯।৯৭ তাৰিখে তেখেতে ৰাজ্যপাল সিন্‌হা মহোদয়ক লিখিতভাৱে এইবোৰ কথা জনাইছে। ৰাজ্যপালে কৈছে যে সন্ত্ৰাসবাদ নিৰ্মূল হ'লে অসমৰ উন্নয়নৰ কামবোৰ হৈ উঠিব। এতিয়া প্ৰথম আৰু প্ৰধান কাম দেশত শান্তিৰ বাতাবৰণ বিৰাজ কৰোৱাহে। গৰ্ডনৰ পুৰণি চৌহদৰ চেহেৰা দেখি আজি প্ৰতাপনাৰায়ণ চৌধুৰী বা মণিৰাম দাস থকা হ'লে চকুলো টুকিলেহেঁতেন। নতুন গৃহ নিৰ্মাণ হ'লে তাত 'গঙ্গাৰাম হল', 'প্ৰতাপনাৰায়ণ চৌধুৰী আৰু মণিৰাম দাসৰ স্মৃতি ৰক্ষাৰ ব্যৱস্থা' হ'ব লাগে বুলি শতবাৰ্ষিকী উৎসৱত ৰাইজে জনমত ব্যক্ত কৰিছিল। নিশ্চয় ৰাইজৰ আশা চৰকাৰৰ সহযোগত এদিন ফলৱতী হ'ব।

পুৰণি চৌহদত জিলা পুথিভঁৰাল আৰু প্ৰেক্ষাগৃহ আৰু তাৰ লগতে পূৰ্বভাৰতীয়ে স্থাপন কৰা সাংস্কৃতিক সংগ্ৰহালয় স্থাপন হ'লে সোণত সুৱগা চৰিব আৰু চহৰৰ শোভা বৰ্দ্ধন কৰা হ'ব। মাজতে এখন ফুলনি বা পাৰ্ক কৰা যাব পাৰে। চৌধুৰীদেৱে তেখেতৰ জীৱিতকালতে এইখিনি কাম সমাধা হোৱাটো আশা কৰি আছে।

## ৮. নলবাৰী টাউন কমিটি/পৌৰসভা আৰু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী

১৯৩৫ চনৰপৰা নলবাৰী স্থাপন কমিটিয়ে নলবাৰীৰ জনসংখ্যা আৰু ইয়াৰ ব্যৱহাৰিক অগ্ৰগতিৰ পৰিপ্ৰেক্ষিতত নলবাৰী টাউন কমিটি স্থাপনৰ হকে কেইবাখনো ৰাজহুৱা সভা পাতি জনমত গঠন কৰে। তদুপৰি ৰাজহুৱা সভাৰ প্ৰস্তাৱ অনুসৰি টাউন কমিটি স্থাপন কৰাৰ বাবে চৰকাৰক অনুৰোধ জনায়। সজাতি দলেও বিভাগীয় কৰ্তৃপক্ষক লগ ধৰি টাউন কমিটি স্থাপনৰ বাবে দাবী উত্থাপন কৰে। এই কমিটিৰ অন্যতম নেতা, প্ৰধান শিক্ষক মণিৰাম দাস, প্ৰতাপচন্দ্ৰ গোস্বামী, প্ৰতাপনাৰায়ণ চৌধুৰী, শ্ৰীকান্ত চৌধুৰী, শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী প্ৰভৃতি নেতাসকলে সজাতি দল হিচাপে চৰকাৰক স্মাৰকপত্ৰ জ্ঞাপন কৰে। সেই সময়ত নলবাৰীৰ দৰে এখন গাৱঁলীয়া ঠাইত টাউন কমিটি স্থাপন কৰা কাম সহজসাধ্য নাছিল। ইংৰাজ চৰকাৰৰ দিনত জিলাৰ সদৰ অথবা মহকুমা সদৰতহে টাউন কমিটি বা পৌৰসভা স্থাপন কৰা হৈছিল। এই সা-সুবিধা পাবৰ বাবে ৰাইজে বহু পৰিশ্ৰম কৰিও এনেবোৰ কামত চৰকাৰক পতিয়ন নিওৱা সহজসাধ্য নাছিল। ১৯১১ চনত গোলোকগঞ্জৰপৰা আমিনগাৱঁলৈ ৰেলগাড়ী চলাত আৰু নলবাৰী ৰেলষ্টেচন হোৱাত নলবাৰীৰ ব্যৱসায়-বাণিজ্য বৃদ্ধি হৈছিল আৰু লাহে লাহে জনসংখ্যাও বৃদ্ধি হৈছিল। সেই সময়ত

কোনো গাঁৱলীয়া অঞ্চলত পৌৰসভা গঠন হোৱা নাছিল। নলবাৰীত স্থাপন হোৱা গৰ্ডন হাইস্কুলৰ পৰীক্ষাৰ ফলাফলেও নলবাৰীৰ নাম-যশ বৃদ্ধি কৰাত অৰিহণা যোগাইছিল। নৈমিষাৰণ্যৰ দৰে নলবাৰীখনত পণ্ডিত লোকৰ সমাবেশ হৈছিল। নলবাৰীৰ সংস্কৃত কলেজ আৰু সংস্কৃত সঞ্জীৱনী সভায়ো নলবাৰীৰ শৈক্ষিক পৰিবেশ উন্নত কৰিছিল। সত্ৰাধিকাৰ প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী অসমবিখ্যাত লোক আৰু চৰকাৰৰো প্ৰিয়পাত্ৰ ব্যক্তি। ১৯৩৫ চনত নলবাৰীৰ জনসংখ্যা মাত্ৰ ৫০০০ মানহে আছিল। নানা আবেদনৰ মূৰত ১৯৩৮ চনত চৰকাৰে নলবাৰীত টাউন কমিটি গঠনৰ এখন ইস্তাহাৰ জাৰি কৰে। তেতিয়া টাউন কমিটিৰ ৱাৰ্ড চাৰিটা। চৰকাৰে নিম্নলিখিত ব্যক্তিসকলক প্ৰথম টাউন কমিটিৰ সদস্য মনোনীত কৰে।

| | | |
|---|---|---|
| ১। | শ্ৰীযামিনীকান্ত চক্ৰৱৰ্তী, এছ. ডি. চি. | চেয়াৰমেন |
| ২। | শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী | ভাইচ চেয়াৰমেন |
| ৩। | ড° সন্তোষমোহন চক্ৰৱৰ্তী | সদস্য |
| ৪। | কেদাৰমল বাজাজ | সদস্য |
| ৫। | চাহাব ৰামেশ্বৰ মাকাৰা | সদস্য |
| ৬। | মণিৰাম দাস, হেডমাষ্টৰ | সদস্য |
| ৭। | দণ্ডীৰাম মহাজন | সদস্য |
| ৮। | জোনাব মহবৎ আলী | সদস্য |
| ৯। | নীলকান্ত মহাজন | সদস্য |

নলবাৰী মহকুমা স্থাপন সমিতিৰ অশেষ চেষ্টাত ১৯৩৮ চনত নলবাৰী টাউন কমিটি স্থাপন হয়। এই কৃতকাৰ্যতাত নলবাৰীৰ ৰাইজ উৎফুল্লিত হয় আৰু নলবাৰী দোপতদোপে আগবাঢ়িবলৈ ধৰে। নলবাৰী চহৰৰ সীমা নিৰ্দ্ধাৰিণ কৰি লোৱা হয়। তেতিয়া খাটাবাৰী আৰু বজাৰ অঞ্চলক লৈ নলবাৰী টাউনৰ সীমা নিৰ্দ্ধাৰণ কৰা হয়। বৰ্তমানে নলবাৰী চহৰত শিলাকুটি, ৰেলপথৰ উত্তৰ খণ্ড , দীঘেলীৰ এক খণ্ড, মালিকুছিৰ একখণ্ড, জাপাৰকুছিৰ কিছু অংশ, পুণ্যাশ্ৰম আৰু কাজিপাৰা গোপাল বজাৰ আদি সুমুৱাই লোৱা হৈছে। ১৯৩৮ চনত উত্তৰ ট্ৰাঙ্কৰোডৰ বাহিৰে কোনো ভাল পথ নাছিল। শ্ৰীচৌধুৰীয়ে প্ৰথমতে নগৰখনৰ পৰিকল্পনা আৰু নতুন নতুন পথ নিৰ্মাণৰ আঁচনি প্ৰস্তুত কৰে। তেতিয়া উত্তৰে ৰেলপথ, দক্ষিণে থানা, পশ্চিমে গৰ্ডন স্কুলৰ ছাত্ৰাবাস আৰু পূবে খাটাবাৰীখন টাউনত সামৰি লোৱা হৈছিল। তেতিয়াৰ নলবাৰীত থানা, ডাকঘৰ, চক্ৰবিষয়াৰ কাৰ্যালয়, ছাব-ৰেজিষ্ট্ৰাৰৰ অফিচ, দাতব্য চিকিৎসালয়, এজন মেজিষ্ট্ৰেট (নগেন্দ্ৰ চন্দ্ৰ দাস ), এইখিনেই তেতিয়াৰ নলবাৰী। শিক্ষিত লোক হিচাপে গৰ্ডন স্কুলৰ শিক্ষক মহোদয়সকল

আৰু ছাত্ৰসকল। ছাত্ৰী নাই। চৰকাৰ মনোনীত কমিটিয়ে ১৯৪১ চনলৈ কাৰ্যনিৰ্বাহ কৰে। তেতিয়া টাউনৰ বাসিন্দাৰ পঞ্জীয়ন কৰা হয়। চৰকাৰী বিধি অনুসৰি ১৯৪১ চনত নিৰ্বাচন অনুষ্ঠিত হয়। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী এক নম্বৰ ৱাৰ্ডৰপৰা বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হয়। ১৯৪৯ চনলৈ তেখেতে ৩ বাৰ বিনা প্ৰতিদ্বন্দ্বিতাৰে চেয়াৰমেন নিৰ্বাচিত হোৱাটো তাৎপৰ্যপূৰ্ণ কথা। তেতিয়া তেখেত কোনো ৰাজনৈতিক দলৰ সদস্য নাছিল। সৰ্বমুঠ ১২ বছৰ তেখেতে নলবাৰী পৌৰসভাৰ সভাপতি থাকি নলবাৰী চহৰৰ বুনিয়াদ সুদৃঢ় কৰে। প্ৰথমতে ৩ বছৰ চৰকাৰ মনোনীত উপ-সভাপতি আছিল। তেখেতৰ একান্ত ইচ্ছা যে বহুদিন আগৰেপৰা নৱদ্বীপ বুলি খ্যাত নলবাৰী চহৰখন এখন সুন্দৰ নগৰত পৰিণত কৰা। কোনো চহৰ নিৰ্মাণৰ বাবে কেইটামান অতি গুৰুত্বপূৰ্ণ কাৰক আছে। ইয়াৰ ভিতৰত প্ৰথমতে বাট-পথ আৰু যাতায়াত ব্যৱস্থা। সেই সময়ত নলবাৰীৰপৰা যাতায়াতৰ একমাত্ৰ ব্যবস্থা ৰেলপথ। এইক্ষেত্ৰত ৰেলবিভাগৰ লগত যোগাযোগ কৰি কেইবাখনো ৰেলগাড়ী নলবাৰীত ৰখোৱাৰ ব্যৱস্থা কৰে। ষ্টেচনটো উন্নত কৰাৰ বাবেও লিখা-লিখি কৰে। সেই সময়ত প্ৰথমতে নলবাৰীৰপৰা গুৱাহাটীলৈ বাছ চলাচল নহৈছিল। পাগলাদিয়া, বৰলীয়া আৰু পুঠিমাৰী নদীৰ ওপৰত পকী দলং নাই। কাঠৰ দলঙো নাই। তেতিয়া গড়কাপ্তানি অফিচ গুৱাহাটীত। বৰলীয়া নদীৰ ওপৰত এখন অতি পুৰণি দলং আছিল। এতিয়াও জৰাজীৰ্ণ অৱস্থাত দলংখন আছে। চৌধুৰীদেৱৰ খাটনিৰ ফলত পাগলাদিয়া আৰু পুঠিমাৰীত মাৰ নাওৰ ব্যৱস্থা হয়। তেতিয়া মাৰ নাৱেৰে বাছ, মটৰ পাৰ কৰা হৈছিল। কাতি মাহত পাগলাদিয়াৰ ওপৰত বাঁহৰ দলং দিয়াৰ ব্যৱস্থা আছিল। বহাগৰ প্ৰথম ঢলতে দলংখন উটুৱাই নিয়ে। এই ব্যৱস্থা ১৯৫০ চনলৈ আছিল। ৰাইজৰ দাবীসহকাৰে চৌধুৰীয়ে লিখা-লিখি কৰাৰ ফলস্বৰূপে ১৯৫৪ চনত পাগলাদিয়া নদীৰ ওপৰত পকী দলং হয়। তেখেত দূৰদৃষ্টিসম্পন্ন লোক। তেখেতে পুঠিমাৰী দলঙৰ বাবেও যত্ন কৰে। তেখেত তেতিয়া নলবাৰী টাউন কমিটিৰ চেয়াৰমেন, তথাপি চৰকাৰে তেখেতৰ অনুৰোধ উপেক্ষা কৰা নাছিল। ফলস্বৰূপে পুঠিমাৰীতো দলং হ'ল আৰু তেতিয়াৰপৰাই নলবাৰী আৰু গুৱাহাটীৰ লগত যোগাযোগ আৰু যাতায়াতৰ সুচল হয়। ১৯৪৫ চনত নলবাৰীৰপৰা গুৱাহাটীলৈ এখন বাছ চলিছিল। এতিয়া দিনে-নিশাই অসংখ্য বাছ চলে বিভিন্ন ঠাইলৈ। মাৰ নাৱেৰে নদী পাৰ হ'বলৈ তেতিয়া আমিনগাৱঁলৈ চাৰি ঘণ্টা সময় লাগিছিল। এতিয়া ডেৰ ঘণ্টাত গুৱাহাটী পাব পাৰি। ১৯৬৪ চনত শৰাইঘাট দলং হোৱা বাবেহে এই সুবিধা হৈছে।

চৌধুৰীদেৱৰ পৰিকল্পনা আছিল যে নলবাৰী অচিৰে মহকুমা আৰু

জিলাৰ সদৰো হৈ উঠিব। তেখেতৰ মতে আমাক নলবাৰীত জিলাৰ সদৰ দিবই লাগিব। তেখেত এইক্ষেত্ৰত দৃঢ় প্ৰতিজ্ঞ। সেইবাবে নলবাৰীৰ লগত জিলাৰ সকলো ঠাইলৈ বাট-পথ হ'বই লাগিব, তেহে মানুহ জিলালৈ আহিব পাৰিব। নলবাৰীৰপৰা বৰমা-পাঠশালা হৈ বৰপেটা; নলবাৰী-সৰ্থেবাৰী হৈ বৰপেটা; নলবাৰী-ধমধমা হৈ সুবণখাটা; নলবাৰী-কমাৰকুছি, নলবাৰী-হাজো হৈ গুৱাহাটীলৈ পথ আৰু দলং নিৰ্মাণৰ বাবে বহুতো আবেদন-নিবেদন কৰিছিল। সেই কামবোৰ লাহে লাহে সম্পন্ন হৈছে। এই আবেদন-নিবেদন আৰু তাৰ উত্তৰবোৰৰ প্ৰতিলিপি চৌধুৰীৰ হাতত আছে। এই চিঠি-পত্ৰবোৰ অধ্যয়ন কৰি দেখা যায় যে তেখেতে নিজৰ উন্নতিৰ কাৰণে কোনো চিন্তা নকৰি নলবাৰীৰ বাইজৰ বাবেহে সদায় কাম কৰিছিল। নলবাৰী তথা অসমৰ উন্নতিহে তেখেতৰ কাম্য আছিল। প্ৰথমতে তেখেতে অৰাজনৈতিক লোক হিচাপে কামত ধৰিছিল আৰু সকলো ৰাজনৈতিক নেতাৰপৰা সমাদৰ আৰু সহায় পাইছিল। তেখেতৰ কথা কোনেও অৱজ্ঞা কৰা নাছিল। যেতিয়া ৰাজনৈতিক দলৰ সদস্যপদ লোৱা নাছিল, তেতিয়াও তেখেতৰ পিছত আছিল গাৱঁলীয়া অগণন কৃষক আৰু সাধাৰণ মানুহ।

১৯৪১ চনত নলবাৰী-বালিলেছা হৈ কমাৰকুছি পথ নিৰ্মাণ কমিটি গঠন হয়। ১৯৪১ চনত বালিলেছাত এই উদ্দেশ্যে ৰাজহুৱা সভা অনুষ্ঠিত হয়। বালিলেছাৰ কালী মন্দিৰ প্ৰাঙ্গণত অনুষ্ঠিত সভাত এই লেখকো উপস্থিত হোৱাৰ সৌভাগ্য হৈছিল। তাত কালাগ, কমাৰকুছি , বৰকুলহাটী, সোণকানি, বঙালমূৰ, কোটালকুছি, আঠঘৰীয়া, বালিকুছি, বাউসী উদয়পুৰ, পাণ্ডুলা, ৰণাকুছি, পাজিপৰ, পাৰোৱা, বৰমুৰিকোণা, কৰ্দৈতোলা, নামদঙা, বালিলেছা, সুতাৰকুছি, দীঘেলী, পয়না, জাপাৰকুছি, মালিকুছি আদি গাৱঁৰ মুখিয়ালসকল সমবেত হৈ পথ নিৰ্মাণৰ সিদ্ধান্ত হয়। সেই পথ নিৰ্মাণৰ সভাপতি নিৰ্বাচিত হয় মাননীয় শ্ৰীচৌধুৰীদেৱ। তেতিয়া তেখেত ৩১ বছৰীয়া ডেকা। নিৰ্মাণ কমিটিৰ সচিব নিৰ্বাচিত হয় অধিবক্তা হৰিশ্চন্দ্ৰ ডেকাবৰুৱা। ডেকাবৰুৱাৰ ঘৰ কৰ্দৈতোলাত। এই সভাৰ কাৰ্যবিৱৰণীখন পোৱা নগ'ল। তাৰে কেইজনমান সদস্যৰ নাম মনত আছে, বহুতৰে নাম মনত নাই। কেইজনমান সদস্য হ'ল বৰধাৰীৰ ৰবিচন্দ্ৰ ভট্টাচাৰ্য, চক্ৰেশ্বৰ দলৈ, শঙ্কৰ ভট্টাচাৰ্য, বালিলেছাৰ অৰুণ গাঁওবুঢ়া, গোন্দাৰাম মহন্ত, বস্তি গাঁওবুঢ়া, সুতাৰকুছিৰ গোমস্তা মণ্ডল, গজী মহৰী, নামদঙাৰ হেমবৰ্মা মজুমদাৰ, হৰকান্ত কলিতা, বালিকুছিৰ ড° কাশীনাথ শৰ্মা, বৰমুৰিকোণাৰ যতীন চন্দ্ৰ শৰ্মা, জগন্নাথ শৰ্মা কবিৰাজ, ৰত্নেশ্বৰ শৰ্মা মেজৰ, ৰুক্মিণী নাথ ভট্টাচাৰ্য, শৰৎ চন্দ্ৰ চৌধুৰী, ৰহাৰাম গাঁওবুঢ়া, নন্দীৰাম মিস্ত্ৰি, ফেচামেধি, বস্তিৰাম ডেকা, কৰ্দৈতোলাৰ বাপুৰাম তালুকদাৰ, ৰহিৰাম তালুকদাৰ,

তাৰানাথ শৰ্মা, ৰবিচন্দ্ৰ শৰ্মা, সতীশ চন্দ্ৰ শৰ্মা, জগন্নাথ চক্ৰৱৰ্তী, বেণুধৰ চক্ৰৱৰ্তী, ভদ্ৰাৰ বিষ্ণুচৰণ মজুমদাৰ, মমত মজুমদাৰ, মোহন তালুকদাৰ, ডাঃ প্ৰসন্ন মজুমদাৰ, তিলানাৰ ধাতুৰাম তামুলী, বস্তিৰাম তামুলী, কোটালকুছিৰ ৰমেশ মহন্ত, সোণকানিৰ গোপীনাথ ভূঞা, চকলাপাৰৰ সৰ্বেশ্বৰ চক্ৰৱৰ্তী, কমলাকান্ত শৰ্মা, লক্ষ্মীনাথ শৰ্মা, চণ্ডীচৰণ তালুকদাৰ, চন্দ্ৰধৰ চক্ৰৱৰ্তী (বৰমুৰিকোণা), আঠঘৰীয়াৰ বিপিন ভট্টাচাৰ্য, আদি ব্যক্তি তাত উপস্থিত আছিল। কালাগৰপৰা গো-পূজা স্থানলৈ পথডোখৰ আগতে বালিকুছিৰ ড° কাশীনাথ শৰ্মাৰ নেতৃত্বত নিৰ্মাণ হৈছিল। ৰাজহুৱা সভাত বালিলেছাৰপৰা নলবাৰী-খাটাবাৰীলৈ এইখণ্ড পথ নিৰ্মাণৰ সিদ্ধান্ত হয়। তেতিয়া দেৱীৰাম পাঠশালা স্কুল স্থাপন হোৱা নাছিল। ১৯৫০ চনতহে দেৱীৰাম পাঠশালা হাইস্কুল সাহিত্যৰত্ন হৰিনাৰায়ণদেৱৰ দানেৰে নিৰ্মিত হয়। ১৯৪৮ চনলৈ এই পথৰ কাম বালিলেছালৈ সম্পূৰ্ণ হৈ উঠে। ১৯৪৯ চনৰ জানুৱাৰী মাহত এই আধৰুৱা কামখিনি ৰাইজৰ শ্ৰমদানেৰে নিৰ্মাণ কৰাৰ সিদ্ধান্ত লোৱা হয়। এইছোৱা পথৰ পট্টাদাৰসকলে দীঘেলীৰ মাজত আপত্তি তোলে। পট্টাদাৰসকলক বুজাই-মেলি চেষ্টা কৰা সত্ত্বেও একো সিদ্ধান্ত ল'ব নোৱাৰি শেষত ৰাইজে ১৯৪৯ চনৰ ১৮ জানুৱাৰীত এই কাম শ্ৰমদানেৰে নিৰ্মাণ কৰাৰ সিদ্ধান্ত লোৱা হয়। চৌধুৰীৰ মতে সিদিনা প্ৰায় ১০০০ খন কোদাল লৈ ৰাইজ ওলাই আহে। আমি চৌধুৰীৰ জনপ্ৰিয়তাত তবধ মানিছো। তেখেত আৰু হেমচন্দ্ৰ বৰ্মা মজুমদাৰে প্ৰথম কোদালেৰে কেইচাবমান মৰাৰ লগে লগে ৰাইজে একেদিনাই বালিলেছাৰপৰা খাটাবাৰীলৈ পথছোৱা নিৰ্মাণ কৰি উলিয়ায়। আমি চাউল-পাত আনি ৰাইজক খুউৱাৰ ব্যৱস্থা কৰো। দীঘেলীৰ লোকসকলে ভাত ৰান্ধে। আবেলি ভাত খাই জয়ধ্বনি দি ৰাইজ ঘৰাঘৰি যায়। খাটাবাৰীৰ সুৰেন্দ্ৰ দাসে বহুত ফটো লৈছিল। এতিয়া ফটোবোৰ পোৱা নগ'ল। এই পথ বন্ধা কামটো এটা উৎসৱৰ দৰে হৈছিল। অগণন ৰাইজে এই দৃশ্য উপভোগ কৰিছিল। মাজতে দীঘেলীৰ বীৰধনে হাঁহি মাটিত শুই পৰিল, চৌধুৰীৰ দিহামতে বীৰধনক কোনোবাই দাঙি লৈ গ'ল, ৰাস্তাৰ কাম আগবাঢ়িল। আমি দেখা এই ঘটনাটোৱে চৌধুৰীক আৰু অধিক জনপ্ৰিয় নেতা কৰি তুলিলে।

নলবাৰী-বালিলেছা-কমাৰকুছি পথটো নিৰ্মাণৰ সময়ত তেখেতে এই অঞ্চলৰ বহুতো লোকক লগ ধৰি পথ নিৰ্মাণত সহায় কৰাৰ বাবে আবেদন জনাইছিল। খোজকাঢ়ি দুই-চাৰিজন সঙ্গী লৈ গাঁওবোৰত ভ্ৰমণ কৰিছিল আৰু ৰাইজৰ অফুৰন্ত সঁহাৰি পাইছিল। সেই সময়ত নলবাৰীৰ কংগ্ৰেছ কৰ্মী সকলক তেখেতৰ লগত কাম কৰা দেখা নাই। সেই সময়ত নলবাৰী কংগ্ৰেছ কৰ্মী শ্ৰীমান প্ৰফুল্ল গোস্বামী, অধিবক্তা শ্ৰীহৰিচৰণ পাঠক, ড° হৰেকৃষ্ণ

গোস্বামী, বালিৰাম তহবিলদাৰ আৰু কণকচন্দ্ৰ বৰ্মা—এইসকল লোকৰ লগত চৌধুৰীদেৱৰ সুসম্পৰ্ক আছিল। এই কামখিনি কৰাৰ সময়ত আমি শ্ৰীচৌধুৰীৰ জনপ্ৰিয়তাৰ উমান পাইছিলো। তেখেতৰ কৰ্মক্ষেত্ৰ কেৱল নলবাৰীখনেই নহয়, গোটেই অসমখনেই তেখেতৰ কৰ্মক্ষেত্ৰ।

নলবাৰী পৌৰসভাৰ চেয়াৰমেন নিৰ্বাচিত হৈ চহৰখনৰ উন্নয়নত মন দিয়ে। সেই সময়ত নলবাৰীৰ সাপ্তাহিক বজাৰখন নৰ্থ ট্ৰাংকৰ'ডৰ দক্ষিণে বিলাস ৰায় ভাৰাতীয়াৰ ঘৰৰ সন্মুখত আছিল, ঠাইখিনি বৰ ঠেক। তেখেতে বজাৰখন স্থানান্তৰ কৰাৰ পৰিকল্পনা লয়। তাৰপৰা বজাৰখন আঁতৰাই আহল-বহল ঠাইত পতাৰ বাবে পৌৰসভাত প্ৰস্তাৱ গ্ৰহণ কৰে। সেইমতে মাটিও লোৱা হয়। ১৯৪৯ চনত প্ৰতাপনাৰায়ণ চৌধুৰীৰ মৃত্যুৰ পাছত তেখেতে খাটা মৌজাৰ মৌজাদাৰৰ পদবী গ্ৰহণ কৰাত পৌৰসভাত আৰু নেথাকিল। চৌধুৰীয়ে পৌৰসভা এৰাৰ পাছত ডাং হৰেকৃষ্ণ গোস্বামীয়ে চেয়াৰমেন নিৰ্বাচিত হৈ বজাৰখন বৰ্তমান থকা ঠাইলৈ স্থানান্তৰ কৰে ১৯৫২ চনত। ইয়াৰ ফলত বজাৰখন আহল-বহল হয় আৰু চহৰখনে দক্ষিণে নলবাৰী কলেজলৈ বিস্তৃতি লাভ কৰে। গোস্বামীৰ পাছত ক্ৰমে ডাং গঙ্গানাথ ভট্টাচাৰ্য, শ্ৰীহৰিচৰণ পাঠক, সুবৰ্ণসেন বৰকাকতি, শ্ৰী লোহিত দাস, শ্ৰীজ্ঞানেন্দ্ৰমল্ল বুজৰবৰুৱা, শ্ৰীঅৰুণমল্ল বৰুৱা, শ্ৰীজয়দেউ জালান, শ্ৰীমহেন্দ্ৰ নাথ ডেকা নলবাৰী পৌৰসভাৰ পৌৰপতি হৈছিল। ১৯৯৭ চনত শ্ৰীমতী ইন্দিৰা মজুমদাৰ পৌৰসভাৰ সভানেত্ৰী নিৰ্বাচিত হৈছে।

ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী আঢ্যৱন্ত লোক নাছিল। তেখেতে টকা-পইচা অৰ্জাৰ বাবেও মনোনিৱেশ কৰা নাছিল। মৌজাৰ যি আয়, সেই আয় লৈ সন্তুষ্ট থাকি ঘৰখন চলাইছিল। খেতি-বাতিৰপৰা কিছু আয় হৈছিল। তেখেতৰ হাতী, ঘোঁৰা বা আন যানবাহনো নাছিল। পুত্ৰ চৌধুৰীয়ে তথাপি পিতৃৰ শ্ৰাদ্ধ আদি ডাঙৰকৈ পাতি দান-দক্ষিণা কৰিছিল আৰু বহু মানুহক ভোজন কৰাইছিল। দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰিছিল। মৌজাৰ দায়িত্ব লৈ তেখেত পুনৰাই জনহিতকৰ কামত লাগে। পৌৰসভাৰ বিষয়বাব নহ'লেও নগৰখনৰ বিভিন্ন অভাৱ দূৰ কৰাৰ বাবেও নিজাববীয়াকৈ বা পৌৰসভাৰ সহযোগত কাম কৰিছিল। সেই সময়ত সমাজত দুৰ্নীতি আৰু অপৰাধ বৰ কম আছিল। কংগ্ৰেছ কৰ্মীসকলে কাৰাগাৰৰপৰা ওলাই আহি গঠনমূলক কামত মন দিছিল আৰু সৎভাৱে জীৱন যাপন কৰিছিল। তেখেতসকলে সমাজত ত্যাগৰ আদৰ্শ দেখুৱাইছিল, নিজৰ স্বাৰ্থ পূৰণৰ বাবে কোনেও ৰাজনীতি কৰা নাছিল। দালালজাতীয় লোক সমাজত দেখা নগৈছিল। চাকৰি দিম বুলি কোনেও কাৰোপৰা টকা লোৱা নাছিল। সেই সমাজৰ আদৰ্শ আজিৰ সমাজত দেখা নাযায়।

১৯৪৫ চনমানৰপৰা ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ শৰীৰ ক্ৰমে বেয়া হৈ আহিছিল। স্বাস্থ্যৰ যথেষ্ট অৱনতি ঘটিছিল। তেতিয়া তেখেতৰ ভাতৃ গুৱাহাটীনিবাসী শ্ৰীনবীন নাৰায়ণ চৌধুৰীয়ে আহি ককায়েকক জিৰণি ল'বলৈ পৰামৰ্শ দিয়ে আৰু মৌজাৰ দায়িত্ব শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক দিবলৈ অনুৰোধ জনায়। সেইমতে নামত নহ'লেও কামত ১৯৪৬ চনৰপৰা চৌধুৰীদেৱে মৌজাৰ কাম চোৱা-চিতা কৰিবলৈ লয়। সেই সময়ত তেখেত পৌৰপতি। পৌৰসভাৰ কাম আৰু মৌজাৰ কাম দুয়োটা চলাব লাগে। ইপিনে সমাজৰ কামৰ বোজা আছেই। তেতিয়া মৌজাৰ সহায়কাৰী প্ৰতাপ দত্ত, বস্তিৰাম গাঁওবুঢ়া আৰু ভাবিৰাম গাঁওবুঢ়া। পৌৰসভাৰ ভাইচ চেয়াৰমেন মুন্সি মহবৎ আলী মহাজন। এইকেইজন লোকে আমৃত্যু চৌধুৰীৰ অনুগত আৰু সহায়কাৰী আছিল। সদায় চৌধুৰীৰ লগত পৰামৰ্শ কৰি কাম কৰিছিল। মুন্সি মহবৎ আলী চাহাব এজন সৎ আৰু কৰ্মী লোক আছিল। তেখেত আব্দুল আলীৰ পুত্ৰ। চৌধুৰীয়ে এই কামৰ মাজতো বিভিন্ন সময়ত ছিলং বা গুৱাহাটীলৈ যাব লাগে। গাঁও অঞ্চলতো মাজে-সময়ে যাবলগীয়া হয়। গাৱঁৰ মানুহৰ অভাৱ-অভিযোগৰ বুজ ল'ব লাগে আৰু সেইবোৰৰ সমাধানৰ বাবে চিন্তা কৰি নিৰাময়ৰ ব্যৱস্থা ল'ব লাগে। খাজনা আদায়ৰ বাবে তেখেতে ৰায়তক জোৰ-জুলুম কৰিবলৈ সততে বাধা দিছিল। সেইবাবে মৌজাদাৰ হিচাপে তেখেত সকলোৰে প্ৰিয়পাত্ৰ আছিল। মৌজাৰ লোকে তেখেতক হাকিম বুলি মাতিছিল, কাৰণ তেখেতে চৰকাৰৰপৰা মেজিষ্ট্ৰেটৰ মৰ্যাদা পাইছিল। বৰ্তমান মানুহে পি. এন. চি. বুলিলে তেখেতকে বুজে।

পৌৰপতি হিচাপে চৌধুৰীদেৱে নলবাৰী চহৰখনক এখন সুন্দৰ চহৰ হিচাপে গঢ়ি তুলিবলৈ সদায় যত্ন কৰিছিল। তেখেতৰ সামাজিক কামৰ প্ৰতি হাবিয়াস থকাৰ ই এটা প্ৰমাণ। সদাব্যস্ত চৌধুৰীয়ে সামাজিক কাম কৰি বিমল আনন্দ পাইছিল। ঘৰ-সংসাৰ বা অৰ্থ উপাৰ্জনৰ চিন্তাতকৈ সমাজমুখী আৰু বহিৰ্মুখী চিন্তাহে অধিক কৰিছিল। নলবাৰী চহৰৰ প্ৰথমতে মাত্ৰ চাৰিটা ৱাৰ্ডহে আছিল। তেখেতে ১২টা ৱাৰ্ড কৰাৰ বাবে চৰকাৰক হেঁচা দিছিল, তাৰ ফলত এতিয়া ১২টা ৱাৰ্ড হৈছে। পৌৰসভাৰ সদস্য নোহোৱাকৈও তেখেতে সদায় নলবাৰীখনৰ চিন্তা কৰে। চৌধুৰীৰ যত্নত নলবাৰী কলেজৰ পৰা নলবাৰী হৰি মন্দিৰলৈ পথটো নিৰ্মাণ হয় ১৯৫৫ চনত। এতিয়াও চহৰৰ সম্প্ৰসাৰণৰ বাবে তেখেত লাগি আছে। ১৯৯৭ চনত অসমৰ মুখ্যসচিব জাফা আৰু অসমৰ ৰাজ্যপাল নলবাৰীলৈ অহাত বহু দাবী সম্বলিত মানপত্ৰ দি নলবাৰী চহৰ আৰু জিলাখনৰ উন্নয়নমূলক কামত গুৰুত্ব দি অধিক ধনৰ মঞ্জুৰী দিবলৈ আৰু তামোলপুৰত মহকুমা স্থাপনৰ বাবে টানি অনুৰোধ কৰে। তেখেতে টিহু মহকুমা গঠনৰো যুক্তি আছে বুলি দোহাৰে।

সন্ত্ৰাসবাদ নিৰ্মূল কৰি দেশখনত শান্তিৰ বাতাবৰণ সৃষ্টি কৰিবলৈ উগ্ৰপন্থীসকলৰ লগত মুকলিমূৰীয়াকৈ আলোচনা কৰিবলৈ আৰু বড়ো সমস্যাৰ সমাধানৰ বাবেও গোহাৰি জনায়। বৰ্তমান অসমখনৰ বিভিন্ন সমস্যা লৈ তেখেতে অতি চিন্তিত হৈ দিন কটাইছে। এইবোৰ সমস্যা সমাধানকল্পে কেন্দ্ৰীয় চৰকাৰৰ গৃহসচিবলৈ তেখেতে চিঠি লিখে। নলবাৰী চহৰৰ পথসমূহ বহলাবলৈ আৰু পানী নিষ্কাসনৰ বাবে অধিক টকা আবণ্টনৰ বাবেও মুখ্যসচিব আৰু ৰাজ্যপালক অনুৰোধ জনায়।

১৯৪১ চনত যেতিয়া তেখেত পৌৰসভাৰ নিৰ্বাচিত সভাপতি হয় তেতিয়াই চহৰৰ বাট-পথৰ এখন নক্সা যুগুত কৰি অৰ্থ সংগ্ৰহৰ বাবে আঁচনি কৰে। এতিয়া নলবাৰী চহৰৰ মাজত থকা আটাইবোৰ পথৰে নিৰ্মাণ তেখেতৰ কাৰ্যকালতে হয়, কিন্তু চৰকাৰে আৱশ্যকীয় পুঁজি যোগান নধৰাৰ ফলত আৰু পৌৰসভাৰ পুঁজিও টনকিয়াল নোহোৱাৰ বাবে ৰাস্তাবোৰ পকী হৈ নুঠিল। প্ৰত্যেকজন মুখ্যমন্ত্ৰী আৰু পৌৰ প্ৰশাসন মন্ত্ৰীক আৰু জিলাৰ উপায়ুক্তক ইয়াৰ বাবে খাটনি ধৰিছিল আৰু তেখেতসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। পানী নিষ্কাসনৰ বাবেও তেখেত লাগি আছে। নলবাৰী চহৰৰ পানী জাবৰ বেলেগত পেলাই দিয়াৰ বাবে কিছু কাম হৈছিল। টকাৰ অভাৱত ৰাস্তা পথৰ মেৰামতি আৰু নৰ্দমাবোৰ হৈ নুঠাত বাৰিষা চহৰখনৰ বহু ঠাই এতিয়া পানীত ডুবি থাকে। এতিয়া চহৰখন লেতেৰা হৈ থাকে। বজাৰখনতো দোকান-পোহাৰৰ ঠাই নাই। ৰাস্তাৰ ওপৰতে এতিয়া দোকান বহে। বৰ্তমান চৰকাৰে দুমহলীয়া ছুপাৰ মাৰ্কেট কৰাৰ বাবে ঘৰ নিৰ্মাণ কৰি থকাটো সুখৰ কথা। বৰ্তমান পৌৰসভাই বহুত ঘৰ নিৰ্মাণ কৰি তুলিছে, ইয়াৰ ভাৰাবোৰ ঠিকমতে আদায় কৰিব পাৰিলে পৌৰসভাৰ পুঁজি টনকিয়াল হ'ব পাৰে। তেখেতে ভাবে যে চহৰৰ এখন মাষ্টাৰ প্লান হ'ব লাগে, নহ'লে পাছত সমস্যা বৃদ্ধিহে হ'ব। বেচৰকাৰী বাছ আস্থানৰ স্থানো ৰেলপথৰ উত্তৰে হ'ব লাগে বুলি তেখেতে উপায়ুক্তক মনত পেলাই দি আছে।

তেখেতে প্ৰথমতে কৰদাতাসকলৰ পিয়ল কৰাই কৰ নিৰ্দ্ধাৰণ কৰে। সেই সময়ত বিজুলীবাতিৰ ব্যৱস্থা নাছিল, তাৰবাবে বিজুলী সৰবৰাহ কেন্দ্ৰ নিৰ্মাণৰ হকে অনুৰোধ জনায়। প্ৰথমতে চহৰত হাৰিকেন লেম্প লগাই চহৰখনত পোহৰৰ ব্যৱস্থা কৰা হৈছিল। তাৰ নমুনা নলবাৰী কলেজত এতিয়াও আছে। ১৯৪০ চনৰপৰা কাঠৰ খুটাৰ ওপৰত ঢাকনি দি হাৰিকেন লেম্প লগোৱাৰ ব্যৱস্থা আছিল। এতিয়া ৰাস্তাত বিজুলী পোহৰৰ বন্দোবস্ত হৈছে। ১৯৪০ চনত নলবাৰীৰ ডাক্তৰখানাৰ সন্মুখত এটা গভীৰ পকা কুঁৱা আছিল, তাৰপৰা চহৰৰ লোকে পানী ল'ব পাৰিছিল, তাৰ পাছত ঠায়ে ঠায়ে নলীনাদ বহুৱা হয়। জাবৰ-জোথৰ গুচাই চহৰখন পৰিষ্কাৰ কৰি ৰখাৰ বাবে

তেখেতে নিজেই চকু দিছিল। বৰ্তমান চহৰৰ বহু ঠাইতে জাবৰ দ'ম হৈ থকা দেখিলে তেখেতে দুখ কৰে। উপ-সভাপতি মঃ মহবৎ আলীচাহাবেও এইক্ষেত্ৰত সক্ৰিয়ভাৱে চহৰৰ কাম কৰিছিল।

এতিয়া চৌধুৰীয়ে হুকুম দিব নোৱাৰে, কিন্তু চহৰবাসীৰ দুখ আৰু অসুবিধাৰ প্ৰতি সজাগ হ'বলৈ আৰু জনস্বাস্থ্যৰ প্ৰতি অধিক যত্ন ল'বলৈ পৌৰসভাক পৰামৰ্শ দিয়ে। বৰ্তমান পৌৰসভাই পানী বিতৰণ কৰে, কিন্তু পানীৰ পৰিমাণ পৰ্যাপ্ত নোহোৱাত চহৰবাসীয়ে নিজাকৈ নলীনাদ বহুৱাই ল'ব লগাত পৰিছে। পৌৰসভাৰ নিজা নলীনাদ এতিয়া প্ৰায় নায়েই। বিজুলী বাতিও খুব অনিয়মীয়া। তাৰ বাবেও তেখেতে চিঠি-পত্ৰ লিখে। এডহক্ পৌৰসভা গঠনৰ তেখেতে সদায় বিৰোধিতা কৰি আহিছে। তেখেতৰ মতে পৌৰসভা নিৰ্বাচিত সদস্যৰদ্বাৰাহে পৰিচালিত হ'ব লাগে। ৰাইজক এইক্ষেত্ৰত সুবিধা দিব লাগে, যাতে নাগৰিকসকলে নিজৰ সদস্য বাছি ল'ব পাৰে। তেতিয়া পৌৰসভাৰ সদস্য ৰাইজৰ জবাবদিহি হ'ব পাৰে। এডহক্ সভাক ৰাইজে কি ক'ব পাৰে? নিয়মমতে পৌৰসভাৰ নিৰ্বাচন অনুষ্ঠিত হ'ব লাগে। চৰকাৰী বিষয়াকো পৌৰসভা চলোৱাৰ দায়িত্ব দিব নালাগে, তেওঁলোকে সময় নাপায় আৰু নিষ্ঠাৰে কামো কৰিব নোৱাৰে।

১৯৪৭/৪৮ চনত নতুন হাটখোলাৰ ৮½ বিঘা মাটিৰ ভিতৰতে এটা পুখুৰী খন্দাই সেই মাটিৰে পথ নিৰ্মাণ কৰি সেই পথ লক্ষ্মীনাথ বেজবৰুৱা পথৰ লগত সংযোগ স্থাপন কৰিলে। বৰ্তমানে য'ত শ্ৰীজ্ঞানেন্দ্ৰ মল্ল বুজৰবৰুৱাৰ চৌহদ, সেই ঠাইখণ্ড বৰ লেতেৰা আছিল, তেতিয়া তাত সুন্দৰ ধুবীৰ এটা জুপুৰি আছিল। প্ৰতাপনাৰায়ণ চৌধুৰী পথৰপৰা কণকমল্ল পথ নিৰ্মাণ কৰাত সেই ঠাইডোখৰ উন্নত হয়। বৰ্তমানে কণকমল্ল বৰুৱা ৰোড দেৱীৰাম পাঠশালাৰ ওচৰেদি গৈ নলবাৰী-বালিলেছা-কমাৰকুছি পথত সংযোগ হৈছে। শ্ৰীবিপিন চৌধুৰীৰ ঘৰৰ সেইডোখৰ এটা প্ৰকাণ্ড খাল আছিল, তাতে এতিয়া সুন্দৰ সুন্দৰ ঘৰ উঠিছে। এইখিনি কাম সমাধা কৰাৰ পাছত শ্ৰীচৌধুৰীয়ে পৌৰসভাৰপৰা বিদায় লোৱা বুলি ক'ব পাৰি, তাৰ পাছত আৰু তেখেতে পৌৰসভাৰ সদস্যপদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰা নাই। ১৯৪৯ চনত ৰায়চাহাবৰ দেহাৱসান হোৱা বুলি আগতে উল্লেখ কৰা হৈছে। তাৰ পাছতে শ্ৰীচৌধুৰীৰ বৰ পুত্ৰ প্ৰফুল্ল নাৰায়ণ চৌধুৰীৰো অকাল বিয়োগ ঘটে। তেতিয়া শোকাভিভূত চৌধুৰী নিৰ্বাচনত অৱতীৰ্ণ নহ'ল। কংগ্ৰেছ লোকসকলে ১৯৫০ চনত জয়লাভ কৰে আৰু ডাঃ হৰেকৃষ্ণ গোস্বামী পৌৰপতি নিৰ্বাচিত হয়।

১৯৫২ চনত বজাৰ স্থানান্তৰ হয়, চাৰিওফালে দোকান ঘৰ বান্ধি দিয়ে। এইবোৰৰ জৰিয়তে পৌৰসভাৰ আয় বহুত বৃদ্ধি হয়। ৮০ৰ দশকত ছহিদ

মাৰ্কেট আৰু ডাঃ গঙ্গাপথ নিৰ্মাণ কৰাৰ ফলতে ভালেখিনি আয় বৃদ্ধি হয়। বিজুলী সৰবৰাহ কেন্দ্ৰ স্থাপন হোৱাত ৰাইজৰ সুবিধা হৈছে। চৌধুৰীয়ে আশা কৰা মতে নলবাৰী চহৰৰ বহুতো উন্নতি হৈছে, কিন্তু জনসংখ্যা বৃদ্ধি, দোকান পোহাৰ বৃদ্ধি আদিৰ ফলত চহৰখন চাফ-চিকুণ কৰি ৰখাব পৰা নাই। বৰ্তমানে হাটখোলাৰ ওচৰে-পাজৰে ৰাস্তাৰ ওপৰতে দোকানবোৰ গঢ়ি উঠাত পথচাৰীৰ অসুবিধা হৈছে। তাক চাওঁতা কোনো নাই। গৰ্ডন স্কুলৰ পুৰণি চৌহদৰ পূব আৰু দক্ষিণ অংশত বহু মাটি বেদখল হৈছে। এইবোৰ চাওঁতা কোনো নাই। পাছত এই দোকানবোৰ উচ্ছেদ কৰাটো এটা ডাঙৰ সমস্যা হৈ উঠিব। আমি জিলাৰ উপায়ুক্তৰ দৃষ্টি আকৰ্ষণ কৰিছিলো, কিন্তু একো ফল ধৰা নাই। এনেদৰে বেদখল হোৱাৰ ফলত আৰু পথবোৰ ঠেক হোৱাত পথ দুৰ্ঘটনা ঘটাৰ সম্ভাৱনা বৃদ্ধি হৈছে। শ্ৰীচৌধুৰীদেৱে কেইবাদিনো নিজে গৈ জিলা উপায়ুক্তৰ দৃষ্টি আকৰ্ষণ কৰিছে। বৰ্তমানে গোপাল বজাৰত দৈনিক বজাৰ বহে, ৰেলপথৰ উত্তৰফালেও বজাৰ বহে, নলবাৰী কলেজ চ'কতো বজাৰ বহে, তথাপি মূল বজাৰখনত ক্ৰেতা আৰু বিক্ৰেতা বৃদ্ধি হৈয়ে আছে। এতিয়া বজাৰখন স্থানান্তৰ কৰাৰ বাবে সুবিধাজনক ঠাই নাই। চহৰত কোনো পাৰ্ক নাই। এইবোৰ কথা বৰ্তমান পৌৰসভা আৰু নাগৰিকসকলে চিন্তা-চৰ্চা কৰাৰ সময় হৈছে, নহ'লে ভৱিষ্যতে নাগৰিকৰ জীৱন দুৰ্বিসহ হৈ উঠিব। আবেলি ফুৰা-চকা কৰা ঠাই নলবাৰীত নহ'লেই — পাগলাদিয়া নদীও বহু দূৰ। মানুহে সেইফালে গ'লে অলপ মুকলি বতাহ পাব পাৰে।

### ৯. শিক্ষানুষ্ঠান আৰু চৌধুৰীদেৱ

নলবাৰী অঞ্চলটো অতীজৰেপৰা সংস্কৃত শিক্ষাৰ কেন্দ্ৰ আছিল। এতিয়াও অসমৰ ভিতৰত নলবাৰী জিলাখনত আদৰ্শ সংস্কৃত টোলৰ সংখ্যা বেছি। তেতিয়া সাধাৰণ শিক্ষাৰপৰা কাব্য, ব্যাকৰণ, দৰ্শন আদি সকলো বিষয়ৰ জ্ঞান টোলতে দিয়াৰ ব্যৱস্থা আছিল। তেতিয়া টোলৰ অধ্যাপকক চৰকাৰী কোনো বেতন দিয়াৰ ব্যৱস্থা নাছিল। ১৯১০ চনত শ্ৰীচৌধুৰীৰ যেতিয়া জন্ম হয়, তেতিয়া নলবাৰীৰ খাটাবাৰীত কোনো প্ৰাথমিক স্কুল নাছিল বুলি আগতে উল্লেখ কৰা হৈছে। প্ৰথমতে প্ৰতাপনাৰায়ণ চৌধুৰীদেৱে, হৰকান্ত চৌধুৰী, মণিৰাম দাস আদি মহৎ ব্যক্তিসকলে লগ লাগি ১নং টাউন প্ৰাথমিক স্কুল স্থাপন কৰে। সেই ঠাইতে ১৯৪৫ চনত নলবাৰী ছোৱালী হাইস্কুল স্থাপন হয়। ছোৱালী হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱ হৈ গৈছে। ১৯১০ চনত মালিকুছিত এখন আৰু নলবাৰী সত্ৰত এখন প্ৰাথমিক স্কুল আছিল। ১৯৩৫ চনত সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাই নিজৰ মাটি দান কৰি ঘৰ-দুৱাৰ সাজি দেৱীৰাম পাঠশালা (প্ৰাথমিক) স্কুল স্থাপন কৰে।

মহম্মদ হুচান মহাজনৰ লগত লগ লাগি খাটাবাৰীত মছজিদৰ ওচৰতে এখন মোক্তাৱ স্থাপন কৰে। তাতো চৌধুৰী জড়িত আছিল। মাননীয় ফকৰুদ্দিন আলি আহমেদ (পাছত ৰাষ্ট্ৰপতি) দেৱে এই মোক্তাৱখনৰ মঞ্জুৰী দিয়াত সহায় কৰে। চৌধুৰীদেৱৰ যত্নত বৰমছজিদৰ ওচৰত মোক্তাৱ আৰু তাৰ পাছত মাদ্ৰাছা, সোণপুৰত প্ৰাথমিক স্কুল স্থাপন হয়। তাত হাজি হাতেম আলি, ডাং হৰেকৃষ্ণ গোস্বামী , শ্ৰীহৰিচৰণ পাঠক আদি নেতৃস্থানীয় লোকসকলে সহায়ৰ হাত আগবঢ়াইছিল।

শিক্ষাবিদ মণিৰাম দাসদেৱে এখন বেচৰকাৰী বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ আৰম্ভ কৰিছিল ১৯৫০ চনত। পাছত বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰটো চৰকাৰীকৰণৰ বাবে মণিৰাম দাসদেৱৰ লগতে শ্ৰীচৌধুৰীয়েও চৰকাৰক হেঁচা দিয়ে। তেতিয়া চৰকাৰে তাৰ বাবে আৱশ্যকীয় মাটি বিচাৰে। চহৰৰ ভিতৰত ক'তো মাটি নাই। ১৯৪৫ চনত জাপাৰকুছিৰ চৰণীয়া পথাৰখন কলেজৰ নামত পট্টা হয় আৰু তালৈ কলেজ স্থানান্তৰ হয়। সেই মাটিৰে কিছু অংশ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ আৰু পশু চিকিৎসালয়ৰ নামত আবণ্টন দি দিয়া হয়। তেতিয়া বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ চৰকাৰীকৰণ কৰা হয়। নলবাৰী-কমাৰকুছি পথৰ পশ্চিমে বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ ঘৰ-দুৱাৰ চৰকাৰে নিৰ্মাণ কৰে আৰু তাৰ লগতে এখন ইংৰাজী অধ্যয়ন প্ৰাথমিক বিদ্যালয় স্থাপন কৰা হয়।

বৰ্তমানে জনসংখ্যা অনুসাৰে নলবাৰীত এখন প্ৰাথমিক স্কুলৰ অভাৱ আছে। যিকেইখন প্ৰাথমিক স্কুল আছে, তাত ছাত্ৰ- ছাত্ৰীৰ সংখ্যা অতি বেছি। সেই পৰিমাণে আহল-বহল ভাল ঘৰ-দুৱাৰ, আচবাবৰ অভাৱ। ইয়াৰ ফলত অভিভাৱকসকল বিমোৰত পৰে। প্ৰাথমিক স্কুলবোৰৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি হোৱাৰ ফলত শিক্ষাৰ মানো নিম্নগামী হৈছে। এই স্কুলবিলাকৰ অৱস্থা অনুধাৱন কৰি বেচৰকাৰী প্ৰাথমিক স্কুল স্থাপনৰ ধাৰণা নলবাৰীত উদয় হয়। এই প্ৰচেষ্টা প্ৰথমতে হাতত লয় নলবাৰী মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীযজ্ঞেশ্বৰ বুজৰবৰুৱাদেৱে। তেখেতে 'Little Flower' নাম দি নিজ খৰচত নিজৰ মাটিত ঘৰ-দুৱাৰ সাজি স্কুল এখন স্থাপন কৰে। এই স্কুলখনেই নলবাৰীৰ ইংৰাজী মাধ্যমৰ প্ৰথম স্কুল। ইয়াত প্ৰাক্-প্ৰাথমিক শ্ৰেণীৰপৰা ১০ম মানলৈ আছে। ইয়াত ছাত্ৰ-ছাত্ৰীৰ ভীৰ অতি বেছি। হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফলো সন্তোষজনক। বৰ্তমান নলবাৰীত কেইবাখনো ইংৰাজী মাধ্যমৰ প্ৰাথমিক স্কুল স্থাপন হৈছে। আনকি ডাঙৰ গাঁওবিলাকতো ইংৰাজী মাধ্যমৰ স্কুল গঢ় লৈ উঠিছে। এতিয়া দেখা গৈছে যে অসমীয়া মাধ্যমৰ স্কুলৰ বিপৰীতে অভিভাৱকসকলে নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলত অধিক ধন খৰচ কৰিও পঢ়াবলৈ আগবাঢ়ি আহিছে। এইটো কথা বিশেষ

চিন্তা কৰিবলগীয়া বিষয় হৈ পৰিছে। এতিয়া আঢ্যৱন্ত বা নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে অসমীয়া মাধ্যমৰ প্ৰাথমিক স্কুলত নপঢ়ে বুলিয়েই ক'ব পাৰি। চৌধুৰীদেৱে এনেবোৰ অৱস্থাৰ বিষয়ে চৰকাৰক জনাইছে আৰু অসমীয়া স্কুলৰ মান উন্নত কৰাৰ বাবে চৰকাৰক বিহিত ব্যৱস্থা ল'বলৈও অনুৰোধ জনাইছে। নহ'লে কালক্ৰমত অসমীয়া ভাষাটো দুখীয়া, গাৱঁলীয়া কৃষক-বনুৱাৰ মাজতহে বৰ্তি থাকিবগৈ। ই দেশৰ আৰু জাতিৰ বাবে অতি দুৰ্ভাগ্যৰ কথা হ'ব।

আমাৰ ৰাজ্যখনত ৰাইজে স্কুল পাতে। মাটি-ঘৰ, আচবাব সকলো ৰাইজে ধন ভাঙি কৰি দিব লাগে, তাৰ পাছত ১০।১৫ বছৰমান তেনেদৰে চলি থাকে। চৰকাৰে তেতিয়া এইবোৰৰ বিষয়ে একো চকু-কাণ নিদিয়ে। বহুতো কাকুতি-মিনতি কৰিলেহে পৰিদৰ্শক স্কুল চাবলৈ আহে। তেওঁলোকে সন্তুষ্ট হৈ প্ৰতিবেদন দাখিল কৰিলেও চৰকাৰে একো ব্যৱস্থা নোলোৱাকৈ পেলাই থৈ দিয়ে, যাৰ ফলত স্কুলবোৰ গতানুগতিকভাৱে চলি থাকে। শিক্ষকেও বিনাবেতনে স্কুল চৰকাৰী হ'ব বুলি আশা কৰি থাকে। ইয়াৰ ফলত গোটেই শিক্ষাব্যৱস্থাটোৱেই বিসংগতিপূৰ্ণ হৈ উঠিছে। ইংৰাজী মাধ্যমৰ ব্যক্তিগতখণ্ডত গঢ়ি উঠা স্কুলত শিক্ষা-দীক্ষা ভাল, কাৰণ অভিভাৱকে যথেষ্ট মাচুল দি ল'ৰা-ছোৱালী পঢ়ুৱায়। তাত শিক্ষক-শিক্ষয়িত্ৰীবিলাকে কম বেতন পালেও নিষ্ঠাৰে কাম কৰিব লাগে। ইংৰাজী মাধ্যমৰ শিক্ষক-শিক্ষয়িত্ৰীৰো নিম্নতম বেতনৰ নিৰিখ চৰকাৰে কৰি দিয়াটো অতি আৱশ্যক। নলবাৰীত আগতে দুটা ছাব-ইন্সপেক্টৰ চক্ৰ আছিল। চৌধুৰীদেৱে লিখা-লিখি কৰি এতিয়া নলবাৰী জিলাত ৮টা ছাব-ইন্সপেক্টৰ চাৰ্কোল গঠন কৰাইছে, কিন্তু বিষয়া বঢ়া সত্ত্বেও স্কুলবিলাকৰ পৰিদৰ্শন পৰ্য্যাপ্ত পৰিমাণে হোৱা দেখা নাযায়। ইংৰাজী মাধ্যমৰ স্কুলবোৰতো চৰকাৰী নিয়ন্ত্ৰণ থকা উচিত। ইংৰাজী মাধ্যমৰ স্কুল পৰিদৰ্শনৰ বাবে চৰকাৰে বিষয়া নিয়োগ কৰি স্কুলবোৰৰ বাবে এটা দৰমহাৰ নিৰিখ বান্ধি দিয়া দৰকাৰ। সমালোচনা হ'লেও, এই স্কুলবোৰেও সমাজৰ সেৱা কৰি আছে। ইংৰাজী মাধ্যম আৰু অসমীয়া মাধ্যমৰ স্কুলৰ মাজত এটা ভাল প্ৰতিযোগিতা গঢ়ি তুলিব পাৰিলে ভাল। প্ৰাথমিক স্কুলসমূহ উন্নীতকৰণৰ বাবে চৌধুৰীদেৱে অসমৰ শিক্ষামন্ত্ৰীলৈ মাজে-সময়ে চিঠি-পত্ৰ দি চৰকাৰক স্কুলসমূহৰ ঘৰ-দুৱাৰ, আচবাব আৰু পৰিদৰ্শনৰ উন্নতি সাধন কৰিবলৈ খাটনি ধৰি আছে। প্ৰাদেশীকৰণ কৰাৰ পাছত শিক্ষকসকলৰ বেতনৰ সা-সুবিধা হ'লেও শিক্ষাৰ মান উন্নত হোৱা নাই। তাৰ বাবে চৰকাৰে ব্যৱস্থা ল'ব লাগে বুলি চৌধুৰীদেৱে মত পোষণ কৰি চৰকাৰক বহুত সময়ত জনাইছে। তেখেতে আক্ষেপ কৰি কয় যে এটা সময়ত অসম উপত্যকাৰ একমাত্ৰ স্কুল পৰিদৰ্শকৰ খ্যাতনামা শিক্ষাবিদ শৰৎ

চন্দ্ৰ গোস্বামীয়ে প্ৰায়বিলাক স্কুলেই অন্ততঃ পৰিদৰ্শন কৰিছিল, আজি জিলাই জিলাই পৰিদৰ্শক, ব্লক পৰিদৰ্শক, উপ পৰিদৰ্শক হৈছে, কিন্তু স্কুলবোৰ বছৰত এবাৰো পৰিদৰ্শন নহয়। এই বিষয়াবোৰে নিজৰ কৰ্তব্য ভালদৰে পালন কৰিব লাগে। এই ক্ষেত্ৰত সদায় তেখেতে শৰৎ চন্দ্ৰ গোস্বামীৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰে।

মানুহৰ চৰিত্ৰ আৰু ব্যক্তিত্ব সামাজিক আৰু অৰ্থনৈতিক পৰিবেশে গঢ়ি তোলে। এই কথাটো সত্য বুলি মানি ল'লেও এটা কথা নিশ্চিত যে মানুহে পৰিবেশৰ পৰিবৰ্তন সাধন কৰি তাৰ উৰ্ধ্বলৈ যাবলৈ অহৰহ প্ৰচেষ্টা চলায়। সামাজিক বন্ধন আৰু সীমাবদ্ধতা অতিক্ৰম কৰি, অন্ধবিশ্বাস বা ভ্ৰমাত্মক ধাৰণাক নিৰ্মূল কৰি মনৰ বিকাশ সাধন কৰাটো বিশিষ্ট ব্যক্তিৰ চৰিত্ৰত হোৱা দেখা যায়। সচেতন মনে সমাজৰ সকলো ক্ৰিয়া-কাণ্ডবোৰ বিশ্লেষণ কৰি তাৰ গ্ৰহণীয় ফালটো উলিয়াই লয়। সমাজখন সুন্দৰকৈ গঢ়াৰ বাবে বিশিষ্ট লোক যত্নবান হয়। সকলো ক্ষেত্ৰতে যে সফলকাম হ'ব পাৰিব তেনেকৈ ভাবিব নোৱাৰি, কিন্তু আদৰ্শ এটা আগত ৰাখি কাম কৰি যোৱাত কৃতিত্ব আছে। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী তেনে এজন ব্যক্তি বুলি আমি ধাৰণা কৰোঁ। তেখেতে সদায় সমাজখন আগবঢ়াই নিবলৈ গোটেই জীৱন জুৰি প্ৰচেষ্টা চলাই আছে। তেখেতৰ মতে সমাজৰ সন্ত্ৰাসবাদী আৰু উগ্ৰবাদীসকলক অস্ত্ৰেৰে নিঃশেষ কৰিলেই সমাজত শান্তি হ'ব নোৱাৰে। তেওঁলোকক বুজাই-বঢ়াই দেশ গঠনত প্ৰবৃত্ত কৰিব পাৰিলেহে সমাজত শান্তিৰ বাতাবৰণ সৃষ্টি হ'ব পাৰে। আমাৰ শৰীৰৰ অঙ্গ এটাই ভালদৰে ক্ৰিয়া নকৰিলে তাক আঁতৰাই নেপেলাই চিকিৎসাৰদ্বাৰা নিৰাময়ৰ ব্যৱস্থা কৰাহে যুগুত। এইটো শ্ৰীচৌধুৰীৰ মত, এই মত বহুতে ব্যক্ত কৰিছে যদিও এতিয়ালৈকে সেই পথত একো অগ্ৰগতি হোৱা নাই।

চৌধুৰীদেৱৰ মতে গাঁওবাসীৰ উন্নতি হ'লেহে সমাজৰ উন্নতি হয়, সমাজখন উন্নত হ'লেহে দেশ বলীয়ান আৰু উন্নত হ'ব পাৰে। সেইবাবে কামবোৰ নিম্নতম পটভূমিতে আৰম্ভ হোৱা উচিত। সমাজৰপৰা ঘোচখোৰ আৰু দালালবোৰক ক্ষমতাহীন কৰিব লাগিব।

## ১০. পথবন্ধা আৰু পুখুৰী খন্দা

আগতে উল্লেখ কৰা হৈছে যে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে সুখ্যাতিৰে স্নাতক পৰীক্ষাত উত্তীৰ্ণ হৈ উঠি চৰকাৰী বিষয়বাব ল'বলৈ আগ্ৰহ নকৰিলে। ইয়াত তেখেতৰ মহত্ত্ব ফুটি উঠিছে। সকলো মানুহে যদি চাকৰি লৈ নিজৰ কথা আৰু ঘৰ-সংসাৰৰ চিন্তা কৰে, তেন্তে দেশৰ বিষয়ে কোনে চিন্তা কৰিব? ৰাজনৈতিক নেতাসকলেও ক্ষমতা ৰক্ষা কৰাৰ বাবেহে অধিক সচেষ্ট হৈ

থাকে। সেইবাবে দেশত কিছুমান নিঃস্বাৰ্থ সমাজসেৱকৰ প্ৰয়োজন আছে। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী তেনে এজন ব্যক্তি। চৌধুৰীৰ বংশৰ পূৰ্বপুৰুষ আছিল স্বাধীনচিতীয়া। পুষ্পনাৰায়ণ চৌধুৰী, হৰেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীয়ে কেতিয়াও নিজৰ মূৰ বিক্ৰি কৰিবলৈ প্ৰস্তুত নাছিল। প্ৰতাপনাৰায়ণ চৌধুৰী নলবাৰী মাইনৰ স্কুলৰ শিক্ষক হৈছিল, ইয়ো তেখেতৰ এক প্ৰকাৰৰ সমাজসেৱা। মাইনৰ স্কুলৰ শিক্ষক হৈ মাইনৰ স্কুলক হাইস্কুললৈ উন্নীত কৰাৰ কথা মনলৈ আহে। শিক্ষকতা ত্যাগ কৰি মৌজাদাৰ হৈ ৰাইজৰ কামত আৰু হাইস্কুল পতা কামত লাগে। শ্ৰী প্ৰভাতনাৰায়ণ চৌধুৰীয়ে পূৰ্বপুৰুষৰদ্বাৰা অনুপ্ৰাণিত হৈ সমাজৰ কামত আত্মনিয়োগ কৰে অতি কম বয়সৰেপৰা।

তেখেতে ঘাইকৈ নলবাৰী অঞ্চল, পাছত নলবাৰী জিলাখনৰ দুৰৱস্থা দেখি এইবোৰ আঁতৰাই কেনেকৈ আমাৰ অঞ্চলটোক আমাৰ দেশখনত সৰ্বাঙ্গসুন্দৰ কৰিব পাৰি তাৰে চিন্তা কৰিছিল। এখন সুন্দৰ সমাজ তেখেতৰ সপোন, তাক বাস্তৱায়িত কৰিবলৈ উৎসাহ-উদ্দীপনা লাভ কৰিছিল পিতৃ প্ৰতাপনাৰায়ণ চৌধুৰীৰপৰা। নিজ মাতৃ সাৰদাসুন্দৰীৰ প্ৰভাৱো চৌধুৰীৰ ওপৰত পৰিছিল। মাতৃয়ে কেতিয়াও তেখেতক উপাৰ্জনমুখী হ'বলৈ কোৱা নাছিল, বৰং দহজনৰ ওপৰত নেতৃত্ব দিব পৰা, ৰাইজে জনা লোক হোৱাটো বাঞ্ছা কৰিছিল। কিন্তু নিয়তিৰ কি পৰিহাস, এই মৰমিয়াল মাতৃজনীয়ে অকালতে তেখেতক নিঠৰুৱা কৰি এৰি গ'ল। ১৮ বছৰ বয়সতে মাতৃ আৰু কনিষ্ঠ ভাতৃক হেৰুৱায়। মাতৃৰ স্থান লয় বাইদেউ গিৰিবালা দত্তই। বিধবা গিৰিবালা দত্তই ঘৰখন চাই থানথিত লগাইছিল।

১৯৩৮ চনৰপৰা ১৯৪৯ চনলৈ তেখেত নলবাৰী পৌৰসভাৰ পৌৰপতি আছিল। এই কথা আগতে উল্লেখ কৰা হৈছে। চৌধুৰীদেৱক লগ ধৰাত তেখেতে কৈছিল, "এটা অঞ্চলৰ বা এখন ঠাইৰ উন্নতি বুলিলে আমি ঘাইকৈ কেইটামান কথালৈহে লক্ষ্য কৰো। সেইকেইটা কথাৰ ওপৰত কোনো এখন ঠাইক আগবঢ়া বা পিছপৰা বুলি আখ্যা দিব পাৰি। সেইকেইটা হ'ল- ঠাইখনৰ ভৌগোলিক অৱস্থান আৰু পৰিস্থিতি, পৰিবহন আৰু যোগাযোগৰ সুচলতা, বাসিন্দাসকলৰ শিক্ষা-দীক্ষা, সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ আৰু জনজীৱনৰ অৰ্থনৈতিক বিকাশৰ বাবে উন্নত কৃষি আৰু উদ্যোগীকৰণ। এই কেইটা দিশ আগবঢ়াই নিব পাৰিলেহে ঠাইখন উন্নত বুলি ক'ব পৰা যায়"। শ্ৰীচৌধুৰীয়ে সদায় এইকেইটা দিশত উন্নতিসাধন কৰাৰ মানসেৰে সমাজ জীৱনত প্ৰৱেশ কৰে আৰু সাধ্য অনুসৰি১৯৯৮ চনলৈ কাম কৰি ৰাইজলৈ সেৱা আগবঢ়াই আছে। তেখেতৰ মতে আমাৰ নলবাৰী চহৰ তথা জিলাখনৰ স্মৰণীয় কাম বহুত আছে, তাৰ হয়তো যৎকিঞ্চিতমান কৰিবলৈ তেখেত

সমৰ্থ হৈছে ৰাইজৰ সহায় আৰু সহযোগত। এতিয়াও তেখেতে বিশ্বাস কৰে যে ৰাইজেই ৰজা। য'ত ৰাইজৰ সহযোগ থাকে, তাত অকৃতকাৰ্য হোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে। পৌৰসভাৰ এলেকাত প্ৰাথমিক স্কুল আৰু বাট-পথৰ প্ৰথম কামখিনি চৌধুৰীয়ে কৰি তোলে। কিন্তু তেখেতৰ দৃষ্টি পৌৰসভাৰ গাদীতে সীমাবদ্ধ নাছিল। বৃহত্তৰ নলবাৰী আৰু অবিভক্ত কামৰূপ জিলাৰ দুৰৱস্থাৰ ছবি তেখেতৰ মানস পটত জিলিকি আছিল।

১৯৫০ চনৰ আগতে ঘগ্ৰাপাৰৰপৰা আঠঘৰীয়ালৈ এটা সাধাৰণ পথ আছিল। এই পথটোক এতিয়া ঘগ্ৰাপাৰ-দামোদৰধাম পথ বুলি নামকৰণ কৰা হৈছে। এই পথটো ১৯৫২ চনৰ পাছত কিছু উন্নত কৰা হয়। কাঠৰ দলং কেইখন দি পথটো মেৰামতি কৰাত যানবাহন আৰু পথচাৰীৰ বাবে ভালেখিনি সুবিধা হৈছিল, মাজতে এই পথেদি বাছ-মটৰ চলিছিল। বৰ্তমানে ১৯৯৭ চনত দলংবোৰ ভাগি-ছিগি যোৱাত মেৰামতিৰ অভাৱত গাড়ী নচলে। এই পথটোৰ কিছু অংশ নলবাৰী চক্ৰ আৰু কিছু অংশ ৰঙিয়া চক্ৰৰ অধীনত আছিল। বৰ্তমান এই পথটো নলবাৰী সমষ্টিত পৰে। এতিয়া ইয়াত নতুনকৈ ঘগ্ৰাপাৰ চক্ৰ স্থাপন হোৱাত গোটেই অঞ্চলটো নলবাৰী সমষ্টিৰ পূব বনভাগ মৌজাত পৰে। এই পথটো উন্নত কৰাৰ বাবে চৌধুৰীয়ে মুখ্য অভিযন্তা (পথ) মহাশয়লৈ চিঠি-পত্ৰেৰে আৰু বিধায়ক ডাঙৰীয়াকো অনুৰোধ জনাই আছে। কিন্তু এতিয়ালৈকে একো কাম হোৱা নাই। সন্ধা-পাইকাৰকুছিৰপৰা বৰমুৰিকোণাৰ গো-পূজা স্থানলৈ ১৯৫২ চনত কোনো পথ নাছিল। পাইকাৰকুছিৰপৰা বালিকুছিলৈ ভুনকুছি বিলে আগুৰি আছিল। সেই সময়ত গুৱাকুছি, ভুনকুছি, বালিকুছি, নামদণ্ডাৰ পূব অংশ উদয়পুৰ, বৰমুৰিকোণাৰ কিছু অংশৰ লোকে নলবাৰীলৈ অহা-যোৱা কৰাটো বৰ দুৰ্গম আছিল। খৰালি বিলৰ পাৰে পাৰে মানুহে সন্ধা-পাইকাৰকুছিলৈ আহিব পাৰে। বাৰিষা গোটেইখন পানী। এইখিনি ঠাইৰ কিছু অংশ খাটা মৌজাত আৰু বাকী অংশ পূব বনভাগ মৌজাত পৰে। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীদেৱে ১৯৫০ চনতে পাইকাৰকুছিৰপৰা বৰমুৰিকোণা-গো-পূজা স্থানলৈ এটা পথ নিৰ্মাণৰ পৰিকল্পনা কৰে। তেখেতে সন্ধা, ভুনকুছি, গুৱাকুছি, বালিকুছি, উদয়পুৰ, বৰমুৰিকোণা, বাসলী উদয়পুৰ, দলোপাৰ, কোঠৰা, আদি গাৱঁৰ মুখিয়ালসকলৰ লগত আলোচনা কৰিছিল। দুই-চাৰিয়ে তেখেতৰ লগত সহযোগৰ আশ্বাস দিছিল। দুই-চাৰিজনে ভুনকুছি বিলৰ মাজত সেতু বন্ধা অসম্ভৱ বুলি উপলুঙাও কৰিছিল। শ্ৰীচৌধুৰীয়ে তেতিয়া সেই সময়ৰ স্কুল-কলেজৰ ছাত্ৰসকলৰ সহযোগ বিচাৰে। চৌধুৰীৰ দৃঢ় পৰিকল্পনা আৰু অফুৰন্ত কৰ্মশক্তিয়ে ডেকাসকলক প্ৰেৰণা দিছিল। এই ক্ষেত্ৰত ভুনকুছিৰ হেমচন্দ্ৰ দত্ত, তেখেতৰ পুত্ৰ গোলোকচন্দ্ৰ দত্ত (বৰ্তমান আৰবান বেংকৰ

মেনেজিং ডাইৰেক্টৰ), নগেন্দ্ৰচন্দ্ৰ দত্ত (অৱসৰপ্ৰাপ্ত পিয়ল অধিকৰ্তা), কানু বনিয়া, গুৱাকুছিৰ কেইজনমান ডেকা, সন্ধাৰ যাদব দাস, ললিত দাস, ৰাখাল কলিতা, ৺ অনন্ত লহকৰ, ৺ ৰাজেন্দ্ৰ ডেকা, বনজিৎ তালুকদাৰ, নলিনী চক্ৰবৰ্তী আদি অনেকে আগবাঢ়ি আহি চৌধুৰীৰ লগত স্বেচ্ছাসেৱী হিচাপে পথ নিৰ্মাণ কৰাৰ সংকল্প লয় আৰু নিষ্ঠাৰে আগবাঢ়ে। এই পথটোৰ চিহ্ন এটা আছিল, ১৮৯৭ চনৰ ভূমিকম্পত ভুনকুছি বিলৰ সৃষ্টি হয় আৰু বাট পথৰ চিন-চাব নোহোৱা হয়। এই পুৰণি পথটোক সোণামতি পথ বুলি কৈছিল। এই পথৰ সাঁচমতে পথ নিৰ্মাণৰ বাবে চৌধুৰী সেই অঞ্চলত সভা-সমিতি পাতি ৰাইজক আবেদন কৰে। তেতিয়া ১৯৫২ চনত প্ৰথম সাধাৰণ নিৰ্বাচন হয়। ১৯৫১ চনৰ অক্টোবৰ মাহৰপৰা নিৰ্বাচনৰ বতাহ বলে। ৰাইজ নিৰ্বাচনত মতলীয়া হৈ উঠে। ৰাইজৰ উৎসাহ-উদ্দীপনাৰ অন্ত নাই। চৌধুৰীদেৱৰ কিন্তু নিৰ্বাচনত লগা নাছিল। তেতিয়া তেখেত খাটা মৌজাৰ মৌজাদাৰ। তেখেত ৰাইজৰ মাজত সোমাই সামাজিক কামত অৰ্থাৎ পথ নিৰ্মাণত লাগে। সেই সময়ত তেখেত ৰাজনীতিত প্ৰৱেশ কৰা নাই। তেখেতে কোনো বিষয়বাব নিবিচাৰি পথ নিৰ্মাণত লাগে। সেই বছৰ অৰ্থাৎ ১৯৫২ চনৰ ফেব্ৰুৱাৰী মাহৰ এটা দিনত ৰাইজক হাতে হাতে কোদাল লৈ আহি শ্ৰমদান দিয়াৰ বাবে বিনম্ৰভাৱে আবেদন জনায়। সেইমতে প্ৰায় ১০০০ মান লোক আগবাঢ়ি আহি সন্ধা-পাইকাৰকুছিৰপৰা বৰমুৰিকোণা গো-পূজা স্থানলৈ পথ নিৰ্মাণ কৰাত লাগে। মৌজাদাৰ চৌধুৰীয়েও হাতত কোদাল লৈ কামত লগাত ৰাইজে তবধ মানে। এই কামত ডেকা-বুঢ়া, অঞ্চলৰ বেছিভাগ ৰাইজে সহযোগ কৰে। বহু লোকে পথ নিৰ্মাণৰ বাবে দান-বৰঙণি আগবঢ়ায়। সেই টকাৰে ৰাইজক ভাত খুউৱাৰ ব্যৱস্থা হৈছিল। বৰ্তমানে এই পথটো চৰকাৰী গড়কাপ্তানি পথ। চৌধুৰীয়ে আবেদন-নিবেদন কৰি পথটো চৰকাৰী কৰায়। তেখেতৰ কৰ্মকুশলতাত তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিপ্ৰমুখ্যে নেতৃবৰ্গই তেখেতক ভূয়সী প্ৰশংসা কৰে।

সোণামতি পথৰ উত্তৰ অংশ অৰ্থাৎ বৰ্তমানৰ ৰাষ্ট্ৰীয় ঘাই পথৰপৰা পাগলাদিয়া নদীলৈ এইখিনি পথো তেখেতৰ তত্ত্বাৱধানত নিৰ্মাণ কৰা হয়। এসময়ত এই পথটো ভূটানৰপৰা হাজোলৈ আছিল। ভূটীয়াসকলে হাজোৰ মন্দিৰ দৰ্শন কৰিবলৈ এই পথেৰে অহা-যোৱা কৰে বুলি প্ৰবীণসকলৰপৰা জনা যায়। বগল চাহাবে এটি পথ বনগাৰঁৰ চ'কৰপৰা সোণকুৰিহা-কালাগ বাহাৰঘাট হৈ কেন্দুকোণালৈ বন্ধাইছিল। এই পথটোত পাগলাদিয়া আৰু বৰলীয়া নদীত দলং নাছিল। চৌধুৰীয়ে এই দুয়োখন নদীত দলং দুখন সাজি পথটো গড়কাপ্তানি পথ হিচাপে ল'বলৈ চিঠি লিখিছিল আৰু সেই চিঠিৰ মৰ্মে তেতিয়াৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে আশ্বাস দিয়া চিঠিৰ নকল এতিয়াও

আছে। প্ৰতাপনাৰায়ণ চৌধুৰীয়ে বগ'লছ ৰ'ড আৰু মৰোৱা-কমলপুৰ এই পথ দুটা ৰ'ড ব'ৰ্ডত সুমুৱাইছিল। সেইমৰ্মে পথ দুটা হৈছে। কিন্তু মৰোৱা কমলপুৰ পথত দলং কেইবাখনো এতিয়াও হৈ উঠা নাই। বৰলীয়াৰ ওপৰত চমুখা ঘাটৰ দলংখন হোৱাত ৰাইজৰ বহুত সুবিধা হৈছে। এই পথকেইটাই নলবাৰী আৰু কামৰূপ জিলাৰ উত্তৰপাৰৰ ৰাইজৰ যাতায়াতৰ বহুতো সুবিধা দিছে। বৰ্তমানে আজি দহবছৰমানৰপৰা পথ মেৰামতি নোহোৱাত বহু পথত বাছৰ চলাচল ব্যাহত হৈছে। ১৯৯০ চনৰপৰা বহু পথতে বাছ নচলা হৈছে। ঘগ্ৰাপাৰ-দামোদৰধাম পথতো বাছৰ চলাচল বন্ধ হৈছে। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে এই অসুবিধাবোৰ আঁতৰোৱাৰ বাবে চৰকাৰলৈ পত্ৰ লিখি আছে।

নলবাৰী চহৰৰ এটা বিকল্প পথ আছে, বালিকবীয়াৰপৰা নলবাৰী কলেজ হৈ পাগলাদিয়া নদীৰ পুৰণি দলঙৰ ওচৰত এই পথটো উত্তৰ ট্ৰাংক ৰ'ডত লগ হৈছে। এই পথটোৰপৰাও ৰাইজ উপকৃত হৈছে। পাগলাদিয়া নদীৰ পুৰণি দলংখনৰ এটি পায়া (post) বহি যোৱা বাবে দলংখনৰ ওপৰেদি গধুৰ যানবাহন যোৱাত বাধাৰ সৃষ্টি হৈছে। চৌধুৰীদেৱে এই দলংখন নেভাঙি কেৱল পায়াটোৰ মেৰামতিৰ বাবে গড়কাপ্তানি মন্ত্ৰী আৰু মুখ্য অভিযন্তালৈ আবেদন কৰি আছে, কিন্তু এই ক্ষেত্ৰত বিভাগীয় কৰ্তৃপক্ষই একো পদক্ষেপ লোৱা নাই। নলবাৰী-কমাৰকুছি পথত পাগলাদিয়া নদীৰ ওপৰত বৰমূৰিকোণাত দলং নিৰ্মাণৰ বাবে ১৯৫৭ চনৰপৰাই লাগি আছিল, সেইমৰ্মে দলং হৈছিল। দুবাৰো দলং নিৰ্মাণ হৈছিল। শেষৰবাৰ জনতা চৰকাৰৰ দিনত তেতিয়াৰ মন্ত্ৰী দুলাল বৰুৱা, ৰমণী বৰ্মন, নৰেন দত্ত আদিয়ে দলং উদ্বোধন কৰি চৌধুৰীদেৱৰ চেষ্টা আৰু নিষ্ঠাৰ শলাগ লৈছিল। পিচে তাৰ পাছৰ বাৰিষাতে প্ৰবল বানে দলং উটুৱাই লৈ যায়। শেষত আকৌ লিখা লিখি, আবেদন-নিবেদনৰ মূৰত পকী দলং এখন বৰমূৰিকোণা ঘাটত হ'ল। এতিয়া দলংখন ঠিকেই আছে। সোণকুৰিহাৰ ঘাটৰ দলংখন উটুৱাই নিছিল। বৰ্তমান দলংখন মেৰামতি কৰি চলাচল কৰিব পৰা কৰি দিয়া বাবে ৰাইজৰ বহুত সুবিধা হৈছে। হিতেশ্বৰ শইকীয়া মুখ্যমন্ত্ৰী হৈ থাকোঁতে উলাবৰী ঘাটত দলঙৰ আধাৰশিলা হৈছিল। সেই দলঙৰ বাবে শ্ৰীসতীশ চন্দ্ৰ কাকতি, শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, শ্ৰীভূমিধৰ বৰ্মন, শ্ৰীপুলকেশ বৰুৱা আদিয়ে আগভাগ লৈছিল। পিচে দলংখন এতিয়াও ১৯৯৭ চনলৈকে হৈ উঠা নাই।

বাঁহজানি মৌজাৰ চৰিয়া এখন অনুন্নত গাঁও। ১৯৫৫ চনত এই লেখক চৰিয়ালৈ গৈছিল। মৰোৱাত চাইকেল আৰু জোতা থৈ হাফ্‌পেণ্ট পিন্ধি চৰিয়া পাইছিল আৰু তাতে এখন 'Pottery Co-operative Society' স্থাপন কৰিছিল। তাত প্ৰায় ২০০ জনমান নমঃশূদ্ৰ আৰু হীৰা সম্প্ৰদায়ৰ লোক উপস্থিত হৈছিল। সেই লোকসকলে মাত্ৰ এটা কথাই কৈছিল যে বাৰিষা প্ৰায়

৭ মাহ কাল ওলাবলৈ কোনো পথ নাই। কেৱল পানী আৰু বোকা। এই লোকবিলাকৰ মৰ্মবেদনা মই শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী, তেতিয়াৰ এম. এল. এ. শ্ৰীমান প্ৰফুল্ল গোস্বামীক জনাইছিলো। তেখেতসকলৰ প্ৰচেষ্টাত এতিয়া চৰিয়ালৈ যাব পৰা সুগম পথ নিৰ্মাণ হৈছে। শ্ৰীচৌধুৰী কেইবাবাৰো চৰিয়ালৈ গৈ ৰাইজক আশ্বাস দিছিল আৰু ৰাইজৰ দুখ মোচনৰ বাবে যৎপৰোনাস্তি ব্যৱস্থা লৈছিল। আজিও চৰিয়াৰ ৰাইজে শ্ৰীচৌধুৰীক অতিশয় শ্ৰদ্ধা কৰে। চৰিয়াৰ শ্ৰীপ্ৰাণেশ্বৰ দাসৰ লগত এই লেখক চৰিয়ালৈ কেইবাবাৰো গৈছিল। বৰ্তমান শ্ৰীপ্ৰাণেশ্বৰ দাসৰ খবৰ-বাতৰি নাপাওঁ।

১৯৫২ চনত ধমধমাৰ শ্ৰীবৈকুণ্ঠ দাস বিধায়ক নিৰ্বাচিত হৈছিল। বৈকুণ্ঠ দাসে খাটাবাৰীৰ মৌজাদাৰ শ্ৰীৰবীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ চোতালত থাকি নলবাৰী গৰ্ডন হাইস্কুলত পঢ়িছিল। তাতে শ্ৰীমেদিনী চৌধুৰীও আছিল। শ্ৰীবৈকুণ্ঠ নাথ দাসে সমাজসেৱাৰ আদিপাঠ শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰপৰাই লয়। চৌধুৰীয়ে বাস্কা অঞ্চলত ভ্ৰমণ কৰি সেই অঞ্চলৰ উন্নতিৰ হকে নানা দিহা-পৰামৰ্শ শ্ৰীবৈকুণ্ঠ নাথ দাসক দিছিল। টুপলীয়াৰ সূৰ্য মেলেকীৰ লগতো চৌধুৰীৰ ভাল যোগাযোগ আছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে বাট-পথ, চিকিৎসালয় আদি নিৰ্মাণৰ বাবে বাস্কা অঞ্চলতো কাম কৰি জনপ্ৰিয়তা অৰ্জন কৰিছিল। সেই সময়ত ধমধমা হাইস্কুলৰ প্ৰধান শিক্ষক হৰিচন্দ্ৰ শৰ্মা, বাগানপাৰাৰ মাগৰাম বড়ো আৰু টুপলীয়াৰ সূৰ্য মেলেকী চৌধুৰীৰ সহকৰ্মী আছিল। ইয়াৰ বাহিৰেও নামদণ্ডাৰ দেৱীৰাম কলিতা, হৰকান্ত কলিতা আৰু মাধৱ চন্দ্ৰ বৰ্মন বাস্কাত কাম কৰা সময়ত সহযোগী কৰ্মী আছিল। চৌধুৰীয়ে এতিয়াও এইসকল লোকক শ্ৰদ্ধাৰে স্মৰণ কৰে। তেখেতে সূৰ্য মেলেকীক বাস্কাৰ ৰজা বুলি কৈ ভাল পাইছিল। তেখেতৰ প্ৰেৰণাত বাস্কা অঞ্চলত এদল কৰ্মী ওলাইছিল। ধৰণীধৰ বসুমতাৰী তেখেতৰ বন্ধু আছিল। ধৰণীধৰ বসুমতাৰী গৰ্ডন হাইস্কুলত পঢ়া অৱস্থাৰপৰা চৌধুৰীৰ বন্ধু, পাছত কৰ্মক্ষেত্ৰতো বসুমতাৰীয়ে চৌধুৰীৰ লগত বহু পৰামৰ্শ কৰিছিল। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ প্ৰতিও বসুমতাৰীৰ যথেষ্ট শ্ৰদ্ধা আছিল আৰু চৌধুৰীদেৱক নিজৰ পিতৃজ্ঞান কৰিছিল। বৰমাৰ প্ৰাক্তন বিধায়ক সুৰেন্দ্ৰ দাস আৰু সমাজকৰ্মী বি. কে. ভাণ্ডাৰীৰ লগত চৌধুৰীৰ বিশেষ সম্ভাব আছিল।

সমাজকৰ্মী বি. কে. ভাণ্ডাৰী বৃহত্তৰ বৰমা অঞ্চলত থাকি জনজাতীয় তথা সকলো লোকৰ বাবে যথেষ্ট সামাজিক কাম কৰিছিল। ভাণ্ডাৰীদেৱৰ জৰিয়তে বহুতো জনহিতকৰ কাম কৰা হৈছিল। তেখেত অক্লান্ত কৰ্মী আৰু দৰাচলতে এজন প্ৰকৃত জনসেৱক আছিল। ভাণ্ডাৰীদেৱৰপৰাও চৌধুৰীয়ে অনুপ্ৰেৰণা লাভ কৰিছিল। দাস আৰু ভাণ্ডাৰীৰ লগতে শ্ৰীচৌধুৰীয়েও সেই অঞ্চলৰ ৰাইজৰ বাবে বহু জনহিতকৰ কামত সহযোগিতা আগবঢ়াইছিল

আৰু সেইবাবে তেখেতে বৰমা অঞ্চলতো জনপ্ৰিয়তা লাভ কৰিবলৈ সমৰ্থ হৈছিল। চৌধুৰীয়ে কৈছিল যে জনজাতীয় লোকৰ আশা-আকাঙক্ষা আৰু আবেগ-অনুভূতিক আমি প্ৰকৃত মৰ্যাদা দিব নোৱাৰিলে জনজাতীয় লোকসকল আমাৰপৰা আঁতৰি যাব। এই কথা অসমৰ প্ৰথম মুখ্যমন্ত্ৰী বৰদলৈ ডাঙৰীয়াই ১৯৪৬ চনত ঘোষণা কৰিছিল। বৰদলৈ ডাঙৰীয়া অতি দূৰদৰ্শী ৰাজনীতিজ্ঞ পুৰষ আছিল বাবে তেখেতে অনুভৱ কৰিছিল যে আমি ধীৰ-স্থিৰভাৱে জনজাতীয়সকলৰ সমস্যাৰাজি উপলব্ধি কৰি উপযুক্ত পদক্ষেপ দিব নোৱাৰিলে অসমখন থানবান হ'ব। শ্ৰীপ্ৰভাতনাৰাযণ চৌধুৰীয়েও এই কথা সেই সময়ৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি আৰু বিমলাপ্ৰসাদ চলিহাক অৱগত কৰিছিল। আমি কৰা কিছুমান ভুল কামৰ বাবে মেঘালয়, নগাভূমি, অৰুণাচল আৰু মিজোৰাম আমাৰপৰা আঁতৰি গ'ল। ইয়াৰ ফলত অসমখন এখন সৰু ৰাজ্য হৈ পৰিল। তেখেতৰ মতে এতিয়া বড়োসকলো আমাৰপৰা আঁতৰিব খুজিছে। হয়তো অহা দহ বছৰৰ পাছত বড়োলেণ্ড হোৱাত আমি বাধা দিব নোৱাৰিম। শ্ৰীচৌধুৰীয়ে অতি দুখেৰে কয় যে আমাৰ মাজত অবিশ্বাস আৰু সংকীৰ্ণতাৰ ফলত জনজাতীয় সমস্যাই গুৰুতৰ ৰূপ ধাৰণ কৰিছে।

## ১১. জনস্বাস্থ্য আৰু চিকিৎসালয় স্থাপনত চৌধুৰী

বিংশ শতিকাৰ প্ৰাৰম্ভতে আমাৰ ৰাজ্যখনত চিকিৎসাব্যৱস্থা অতি পুতৌলগা আছিল। তেতিয়া নলবাৰীত কেৱল এখন ডাক্তৰখানা আছিল, এই ডাক্তৰখানা শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ পিতামহ, লোকবন্ধু পুষ্পনাৰায়ণ চৌধুৰীৰ যত্নত হৈছিল। এইখন গুৱাহাটী লোকেল ব'ৰ্ডৰ অধীনত আছিল। তাৰ বাহিৰে উত্তৰ কামৰূপত কোনো চিকিৎসালয় নাছিল। বৃহত্তৰ নলবাৰী অঞ্চলত দুই-চাৰি প্ৰখ্যাত কবিৰাজহে আছিল; তেখেতসকলে কলিকতা, বেনাৰস আদি ঠাইত আয়ুৰ্বেদ অধ্যয়ন কৰি নিজাববীয়াকৈ ঘৰতে চিকিৎসালয় স্থাপন কৰি চিকিৎসা কৰিছিল। তেখেতসকলে কোনো চৰকাৰী সাহায্য পোৱা নাছিল। তেনে এজন কবিৰাজ আছিল বাঁহজানি মৌজাৰ কালাকুছি গাৱঁৰ সনাতন ভট্টাচাৰ্য। তেখেতে প্ৰথমতে নিজ ঘৰতে চিকিৎসা আগবঢ়াইছিল, পাছত কোচবিহাৰৰ দিনহাটাত গৈ ডাঙৰ চিকিৎসালয় পাতে। তেখেতে বহুত ডেকাক আয়ুৰ্বেদ শিক্ষা দি চিকিৎসক হিচাপে গঢ়ি তুলিছিল। কুলবিল সত্ৰৰ পদ্মচন্দ্ৰ গোস্বামী এজন নামজ্বলা কবিৰাজ আছিল। কৈহাটীৰ ৰজত চন্দ্ৰ গোস্বামী, জাগৰাৰ পদ্মনাথ গোস্বামী, এলেঙিদলৰ প্ৰিয়নাথ চৌধুৰী, যোগেন্দ্ৰ চৌধুৰী, কৈহাটীৰ নৰনাৰায়ণ গোস্বামী বিখ্যাত কবিৰাজ আছিল। প্ৰিয়নাথ চৌধুৰী, নৰনাৰায়ণ গোস্বামী আৰু যোগেন্দ্ৰ চৌধুৰীয়ে

নলবাৰী চহৰত চিকিৎসালয় স্থাপন কৰিছিল। নৰনাৰায়ণ গোস্বামী, ৰবিচন্দ্ৰ শৰ্মা আৰু আঠঘৰীয়াৰ জগদীশ ভটাচাৰ্য গুৱাহাটীৰ আয়ুৰ্বেদ কলেজৰ অধ্যাপক তথা অধ্যক্ষ হৈছিল। বালিকুছিৰ গোপীনাথ শৰ্মা, বৰমূৰিকোণাৰ দেৱনাথ শৰ্মা, চামতাৰ মধুনাথ শৰ্মা, কৱৰাৰ মধুনাথ শৰ্মা ভাল চিকিৎসক. আছিল। কৈৰাবাৰ ধীৰেশ্বৰ গোস্বামী ভাল প্ৰসূতি চিকিৎসক আছিল। সোণকুৰিহাত গ্ৰহণীৰ চিকিৎসক আছিল। আঠঘৰীয়াৰ শিষ্টাই শল্য চিকিৎসা কৰিছিল। ব্যাধি আদিৰ জৰা-ফুকা চিকিৎসাও কৰিছিল।

এইবোৰৰ বাহিৰেও জৰা-ফুকা কৰা, তাবিজ-মাৰ্দলী দিয়া, তন্ত্ৰ-মন্ত্ৰৰ চিকিৎসা কৰা কবিৰাজ এই অঞ্চলত আছিল। দুই-চাৰিজন ভাল হোমিও চিকিৎসক আছিল— যেনে- নলবাৰীৰ পদ্মপাণি দত্ত, বলাকুছিৰ সত্যসেন বৰকাকতি আৰু বনগাৱঁৰ ৰমেশ চন্দ্ৰ দত্ত এম. এ. দেৱ। এইসকল এতিয়া নাই। গাঁওবিলাকত সাপে খোটাৰ আৰু দেও-ভূত-বীৰা আদি খেদা বহুত চিকিৎসক আছিল। গৰ্ডন হাইস্কুলৰ শিক্ষক চৈয়দ ইয়াকুব আলী মহাশয়ো এজন বীৰা আৰু দেও-ভূত খেদা চিকিৎসক আছিল। এতিয়াও আমাৰ নলবাৰী অঞ্চলত বহুত আসুৰিক চিকিৎসক আছে। গাঁও অঞ্চলত কুমন্ত্ৰ কৰি মানুহ মৰা বেজ আছিল। এতিয়া তেনে বেজৰ প্ৰতি মানুহৰ বিশ্বাস নাইকিয়া হৈছে। জনজাতীয় অঞ্চলত বা মায়ং অঞ্চলত এনে চিকিৎসক এতিয়াও কিছু আছে, সেইবোৰৰ ওচৰলৈ মানুহ চিকিৎসাৰ বাবে যায়। এতিয়াও বহু জনজাতীয় লোক ডাক্তৰৰ ওচৰলৈ যাবলৈ ইতস্ততঃ কৰে। বেজী ল'বলৈ ভয় কৰে। তন্ত্ৰ-মন্ত্ৰৰ ওপৰতহে অধিক আস্থা ৰাখে।

এই শতিকাৰ মাজভাগলৈকে আমাৰ ৰাজ্যখনত মেলেৰিয়া, বসন্ত, কলাজ্বৰ আৰু হাইজা বেমাৰৰ প্ৰাদুৰ্ভাৱ খুব বেছি আছিল। যাইকে বিশুদ্ধ পানীৰ অভাৱ আৰু স্বাস্থ্যৰক্ষাৰ জ্ঞানৰ অভাৱৰ হেতু এই বেমাৰত বছৰি বহু লোকৰ প্ৰাণহানি হয়। বহাগ, জেঠ মাহত মেলেৰিয়া আৰু হাইজাত প্ৰতি গাৱঁতে কুৰি-পঁচিশজনৰ মৃত্যু ঘটিছিল। মানুহে নদী অথবা পুখুৰীৰ পানী খাই এই ৰোগত ভুগিছিল। নলীনাদ কোনো গাৱঁতে নাছিল। নদীৰ পানী বা পুখুৰীৰ পানী বিশুদ্ধ নাছিল। কোনেও পানী উতলাই খোৱাৰ অভ্যাস কৰা নাছিল। সেই সময়ত ছিটা দিয়া বা প্ৰতিষেধক বেজী দিয়াৰো কোনো চৰকাৰী ব্যৱস্থা নাছিল। এই ৰোগত কবিৰাজসকলে চিকিৎসা আগবঢ়াই কিছু ৰোগীক নিৰাময় কৰিছিল, কিন্তু বেছিভাগৰে মৃত্যু হৈছিল। কলেৰা ৰোগৰপৰা নিস্তাৰ পাবলৈ বহু গাৱঁত কালীপূজাহে কৰিছিল। এনেদৰে বিনা চিকিৎসাৰে বহু লোকৰ প্ৰাণহানি হৈছিল। প্ৰসূতি ৰোগতো বহু তিৰোতাৰ মৃত্যু হৈছিল। ধনুষ্টংকাৰ ৰোগত তিৰোতাৰ আৰু কেঁচুৱাৰ পয়াঁলগা ৰোগত শিশুৰ মৃত্যু হৈছিল। আন্ধাৰ গৃহত আৰু অপৰিষ্কাৰ পৰিৱেশত গৰ্ভৱতী তিৰোতাক প্ৰসৱ

কৰিবলৈ দিয়াৰ বাবে এনে অৱস্থা হৈছিল। যোৱা শতিকাৰপৰা এই শতিকাৰ মাজভাগলৈকে এনে অৱস্থাই আমাৰ ৰাজ্যখনত বিৰাজ কৰিছিল, যাৰ ফলত বিনা চিকিৎসাত বহুত মানুহ মৃত্যুৰ মুখত পৰিছিল।

যোৱা শতিকাত ডাক্তৰী শিক্ষাৰ প্ৰচলন হোৱা নাছিল। বৰ্তমান শতিকাত ডিব্ৰুগড় বেৰি হোৱাইট মেডিকেল স্কুল আৰু ঢাকাত নেচনেল মেডিকেল স্কুল আৰম্ভ হোৱাত দুই-চাৰি মেধাৱী ছাত্ৰই চিকিৎসাবিজ্ঞানৰ শিক্ষা লাভ কৰিবলৈ সমৰ্থ হৈছিল। নলবাৰী অঞ্চলৰ তেনে এজন ব্যক্তি বালিকুছিৰ ডাং কাশীনাথ শৰ্মা, ডাং গিৰীশ চৌধুৰী, ধৰ্মপুৰ মৌজাৰ ডাং লক্ষ্মীকান্ত বৰ্মন। তেখেতসকলে ডিব্ৰুগড় বেৰি হোৱাইট স্কুলত পঢ়ি ডাক্তৰ হয়। ডাং কাশীনাথ শৰ্মাৰ জন্ম ১৮৯৩ চনত। তাৰ পাছত ডাং বাণীকিংকৰ গোস্বামী, ডাং হৰেকৃষ্ণ গোস্বামী, কৈৰাৰাৰ গোপাল ভাগৱতী, কুচিয়াৰ গৌৰীকান্ত শৰ্মা, কোঠৰাৰ সোনাচাহ ডাক্তৰ, পাজিপৰৰ গোপেশ্বৰ চক্ৰৱৰ্তী, ভদ্ৰাৰ প্ৰসন্ন মজুমদাৰ আদি মেধাৱী লোকসকলে ঢাকা-কলিকতাত ডাক্তৰী ডিগ্ৰী লৈ আমাৰ অঞ্চলত নিজাববীয়াকৈ চিকিৎসাসেৱা আগবঢ়াইছিল। অসম মেডিকেল আৰু গুৱাহাটী মেডিকেল কলেজ স্থাপন হোৱাত এতিয়া বহুতো চিকিৎসক ওলাইছে। এতিয়া শিলচৰতো চিকিৎসা মহাবিদ্যালয় স্থাপন হৈছে।

আগতে উল্লেখ কৰা হৈছে যে ১৮৮২ চনত খাটাবাৰীৰ বিখ্যাত ব্যক্তি পুষ্পনাৰায়ণ চৌধুৰী গুৱাহাটী লোকেল ব'ৰ্ডৰ মেম্বাৰ হৈছিল। তেখেতৰ চেষ্টাত ১৮৮৮ চনত নলবাৰীত এখন দাতব্য ঔষধালয় স্থাপন হয় আৰু এই চিকিৎসালয়ৰ পৰিচালনাৰ দায়িত্ব লয় লোকেল ব'ৰ্ডে। ইয়াত এজন মাত্ৰ ডাক্তৰ আৰু দুজন ফাৰ্মাচিষ্ট আছিল। ৰোগী ৰখাৰ ব্যৱস্থা নাছিল। এইখনেই নলবাৰী অঞ্চলৰ পুৰণি ডাক্তৰখানা। তাত বেছি যন্ত্ৰপাতি নাছিল। সাধাৰণভাৱে চিকিৎসাসেৱা আগবঢ়াইছিল। সেই সময়ত বঙালী ডাক্তৰহে আছিল। ডাং নিকুঞ্জ বিহাৰী ঘোষক আমি লগ পাইছোঁ। অসমীয়া ডাক্তৰ নাছিল। বহুতে লোকেল ব'ৰ্ডৰ অধীনত চাকৰি কৰিব নিবিচাৰিছিল, নিজাকৈ চিকিৎসা আগবঢ়াইছিল। আমি জনাত ডাং কাশীনাথ শৰ্মাই কামৰূপ জিলাৰ কমাৰকুছি, সানেকুছি, বকো, গোৰেশ্বৰ, তামোলপুৰ আদি ঠাইত লোকেল ব'ৰ্ড ডাক্তৰখানাত সেৱা আগবঢ়াইছিল। ডাং লক্ষীকান্ত বৰ্মন মুক্তিযুঁজাৰু আছিল। তেখেতে চামতা, নলবাৰী, টিহু আদি ঠাইত চাকৰি কৰি চিকিৎসাসেৱা আগবঢ়াইছিল।

পুষ্পনাৰায়ণ চৌধুৰীৰ পাছত খাটা মৌজাৰ মৌজাদাৰ, সমাজকৰ্মী, ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী লোকেল ব'ৰ্ডৰ মেম্বাৰ হয়। তেখেতৰ দিনত নলবাৰী ডাক্তৰখানাৰ ঘৰ-দুৱাৰ, আবাসগৃহ আদি সজা হয় আৰু

তেখেতৰ যত্নতে ডাক্তৰখানাখনৰ প্ৰভূত উন্নতি হয়। তেখেত ডাক্তৰখানাৰ ছেক্ৰেটেৰীও আছিল। গৌৰীকান্ত তালুকদাৰ লোকেল ব'ৰ্ডৰ সদস্য হোৱা কালতো কেইবাখনো ডাক্তৰখানা স্থাপিত হয়। শেষত সমাজকৰ্মী প্ৰভাত নাৰায়ণ চৌধুৰীয়ে চিকিৎসাসেৱাৰ উন্নতিৰ হকে ভালেমান কাম হাতত লয়। তেখেতৰ যত্নত নলবাৰী Indoor Hospital-ৰ কাম আৰম্ভ হয়। Indoor Hospital-ৰ তেখেত অবৈতনিক সম্পাদক হয় ১৯৪১ চনত। এই হাস্পতালৰ বাবে ৰায়চাহেব ৰামেশ্বৰলাল মস্কাৰাক বুজাই-বঢ়াই তেখেতে দহ হাজাৰ টকা দান দিয়াৰ বাবে সন্মত কৰায়। ৰামেশ্বৰলাল মস্কাৰাৰ দানেৰে Indoor Hospital-ৰ কামখিনি সম্পূৰ্ণ হয়। এই হাস্পতালৰ দ্বাৰ ১৯৪৮ চনৰ ১১ নবেম্বৰত তেতিয়াৰ স্বাস্থ্যমন্ত্ৰী ৰামনাথ দাসদেৱে মুকলি কৰে। সেই সভাত অসমৰ ধন্বন্তৰিস্বৰূপ ডা° ভুৱনেশ্বৰ বৰুৱা আৰু সিদ্ধিনাথ শৰ্মাদেৱ উপস্থিত আছিল। নলবাৰী ডাক্তৰখানা পূৰ্ণাঙ্গ কৰাৰ বাবে প্ৰভাতনাৰায়ণ চৌধুৰীয়ে অহোপুৰুষাৰ্থ কৰি সেৱা আগবঢ়াইছিল। তেখেতৰ চেষ্টাত নলবাৰীৰ গোবৰ্ধন দাস ভাৰতীয়াই প্ৰসূতি ৱাৰ্ড এটা সম্প্ৰসাৰণ কৰাৰ বাবে দান আগবঢ়ায়। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী প্ৰসূতি সদনৰো সম্পাদক আছিল। ঘৰ-দুৱাৰ সজাৰপৰা সকলো কাম নিয়াৰিকৈ তেখেতে পৰিচালনা কৰিছিল। ১৯৫২ চনত সেই সময়ৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰাম মহাশয়ে J.B. Maternity Hospital-ৰ দ্বাৰ উদঘাটন কৰে। চৌধুৰীদেৱে নলবাৰীৰ অসামৰিক চিকিৎসালয়ৰ বাবে ৪৫ বিঘা মাটি লৈ থৈছিল। বৰ্তমান এই মাটিতে অসামৰিক চিকিৎসালয় নিৰ্মাণ হৈছে আৰু ২০০ ৰোগী থাকিব পৰা চিকিৎসালয় গঢ় লৈ উঠিছে। এই অসামৰিক চিকিৎসালয়ৰ আধাৰশিলা স্থাপন কৰিছিল তেতিয়াৰ স্বাস্থ্যমন্ত্ৰী শ্ৰীচন্দ্ৰমোহন পাটোৱাৰীদেৱে। সেই সময়ত মাটিখিনি ৰাখি নোথোৱা হ'লে আজি চিকিৎসালয়খনৰ পুনৰ নিৰ্মাণ সম্ভৱ হৈ নুঠিলহেঁতেন। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী দূৰদৰ্শী লোক বাবে এইখিনি কাম কৰি থৈছিল। এতিয়াও তেখেতে চিকিৎসালয়খনৰ অগ্ৰগতিৰ বাবে অহৰহ চেষ্টাৰ ত্ৰুটি কৰা নাই। তেখেতৰ মতে পুৰণি ঘৰবোৰ ভাঙি নতুনকৈ ৱাৰ্ড বঢ়াব লাগে আৰু চিকিৎসালয়ৰ চিকিৎসকসকল আৰু নাৰ্ছবিলাকৰ আবাসগৃহ নিৰ্মাণ কৰিব লাগে। আবাসগৃহবোৰ আওপুৰণি। ভেটিৰ ওপৰত পানী উঠে। সেইবাবে দুমহলীয়া ঘৰ সাজি এই অভাৱ পূৰণ কৰিবলৈ চৰকাৰক টানি অনুৰোধ জনাই আছে। যেতিয়াই সুবিধা পায় তেতিয়াই এই দাবী উত্থাপন কৰে। তেখেতে ভাবে যে জনসংখ্যা অনুপাতে বৰ্তমানৰ অসামৰিক চিকিৎসালয়খনে ৰাইজৰ চাহিদা পূৰণ কৰিব পৰা নাই। মানুহে বহুত সময়ত প্ৰাইভেট নাৰ্ছিং হোমৰ আশ্ৰয় লৈ বহু ধন ভৰিব লগা হয়। তেখেতৰ মতে বৰ্তমান যুগত অইন দেশত বা ভাৰতৰ অইন ৰাজ্যত

চিকিৎসাবিজ্ঞান বহু আগবাঢ়ি গৈছে, সেই অনুপাতে আমাৰ ৰাজ্যখন পিছপৰি আছে। শল্য-চিকিৎসাৰ অত্যাধুনিক যন্ত্ৰপাতি নলবাৰীত হৈ উঠা নাই। আনকি গুৱাহাটী তথা অসম মেডিকেল কলেজতো বহুতো ৰোগৰ চিকিৎসা বা অস্ত্ৰোপচাৰ হোৱাৰ সুবিধাৰ সৃষ্টি কৰা নাই। সেইবাবে আমাৰ ৰাজ্যৰ মানুহে সুদূৰ দিল্লী, বোম্বে, চণ্ডীগড়, চেন্নাই অথবা ভেলোৰলৈ যাব লগা হয়। সেইবাবে দুখীয়া লোক অৰ্থৰ অভাৱত তেনে আধুনিক চিকিৎসাৰপৰা বঞ্চিত হৈছে। কেৱল আঢ্যৱন্ত লোকেহে তেনে সুযোগ লাভ কৰিব পাৰিছে। সেইবাবে ভেলোৰৰ দৰে অত্যাধুনিক যন্ত্ৰপাতিৰে সুসজ্জিত, অন্ততঃ এখন চিকিৎসালয় গুৱাহাটীত হ'ব লাগে। তাৰবাবে তেখেতে চৰকাৰক হেঁচা দি আছে। দুহাজাৰ চনত সকলোৰে বাবে স্বাস্থ্য কথাষাৰ মুখতেই ৰ'ল, কাৰ্যত পৰিণত হোৱাৰ প্ৰস্তুতি আমি দেখা নাই।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে যে কেৱল নলবাৰী চহৰখনৰ কথা চিন্তা কৰিছিল, এনে নহয়। গাঁও অঞ্চলতো তেখেতে চিকিৎসালয় পতাৰ বাবে পৰিকল্পনা লয়। ১৯৩৫ চনলৈ চামতাৰ বাহিৰে গাঁও অঞ্চলত কোনো চৰকাৰী বা অৰ্দ্ধচৰকাৰী চিকিৎসালয় নাছিল। তেতিয়া নলবাৰী জিলাৰ কমাৰকুছি, মৰোৱা আৰু ধমধমাত লোকেল ব'ৰ্ডৰ অধীনত ডাক্তৰখানা আছিল। নামতহে ডাক্তৰখানা, যা-যোগাৰ একো নাছিল, তথাপি মানুহে তালৈ গৈ সাধাৰণ অসুখৰ, বিশেষকৈ মেলেৰিয়া জ্বৰৰ বাবে কুইনাইন পাইছিল। সেই সময়ত মেলেৰিয়া জ্বৰৰ বাবে বহুত পেটেণ্ট ঔষধ পোৱা গৈছিল। যিকোনো দোকানতে এই ঔষধৰ বটল মানুহে পাইছিল। ডাক্তৰেও তেনে ঔষধ খাবলৈ পৰামৰ্শ দিছিল। এনে ঔষধবোৰ হ'ল নিম্বসাৰ, সুধা সমুদ্ৰ, বেছলিন্ আৰু এড'ৱাৰ্ড টনিক। এনে ঔষধ খাই মানুহে মেলেৰিয়াৰ লগত যুদ্ধ কৰিছিল। সেই সময়ত ডাকঘৰতো কুইনাইন পোৱা গৈছিল। ডাকঘৰত এখন ছবি আঁৰি থোৱা আছিল, "বেজী লোৱাৰ আগৰ দণ্ডীৰাম আৰু বেজী লোৱাৰ পাছৰ দণ্ডীৰাম"। সেই সময়ত ডাক্তৰে কুইনাইন বেজী দি মানুহক মেলেৰিয়াৰ গ্ৰাসৰপৰা ৰক্ষা কৰিবলৈ যত্ন কৰিছিল, তথাপিও মেলেৰিয়া জ্বৰত মৃত্যুৰ সংখ্যা কম নাছিল। ঠিক তেনেকৈ হাইজা মহামাৰীয়ে গাৱঁত বহুত লোকৰ জীৱনৰ অকাল মৃত্যু ঘটাইছিল। বহু গাৱঁত একো একোটা পৰিয়াল নিঃশেষ হৈছিল।

নলবাৰীত ডাক্তৰখানা স্থাপন হোৱাৰ পাছত ১৯২৫ চনৰপৰা বৃহত্তৰ নলবাৰী অৰ্থাৎ এতিয়াৰ নলবাৰী জিলাৰ চিকিৎসাসেৱাৰ বাবে কেইজনমান বিশেষ ব্যক্তিয়ে লোকেল ব'ৰ্ডৰ সহায়ত চিকিৎসালয় স্থাপনত গুৰুত্ব দি ৰাইজৰ মাজত কাম আৰম্ভ কৰে। তেতিয়া এই অনুষ্ঠানবোৰৰ লগত ৰায় চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী বিশেষভাৱে জড়িত আছিল। সেই সময়ৰ টিহ

অঞ্চলৰ বিখ্যাত সমাজকৰ্মী ঘনকান্ত চৌধুৰীৰ চেষ্টাত টিহুত ৯খন লোকেল ব'ৰ্ড ডাক্তৰখানা স্থাপিত হয়। এতিয়া এই ডাক্তৰখানা উন্নত হৈছে। বৰ্তমানে টিহু Primary Health Unit-অত ৰোগী ৰখাৰ আৰু আধুনিক চিকিৎসাৰ ব্যৱস্থা হৈছে। ডাক্তৰ-নাৰ্ছৰ সংখ্যাও বৃদ্ধি হৈছে আৰু ডাক্তৰসকলৰ আবাসগৃহও নিৰ্মাণ হৈছে। এই ডাক্তৰখানাখন লোকেল ব'ৰ্ডৰ অধীনলৈ নিয়াত প্ৰতাপনাৰায়ণ চৌধুৰীয়ে বিশেষভাৱে যত্ন লয়। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে নলবাৰী জিলাত স্থাপন কৰিব লগা চৰকাৰী ডাক্তৰখানাৰ এখন তালিকা কৰি চৰকাৰক ১৯৫০ চনতে দাখিল কৰিছিল আৰু সেই সময়ৰ স্বাস্থ্যমন্ত্ৰী ৰামনাথ দাস ডাঙৰীয়াই চৌধুৰীক সেইমৰ্মে আশ্বাসো দিছিল। ৰামনাথ দাস চৌধুৰীৰ সহপাঠী আৰু অকৃত্ৰিম বন্ধু আছিল,* সেইবাবে ৰাজহুৱা কাম কৰাত বিষ্ণুৰাম মেধি, বিমলাপ্ৰসাদ চলিহা, কামাখ্যা ত্ৰিপাঠী, ৰামনাথ দাস আৰু ৰূপনাথ ব্ৰহ্মাই সহায় কৰিছিল। তেখেতে তেতিয়া কংগ্ৰেছ দলত নথকা সত্ত্বেও চৌধুৰীৰ পৰামৰ্শত গুৰুত্ব দিছিল। আন দুজন মানুহেও তেখেতক খুব মৰম কৰিছিল। সেই দুজন ব্যক্তি হ'ল ডা° জ্যোতিষ দাস, ডা° ভুৱনেশ্বৰ বৰুৱা। ডাক্তৰখানাৰ মঞ্জুৰী দিয়াত এই দুজন প্ৰসিদ্ধ ব্যক্তিয়ে সদায় আগভাগ লৈ চিকিৎসাসেৱাৰ উন্নতিৰ হকে কাম কৰিছিল।

ধৰ্মপুৰ অঞ্চলৰ বিশেষ ব্যক্তি, প্ৰয়াত গৌৰীকান্ত তালুকদাৰ, কালীৰাম বৰ্মন আৰু গঙ্গাধৰ চৌধুৰী আৰু প্ৰতাপ তালুকদাৰ। এখেতসকলৰ চেষ্টাত চামতাত প্ৰথমে লোকেল ব'ৰ্ড ডাক্তৰখানা স্থাপন কৰা হয়। ঘৰ-দুৱাৰ, ডাক্তৰৰ আবাসগৃহ আদি নিৰ্মাণ কৰাত গৌৰীকান্ত তালুকদাৰে দান-বৰঙণি সংগ্ৰহ কৰি কামবোৰ সমাধা কৰিছিল। এতিয়া ধৰ্মপুৰ সমষ্টিত কেইবাখনো চৰকাৰী ডাক্তৰখানা প্ৰতিষ্ঠিত হৈছে। কৈঠালকুছি, বেলশৰ, শোলমাৰা আদি ঠাইত চৰকাৰী ডাক্তৰখানা স্থাপিত হৈছে। এই ক্ষেত্ৰত মন্ত্ৰী ডা° ভূমিধৰ বৰ্মন ধন্যবাদৰ পাত্ৰ। পকোৱা মৌজাৰ বৰনৰ্দিত এখন চৰকাৰী ডাক্তৰখানা স্থাপিত হৈছে। এই ডাক্তৰখানাৰ বাবে মাটি আৰু অৰ্থ সুনন্দ ডেকা মহাজনে আগবঢ়ায় আৰু ডা° ভূমিধৰ বৰ্মনে বিশেষ যত্ন লয়। এই ডাক্তৰখানা নিৰ্মাণত প্ৰভাতনাৰায়ণ চৌধুৰীৰ বিশেষ অৱদান আছে। সেই অঞ্চলৰ ৰাজহুৱা কামত চৌধুৰীয়ে আগভাগ লৈছিল, লগতে অধ্যাপক যামিনীকান্ত শৰ্মা আৰু শ্ৰীভগৱান ডেকায়ো যথেষ্ট কাম কৰিছে।

কমাৰকুছিৰ বৰভাগ মৌজাৰ মৌজাদাৰ উত্তম চন্দ্ৰ বৰুৱা এজন বিখ্যাত সমাজকৰ্মী আছিল। তেখেতে বালিকুছিৰ ডা° কাশীনাথ শৰ্মা আৰু অন্যান্য ৰাইজৰ সহযোগত কমাৰকুছিত এখন ডাক্তৰখানা স্থাপন কৰে। এই কামত আঠঘৰীয়াৰ নবীন ভট্টাচাৰ্য, কালাগৰ গোলোক কাকতি, বাউসী উদয়পুৰৰ চণ্ডীচৰণ তালুকদাৰ প্ৰভৃতি লোকসকলে নানা প্ৰকাৰে সহায়

কৰিছিল। উত্তম চন্দ্ৰ বৰুৱাই মজলীয়া স্কুল এখনো স্থাপন কৰিছিল। এইবোৰ কামত প্ৰতাপনাৰায়ণ চৌধুৰীয়ে সহায়-সহযোগ আগবঢ়াইছিল। কমাৰকুছি ডাক্তৰখানা এতিয়া চৰকাৰী হৈছে, ডাক্তৰ-নাৰ্ছৰ সংখ্যা বৃদ্ধি হৈছে। ঘৰ-দুৱাৰ, আবাসগৃহ আদি নিৰ্মাণ কৰি চকুতলগা কৰি তুলিছে, কমাৰকুছিত চক্ৰবিষয়াৰ কাৰ্যালয় আৰু আৰক্ষীকেন্দ্ৰও হৈছে।

কমাৰকুছিৰ পাছত মৰোৱাত এখন ডাক্তৰখানা পতাৰ বাবে মৰোৱাৰ ৰতিকান্ত পাটগিৰিয়ে প্ৰথমে কাম হাতত লয়। ৰাইজৰ সহযোগত ডাক্তৰখানাও স্থাপন হ'ল, কিন্তু লোকেল ব'ৰ্ডে মঞ্জুৰ নকৰে। তেতিয়া শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে এই কামত সহযোগ কৰে। তেখেতে তেতিয়াৰ লোকেল ব'ৰ্ডৰ চেয়াৰমেন ডাং জ্যোতিষ দাসক লগ ধৰি মৰোৱাত এখন ডাক্তৰখানা পতাৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰে। শেষত তেতিয়াৰ মন্ত্ৰী ৰোহিণী কুমাৰ চৌধুৰীয়ে কোৱাত ডাং জ্যোতিষ দাসে মৰোৱাৰ ডাক্তৰখানাখন লোকেল ব'ৰ্ডে লোৱাৰ সিদ্ধান্ত কৰে। সেইমৰ্মে উদ্বোধনী সভাত ৰোহিণী কুমাৰ চৌধুৰী, ডাং জ্যোতিষ দাস আৰু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী উপস্থিত থাকে। ৰাইজৰ এটা ডাঙৰ কাম সমাধা হয়। এতিয়া মৰোৱাৰ ডাক্তৰখানাখন এখন চৰকাৰী ডাক্তৰখানা।

ৰঙিয়াৰ সিদ্ধিনাথ শৰ্মা, সানেকুছিৰ ৰমেশ চন্দ্ৰ চৌধুৰী আৰু মৌজাদাৰ দণ্ডী লহকৰ আৰু অন্যান্য সদাশয় লোকৰ যত্নত সানেকুছিত এখন ডাক্তৰখানা স্থাপন কৰা হয়।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে ৬ খন ডাক্তৰখানা নিজৰ যত্নত স্থাপন কৰিছিল। তেখেতে প্ৰথমতে বৰমুৰিকোণা ডাক্তৰখানাৰ কাম আৰম্ভ কৰে। বৰমুৰিকোণা ডাক্তৰখানা সমিতিৰ সভাপতি প্ৰথমতে হৰিশ্চন্দ্ৰ ডেকা বৰুৱা আৰু সম্পাদক সতীশ শৰ্মা আছিল। ৰাজহুৱা সভাত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত প্ৰথমে ১৯৪০ চনত বৰমুৰিকোণা ডাক্তৰখানা স্থাপনৰ সিদ্ধান্ত লয়। তাৰ বাবে আৱশ্যকীয় মাটি সংগ্ৰহ কৰি ডাক্তৰখানা স্থাপন কৰা হয়। সেইখন এতিয়াও ছাবচিডিয়েৰী ডাক্তৰখানা হৈয়ে আছে। এইখন চৰকাৰে এতিয়াও লোৱা নাই।

বৰমুৰিকোণাত স্থাপন কৰা ডাক্তৰখানাৰ বাবে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ নেতৃত্বত সেই অঞ্চলৰ বহুতো ব্যক্তিয়ে উৎসাহ-উদ্দীপনাৰে আগবাঢ়ি আহি দান-বৰঙণি আৰু ভূমিদান কৰে। এই ব্যক্তিসকল হ'ল, প্ৰয়াত চন্দ্ৰনাথ চক্ৰবৰ্তী, বিজয়চৰণ তালুকদাৰ, শ্ৰীউপেন্দ্ৰ শৰ্মা, চন্দ্ৰ ডেকা বৰুৱা, সতীশ চন্দ্ৰ শৰ্মা, জগন্নাথ শৰ্মা (কবিৰাজ), ৰত্নেশ্বৰ শৰ্মা (মেম্বৰ), ৰহাৰাম ডেকা (গাঁওবুঢ়া)। এইসকলৰ যত্নত শ্ৰীচৌধুৰীয়ে এই ছাবচিডিয়েৰী ডাক্তৰখানাখন আৰম্ভ কৰে। এই ডাক্তৰখানাৰপৰা কৰ্দৈতোলা, বৰমুৰিকোণা,

বালিকুছি, ভুনকুছি, কোঠৰা, বাউসীউদয়পুৰ, পাৰোৱা পাজিপৰ, ধমধমা, নৈনে, নাৰপাৰা, উদীয়না, সোণকানি, সোণকুৰিহা আদি গাৱঁৰ ৰাইজ উপকৃত হয়। দুখৰ বিষয় যে এই ডাক্তৰখানাখনৰ কোনো উন্নতি আজিকোপতি হোৱা নাই। চৰকাৰ তথা স্থানীয় বিধায়কে বৰমুৰিকোণা ডাক্তৰখানাৰ প্ৰতি বিশেষ তৎপৰতা দেখুৱা বুলি ক'ব নোৱাৰি, আনহাতে এই ডাক্তৰখানাখন চৰকাৰীকৰণৰ হকে চৌধুৰীয়ে কলম ধৰি আছে আৰু স্থানীয় বিধায়কক‍ো লগ ধৰি সোৰঁৰাই দি আছে। কাম পিচে একো হোৱা নাই।

১৯৪৫ চনত বাঁহজানি মৌজাৰ ভদ্ৰা গাৱঁত এখন ডাক্তৰখানা পতাৰ বাবে ৰাইজৰ মাজত এটা উৎসাহ-উদ্দীপনাৰ জোৱাৰ উঠে। এই ডাক্তৰখানাৰ বাবে বাঁহজানি মৌজাৰ মৌজাদাৰ পবিত্ৰ চৌধুৰী, নন্দগাৱঁৰ অমৃত শৰ্মা গান্ধী, ভদ্ৰাৰ বিষ্ণুচৰণ মজুমদাৰ, মোহন তালুকদাৰ, সৰস্বতী মজুমদাৰ, কৰ্দৈতোলাৰ বাপুৰাম তালুকদাৰ, শুক্ৰামোল্লা আদিয়ে প্ৰথমে কাম আৰম্ভ কৰি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ কাষ চাপে। চৌধুৰীয়ে ডাক্তৰখানা পতা সভাত যোগ দি ৰাইজক উদ্বুদ্ধ কৰে আৰু কৰণীয় সকলো কাম নিয়াৰিকৈ কৰাৰ আশ্বাস দিয়ে। তেতিয়া এখন কমিটি গঠন হয়, সেই কমিটিৰ সভাপতি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আৰু সম্পাদক এলেঙ্গিদলৰ পবিত্ৰ নাথ চৌধুৰী। তেখেত অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হোৱাৰ আগৰেপৰা ৰাইজৰ মাজত থাকি কাম কৰিছিল। তেখেতৰ কৰ্মকুশলতা আৰু নিঃস্বাৰ্থ সেৱাৰ বাবে ৰাইজ সঁচাকৈয়ে মোহিত হৈছে। তেনেদৰে চৌধুৰীদেৱ সমাজত এজন জনপ্ৰিয় নেতাত পৰিগণিত হৈছে। তেখেতৰ সমাজসেৱাৰ উদ্যম দিনকদিনে বৃদ্ধি হৈছিল। ভদ্ৰাৰ ডাক্তৰখানা এতিয়া চৰকাৰী হৈছে।

ঘগ্ৰাপাৰ, নীলপুৰ, নানকাৰভয়ৰা আৰু বুটীনগৰ ডাক্তৰখানা শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীৰ চেষ্টা আৰু নেতৃত্বত স্থাপন কৰা হয়। ঘগ্ৰাপাৰ ডাক্তৰখানাৰ কৰ্মী আছিল মহম্মদ ৰেজেক আলী, মাণিক চন্দ্ৰ দাস, মহীৰাম মজুমদাৰ, বিলপাৰৰ ভগদত্ত চৌধুৰী প্ৰভৃতি লোক। বৰ্তমানে এই ডাক্তৰখানা চৰকাৰী হৈছে আৰু ইয়াৰ কলেবৰ বৃদ্ধি হৈছে। ঘৰ-দুৱাৰ, আবাসগৃহ আদি সুন্দৰকৈ নিৰ্মাণ কৰা হৈছে। ঘগ্ৰাপাৰত চক্ৰবিষয়াৰ কাৰ্যালয়, আৰক্ষীচকী আৰু উন্নয়ন খণ্ড স্থাপিত হোৱাত ঠাইখনৰ উন্নতি হৈছে। ইয়াত এতিয়া হাইস্কুল দুখন, মহাবিদ্যালয় এখন, পশু চিকিৎসালয় এখন স্থাপিত হৈছে। ঘগ্ৰাপাৰ এতিয়া চহৰমুখী; বেহা-বেপাৰৰ কেন্দ্ৰ হৈ পৰিছে। ঘগ্ৰাপাৰৰ এই উন্নতিৰ মূলতে চৌধুৰীদেৱৰ কৰ্মতৎপৰতা আৰু উৎসাহ-উদ্দীপনা জড়িত হৈ আছে।

খাটা মৌজাৰ নানকাৰভয়ৰা এখন উন্নয়নমুখী গাঁও। ইয়াতে ভকতৰাম চেয়াৰমেন্ নামেৰে এজন নেতৃস্থানীয় লোক আছিল। তেখেতৰ পুত্ৰ নন্দ বৰ্মন আৰু দেবেন কলিতা। সেই গাৱঁতে পীতাম্বৰ বৰ্মা নামেৰে এজন শিক্ষক

আছিল। এই লোকসকলৰ লগত চৌধুৰীৰ বিশেষ ঘনিষ্ঠতা আছিল। এইসকলৰ উদ্যম আৰু তেখেতৰ নেতৃত্বত নানকাৰভয়ৰা গাৱঁত ডাক্তৰখানা স্থাপিত হৈছে। ডাক্তৰখানা কমিটিৰ সভাপতি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আৰু সম্পাদক নন্দ বৰ্মন। ৰাইজৰ উৎসাহত ভূমি পোৱা গৈছিল আৰু ৰাইজৰ দান-বৰঙণিৰে তাত ডাক্তৰখানাৰ প্ৰথম ঘৰ-দুৱাৰবোৰ সজা হৈছে। এতিয়া এই ডাক্তৰখানা চৰকাৰী হৈছে আৰু ইয়াৰ কলেবৰো বৃদ্ধি হৈছে। এতিয়া নানকাৰভয়ৰাত বহুতো অনুষ্ঠানো গঢ় লৈ উঠিছে। শিক্ষিত ডেকা আৰু কৰ্মীও বহুত ওলাইছে। নানকাৰভয়ৰাত হাইস্কুলো স্থাপিত হৈছে।

পশ্চিম বনভাগ মৌজাৰ নীলপুৰ এখনি প্ৰাচীন সুপ্ৰসিদ্ধ গাঁও। এই গাৱঁত পশ্চিম বনভাগ মৌজাৰ মৌজাদাৰ শ্ৰীলোহিত চন্দ্ৰ চৌধুৰীৰ ঘৰ। শ্ৰীলোহিত চন্দ্ৰ চৌধুৰী, ৰাধা চৌধুৰী আৰু শৰৎ চন্দ্ৰ চৌধুৰী এই অঞ্চলৰ সমাজকৰ্মী। এই লোকসকল প্ৰভাতনাৰায়ণ চৌধুৰীৰ অনুৰক্ত। তাত এখন ডাক্তৰখানা স্থাপনৰ বাবে তেওঁলোক চৌধুৰীৰ ওচৰ চাপে। তেখেতে এই কামত উৎসাহ যোগায়। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী ডাক্তৰখানা কমিটিৰ সভাপতি আৰু শ্ৰীলোহিত চৌধুৰী সম্পাদক নিৰ্বাচিত হয়। ৰাইজৰ চেষ্টাত অতি কম দিনৰ ভিতৰতে নীলপুৰত এখন ডাক্তৰখানা স্থাপিত হয়। এই ডাক্তৰখানাই পশ্চিম বনভাগ মৌজাৰ একমাত্ৰ ডাক্তৰখানা। এই ডাক্তৰখানাখনৰপৰা পশ্চিম বনভাগ গাৱঁৰ নীলপুৰ, সাগৰকুছি, খাটিকুছি আদি বৃহৎ অঞ্চল উপকৃত হৈছে। বৰ্তমান এইখন এখন চৰকাৰী ডাক্তৰখানা। স্বাধীনতাৰ পাছত এই অঞ্চলৰ যোগাযোগ সুচল হোৱাত গোটেই অঞ্চলটোৰ বহুতো অগ্ৰগতি হৈছে। ইয়াত উচ্চতৰ মাধ্যমিক স্কুল স্থাপন হৈছে। প্ৰাক্তন বিধায়ক শ্ৰীচন্দ্ৰ কলিতা ইয়াৰ এজন সমাজকৰ্মী।

নতুনদেহাৰ মৌজাৰ বুঢ়ীনগৰ ডাক্তৰখানা প্ৰথমতে ছাবচিডিয়েৰী ডাক্তৰখানা আছিল। পাছত চৌধুৰীদেৱে ২৫০০.০০ টকা জমা দিয়াই প্ৰথমতে লোকেল ব'ৰ্ডৰদ্বাৰা গ্ৰহণ কৰোৱায়। পাছত ই এখন পূৰ্ণ পৰ্যায়ৰ চৰকাৰী ডাক্তৰখানা হৈ উঠিছে। বৰ্তমান গাঁও অঞ্চলৰ ডাক্তৰখানাবোৰত এম.বি.বি.এছ. ডাক্তৰবোৰ বেছি দিন থাকিব নোখোজে। থাকিলেও তেওঁলোকে নলবাৰী চহৰতহে থাকে। গাৱঁৰ পৰিৱেশ ভাল নহয় বুলি বহুতো ডাক্তৰে গাৱঁত থাকিবলৈ মন নকৰে। কিন্তু প্ৰকৃততে গাঁও অঞ্চলৰ চিকিৎসাৰ প্ৰতি অধিক মনোযোগ দিয়াৰ ওপৰত চৌধুৰীয়ে গুৰুত্ব দিয়ে। শ্ৰীচৌধুৰীয়ে কয় যে গাৱঁৰ দুখীয়া খেতিয়কে নাৰ্ছিংহোমত চিকিৎসা ল'ব নোৱাৰে, সেইবাবে গাৱঁতহে আমাৰ নজৰ বেছি হোৱা দৰকাৰ, যাতে বিপদত পৰিলে গাৱঁলীয়া লোকে সহজতে চিকিৎসক ঢুকি পায়। কিন্তু এইটো হৈ উঠা নাই। ৰাইজ চহৰলৈ ঢাপলি মেলিব লগা হয়। এই কথা চৰকাৰে ভালদৰে

চাই-চিতি এটা পন্থা উদ্ভাৱন কৰিব লাগে, যাতে সকলো ডাক্তৰে কিছু বছৰ গাৱঁলীয়া অঞ্চলত সেৱা আগবঢ়ায়। দুহাজাৰ চনত সকলোৰে বাবে স্বাস্থ্যসেৱা পৰিকল্পনা বাস্তৱায়িত হ'ব লাগে।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক কেৱল বিধায়ক বুলি ভাবিলে শ্ৰীচৌধুৰীৰ জীৱনৰ প্ৰকৃত মূল্যায়ন নহয়। বিধায়ক হোৱাৰ আগতে নলবাৰীৰ বাহিৰত ছয়খন চিকিৎসালয় স্থাপন কৰি ৰাইজৰ সেৱা কৰা লোক আমাৰ ৰাজ্যত বিৰল। তদুপৰি এতিয়াও এই অনুষ্ঠানবোৰৰ তথা নলবাৰী চিকিৎসালয়খনৰ পূৰ্ণাঙ্গ ৰূপ দিয়াৰ বাবেও তেখেতে অহৰহ চিন্তা-চৰ্চা কৰি, লিখা-মেলা কৰি থকা দেখা গৈছে।

## ১২. স্কুল নিৰ্মাণত চৌধুৰীদেৱ

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে ৰাস্তা, পথ নিৰ্মাণ, পুখুৰী খনোৱা, পুৰণি পুখুৰীবোৰ নতুনকৈ খন্দাই চাফ-চিকুণ কৰাৰ উপৰিও অবিভক্ত কামৰূপ জিলাত অৰ্থাৎ বৰ্তমানৰ নলবাৰী মহকুমাত স্কুল স্থাপন কৰি শিক্ষা বিস্তাৰত আত্মনিয়োগ কৰিছিল। সেই অৰ্থে গাৱঁলীয়া অঞ্চলসমূহ ভ্ৰমণ কৰি স্কুল স্থাপন কৰিবলগীয়া স্থানবোৰ চিনাক্ত কৰিছিল আৰু সেইমৰ্মে কাৰ্যব্যৱস্থা গ্ৰহণ কৰিছিল। স্থানীয় ৰাইজে স্কুল পতা কামত চৌধুৰীৰ পৰামৰ্শ, সহায়-সহযোগ বিচাৰি তেখেতৰ ওচৰ চাপিছিল। তেখেতেও এইটো নিজৰ কৰ্তব্য জ্ঞান কৰি ৰাইজৰ আগ্ৰহক আঁকোৱালি লৈ বহুতো ঠাইলৈ গৈ ৰাইজৰ লগ লাগি প্ৰাথমিক, মাধ্যমিক আৰু হাইস্কুল স্থাপনত আগভাগ লৈ কাম কৰিছিল।

১৯৩৫ চনত বালিলেছা কালীমন্দিৰ প্ৰাঙ্গণত এখন ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। সেই সভাত স্থানীয় মুখিয়াল ব্যক্তি, যেনে— ৰাজনাথ দত্ত মেধি, অৰুণ গাঁওবুঢ়া, গোল্কো মহন্ত, হেমবৰ্মা মজুমদাৰ, ৰামেশ্বৰ শৰ্মা, ৰত্নেশ্বৰ শৰ্মা মেম্বৰ আৰু বৰমূৰিকোণাৰ উচ্চশিক্ষিত যুৱক সতীশ চন্দ্ৰ শৰ্মা আদি বহুতো গণ্যমান্য লোক উপস্থিত হৈছিল। সেই সভাত সভাপতি আছিল শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী ডাঙৰীয়া। সেই সভাতে বালিলেছাত এখন মজলীয়া স্কুল স্থাপনৰ সিদ্ধান্ত লোৱা হৈছিল। সভাই চৌধুৰীদেৱক সভাপতি আৰু সতীশ চন্দ্ৰ শৰ্মাক ছেক্ৰেটেৰী নিযুক্ত কৰি এখন কমিটি গঠন কৰে। ১৯৩৬ চনত দান-বৰঙণি তুলি দুটা কোঠা নিৰ্মাণ কৰি মজলীয়া স্কুলৰ শুভাৰম্ভ কৰে। প্ৰথম শিক্ষকজন আছিল পকোৱাৰ দেৱনাথ গোস্বামী। সেই স্কুলত ইংৰাজী বিষয়ো খোলা হৈছিল। তাৰপৰা তিনি বছৰতে ছাত্ৰই এম্. ভি. আৰু এম্. ই. পৰীক্ষা দিব পাৰিছিল। সেই সময়ত কিছুমান মজলীয়া স্কুলত সংস্কৃত আৰু কিছুমানত ইংৰাজী গ্ৰুপ আছিল। তেনে স্কুলৰ সংখ্যা কম

আছিল। আজিকালি এম্. ভি. আৰু এম্. ই. স্কুলৰ পাঠ্যক্ৰমৰ কোনো প্ৰভেদ নাই। ১৯৫০ চনৰপৰা সকলো এম্. ভি. স্কুলতে ইংৰাজী পঢ়োৱা শিক্ষক নিয়োগ কৰিছে। লগে লগে এম্. ভি. স্কুলৰ ওখ খাপৰ পাঠ্যক্ৰম নাইকিয়া কৰা হয়। বালিলেছা স্কুলত ৰমণীকান্ত শৰ্মাপ্ৰমুখ্যে ভালেকেইজন দক্ষ শিক্ষক আছিল। পাছত এই স্কুলখন লক্ষী বৰাৰ অনুগ্ৰহত লোকেল ব'ৰ্ডে গ্ৰহণ কৰে।

১৯৫৫ চনত খাটা মৌজাৰ বালিলেছা গাৱঁত এখন মাইনৰ স্কুল স্থাপন কৰা হয়। এই স্কুল স্থাপনৰ সময়তো শ্ৰীচৌধুৰী আৰু মৌজাদাৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰীৰপৰা দিহা-পৰামৰ্শ লোৱা হৈছিল। এই স্কুল স্থাপনৰ উদ্যোক্তাসকল হ'ল দীঘেলীৰ দীনেশ চন্দ্ৰ শৰ্মা, বৰমূৰিকোণাৰ শ্ৰীৰমেশ ভট্টাচাৰ্য, শৰৎ চন্দ্ৰ শৰ্মা, বালিকুছিৰ শ্ৰীজগন্নাথ চক্ৰবৰ্তী প্ৰমুখ্যে ডেকাসকল। বালিলেছা মজলীয়া স্কুলৰ লগতে এই স্কুল প্ৰথমতে চলোৱা হৈছিল; পাছতহে বেলেগ ঘৰ-দুৱাৰ সজা হয়। এই স্কুলৰ শিক্ষকসকলে প্ৰথমতে বিনা বেতনে সেৱা আগবঢ়াইছিল। ইয়াত প্ৰথমতে দীঘেলীৰ ৺দেবেন্দ্ৰ নাথ শৰ্মাক প্ৰধান শিক্ষক নিয়োগ কৰা হৈছিল, আন শিক্ষক আছিল কৰ্দৈতোলাৰ শ্ৰীউপেন্দ্ৰ চৌধুৰী, বাউসীউদয়পুৰৰ নাৰায়ণ তালুকদাৰ (বৰ্তমানেও কাম কৰি আছে), শ্ৰীৰমেশ ভট্টাচাৰ্য। দেবেন্দ্ৰ শৰ্মা আৰু ৰমেশ ভট্টাচাৰ্যই স্কুল এৰি যোৱাত শ্ৰীমাণিক চন্দ্ৰ শৰ্মাক প্ৰধান শিক্ষক নিযুক্ত কৰা হয়। অলপতে ১৯৯৮ চনত সহকাৰী প্ৰধান শিক্ষক হিচাপে তেখেতে অৱসৰ পায়। বৰ্তমানে কালীমন্দিৰ হাইস্কুল নাম দি হাইস্কুললৈ উন্নীত কৰা হৈছে। এই ক্ষেত্ৰত শ্ৰীচৌধুৰী আৰু শ্ৰীৰবীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ অৱদান উল্লেখযোগ্য। এই হাইস্কুল স্থাপনত শ্ৰীকৃষ্ণ তালুকদাৰ, শ্ৰীজগন্নাথ চক্ৰবৰ্তী, শ্ৰীদণ্ডধৰ চক্ৰৱৰ্তী আদি লোকৰো অবদান আছে। শ্ৰীজগন্নাথ চক্ৰবৰ্তী কিছুকাল স্কুল কমিটিৰ সভাপতিও আছিল। নতুন কমিটিয়ে শ্ৰীকৃষ্ণ তালুকদাৰক প্ৰধান শিক্ষক নিযুক্ত কৰে। তালুকদাৰে ১৯৯৮ চনত অৱসৰ পায়। বালিলেছাৰ মন্দিৰ নিৰ্মাণ আৰু স্কুল নিৰ্মাণ আদিৰ ক্ষেত্ৰত চৌধুৰীদেৱৰ অৱদান উল্লেখযোগ্য। সেই অঞ্চলৰ ৰাইজ চৌধুৰীৰ ওচৰত চিৰকৃতজ্ঞ।

আগতে উল্লেখ কৰা হৈছে যে বংশ-পৰম্পৰা হিচাপে খাটাবাৰীৰ বিশিষ্ট সমাজকৰ্মী চৌধুৰীৰ পিতামহেই নলবাৰীত মাইনৰ স্কুল স্থাপন কৰে। ৰায়চাহ'ৰ প্ৰতাপনাৰায়ণ চৌধুৰীৰ ত্যাগ আৰু কৰ্মকুশলতাৰ বাবেই গৰ্ডন হাইস্কুল স্থাপিত হয়। সেই পৰম্পৰাত বিশ্বাসী চৌধুৰীদেৱেও গাঁও অঞ্চলত শিক্ষানুষ্ঠান পতাত অগ্ৰণী ভূমিকা লৈ স্কুল পতাত লাগে। পিতৃ-পিতামহৰ প্ৰতি তেখেত অতি শ্ৰদ্ধাশীল আছিল। সেই আদৰ্শেৰে অনুপ্ৰাণিত হৈ চৌধুৰীয়ে শিক্ষা বিস্তাৰৰ কাৰ্যসূচী গ্ৰহণ কৰে। তেখেত ১৭খন হাইস্কুলৰ

লগত প্ৰতিষ্ঠা কালৰেপৰা জড়িত। বেছিভাগ হাইস্কুলৰে প্ৰতিষ্ঠাপক সভাপতি/সভাপতি আছিল। তদুপৰি নলবাৰী কলেজ, নলবাৰী ছোৱালী কলেজ, দেৱীৰাম পাঠশালা, মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠ আৰু মহাবিদ্যালয়ৰ লগতো তেখেত জড়িত। তেখেত নলবাৰী কলেজৰ পৰিচালনা সমিতিৰ সভাপতিও আছিল আৰু বিজ্ঞান শাখা খোলাত সহায় কৰিছিল।

বালিলেছা মজলীয়া স্কুলৰ লগে লগে বালিকুছি মজলীয়া স্কুল আৰু বৰবড়ী হাইস্কুল স্থাপনৰ ক্ষেত্ৰতো তেখেতৰ অৰিহণা আছে।

**ঘগ্ৰাপাৰ**

নলবাৰী চহৰৰপৰা ১০ কিলোমিটাৰ পূবে ঘগ্ৰাপাৰ ৰেল ষ্টেচন। ১৯০৬ চনত ঘগ্ৰা নৈৰ পাৰত ঘগ্ৰাপাৰ নাম দি ৰেলষ্টেচন সাজে। ঘগ্ৰাপাৰ বুলি কোনো গাঁও নাই। বাঘমাৰা গাৱঁৰ ভিতৰত ঘগ্ৰাপাৰ ষ্টেচন, এতিয়া সকলোৱে এই অঞ্চলটো ঘগ্ৰাপাৰ বুলিয়েই জানে। এই গাৱঁৰ পূবে বিলপাৰ, নিম কটকীয়া, পশ্চিমে পৈচাৰা, উত্তৰে আৰু পশ্চিমে কয়াকুছি। আগতে এই অঞ্চলটোক বনভাগ অঞ্চল বুলি সকলোৱে কৈছিল। পাছত ৰেলপথৰ উত্তৰ অঞ্চলক পশ্চিম বনভাগ, আৰু পূবফালটোক পূব বনভাগ নাম দি দুখন মৌজা কৰা হয়। পূব বনভাগৰ মৌজাদাৰ আছিল বিলপাৰৰ ভগদত্ত চৌধুৰী, পশ্চিম বনভাগৰ মৌজাদাৰ নীলপুৰৰ শ্ৰীলোহিত চন্দ্ৰ চৌধুৰী। ঘগ্ৰাপাৰ ৰেলষ্টেচন হোৱাৰ পাছৰেপৰা বনভাগ, বৰভাগ, বড়িগোগ আদি অঞ্চলৰ ৰাইজৰ যাতায়াতৰ সুবিধা হৈছে। লাহে লাহে ঘগ্ৰাপাৰত সৰু সৰু দোকান পোহাৰ হ'বলৈ ধৰে। দৈনিক বজাৰ বহে। লাহে লাহে ঘগ্ৰাপাৰৰ বিকাশ আৰম্ভ হয়। ১৯৩৯ চনত ইয়াত এখন মাইনৰ স্কুল স্থাপন হয়। এই মাইনৰ স্কুলখন স্থাপনত আগভাগ লৈছিল নলবাৰীৰ ওচৰৰ পয়লা গাৱঁৰ ৺দেবেন্দ্ৰ শৰ্মাই। তেখেত প্ৰধান শিক্ষক হৈছিল। স্কুল কমিটিৰ সভাপতি আছিল মাননীয় শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী। তেতিয়াৰপৰাই শ্ৰীচৌধুৰীয়ে ঘনিষ্ঠভাৱে ঘগ্ৰাপাৰৰ বিকাশত লাগে। ১৯৪২ চনত কোনোবাই মাইনৰ স্কুলৰ ঘৰ-দুৱাৰ পুৰি পেলায়। তেতিয়া ৰাইজে ঘৰ সাজি স্কুলখন পুনৰ প্ৰতিষ্ঠা কৰে। এই স্কুলত নাৰাপাৰাৰ আনন্দি কলিতা প্ৰধান শিক্ষক আছিল, তাৰ পাছত কিছুদিন দৌলাৰ চিন্তাহৰণ কলিতাও প্ৰধান শিক্ষক আছিল।

দলুৱা আৰু বিলপাৰত কিছু শিক্ষিত লোক আছিল। এই অঞ্চলৰ শিক্ষিত আৰু শিক্ষাপ্ৰেমী ৰাইজক সংগঠিত কৰি শ্ৰীচৌধুৰীয়ে হাইস্কুল স্থাপনৰ প্ৰস্তুতি চলায়। তেখেতৰ লগত সহকৰ্মী হিচাপে আছিল দলুৱাৰ শ্ৰীমহীৰাম মজুমদাৰ, বাঘমাৰাৰ ৰেজেক আলী, চিন্তাহৰণ কলিতা, বলৰাম

দাস, গোপাল কলিতা, ৰহমৎ আলী, কালীচৰণ দাস, ধৰ্মৰাম কলিতা, ডাং ৰফিক চৌধুৰী প্ৰভৃতি লোকসকল।

স্কুল স্থাপনৰ বাবে ৰাজহুৱা সভা অনুষ্ঠিত হয়। এই সভাত শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীক সভাপতি আৰু পৰশুমল্ল বৰুৱাক ছেক্ৰেটেৰী নিৰ্বাচিত কৰি এখন স্কুল পৰিচালনা কমিটি গঠন কৰা হয়। এইখনেই পূব বনভাগ মৌজাৰ প্ৰথম হাইস্কুল। ১৯৪৮-৪৯ চনত এই স্কুল প্ৰতিষ্ঠা কৰা হয়। এই স্কুলৰ প্ৰথম প্ৰধান শিক্ষক জাজিয়াবাৰীৰ মাণিক চন্দ্ৰ দাস। তেখেত স্বৰ্গী হৈছে। সহকাৰী প্ৰধান শিক্ষক আছিল মহম্মদ ৰেজেক আলী। প্ৰতিষ্ঠাপক শিক্ষক শ্ৰীললিত চন্দ্ৰ শৰ্মা আৰু শ্ৰীতাৰানাথ গোস্বামী, স্কুলৰ বাবে মটি দান কৰিছিল ঈশ্বৰ চন্দ্ৰ চৌধুৰীয়ে। বৰ্তমানেও স্কুলখন সুন্দৰভাৱে চলি আছে। যদিও চৌধুৰীদেৱ বৰ্তমান স্কুল কমিটিত নাই, তথাপি তেখেতে স্কুলখনৰ অগ্ৰগতিৰ কথা চিন্তা কৰে। গোটেই বনভাগ মৌজাতে শ্ৰীচৌধুৰী জনপ্ৰিয় সমাজকৰ্মী। ঘগ্ৰাপাৰৰ চৰকাৰী চিকিৎসালয়খনো শ্ৰীচৌধুৰীৰ যত্নতে হৈ উঠিছে। ১৯৭০ চনত বিলপাৰৰ মাধৱ দত্ত চৌধুৰীৰ যত্নত ঘগ্ৰাপাৰত ছোৱালী স্কুল এখনো স্থাপন হৈছে। এইখন স্কুলৰ লগতো চৌধুৰী জড়িত আছিল। এইখন স্কুলো প্ৰাদেশীকৃত হৈছে। ইয়াৰ ওচৰৰ দলুৱাত বিষ্ণুজ্যোতি নামেৰে হাইস্কুল স্থাপন হৈছে। বৰ্তমানে ঘগ্ৰাপাৰৰ শিক্ষানুষ্ঠান গঢ়াত এদল নতুন কৰ্মী ওলাইছে, তেখেতসকল শ্ৰীহৰিদত্ত চৌধুৰী, শ্ৰীবিপিন চন্দ্ৰ শৰ্মা, শ্ৰীমাণিক মল্ল বৰুৱা, শ্ৰীমদন কলিতা, শ্ৰীথানেশ্বৰ লহকৰ, মং ৰুস্তম আলী আৰু হব চাহাব। এইসকলৰ চেষ্টাত ১৯৮৮ চনত বনভাগ কলেজ নাম দি এটি উচ্চ শিক্ষাৰ অনুষ্ঠান হৈছে। ইয়াৰ ঘৰ-দুৱাৰো হৈ উঠিছে। চৰকাৰে প্ৰাদেশীকৰণ কৰিছে যদিও বৰ্তমানে কোনো আৰ্থিক অনুদান পোৱা নাই। শিক্ষকসকলে বিনা বেতনে সেৱা আগবঢ়াই আছে। ফলাফলো সন্তোষজনক। ঘগ্ৰাপাৰৰ ৰাইজে এখন ডিগ্ৰী কলেজ পতাৰ বাবে এতিয়া যো-জা কৰিছে।

**সন্ধাত**

খাটা মৌজাৰ ভিতৰত সন্ধা এখন ডাঙৰ গাঁও। ১৯৩৮ চনলৈ এই গাৱঁত প্ৰাথমিক স্কুলৰ বাহিৰে মাইনৰ বা হাইস্কুল নাছিল। এই অঞ্চলৰ মুখিয়াল মানুহ হ'ল ললিত চন্দ্ৰ দাস, নানকাৰভয়ৰাৰ ভকতৰাম চেয়াৰমেন, পীতাম্বৰ বৰ্মন, সন্ধাৰ নাৰায়ণ চন্দ্ৰ কলিতা মহাজন, নিধিৰাম তালুকদাৰ মেম্বৰ প্ৰভৃতি। তদুপৰি বলাকুছিৰ সুবৰ্ণসেন বৰকাকতি আই.এ. পৰীক্ষা পাছ কৰি ঘৰতে আছিল, আটায়ে লগলাগি সন্ধা মাইনৰ স্কুলখন স্থাপন কৰে। সেই মাইনৰ স্কুলৰ প্ৰথম প্ৰধান শিক্ষক সুবৰ্ণসেন বৰকাকতি। আন শিক্ষক হ'ল পীতাম্বৰ বৰ্মন আৰু কৃষ্ণ কলিতা। এই মাইনৰ স্কুলখন হাইস্কুললৈ উন্নীত কৰাৰ বাবে শ্ৰীচৌধুৰীদেৱে মুখিয়ালসকলৰ লগত আলচ কৰে আৰু

ৰাইজৰ উৎসাহ-উদ্দীপনাত ৰাজকদমতল নাম দি হাইস্কুলখন স্থাপন কৰাৰ সিদ্ধান্ত কৰে। এই স্কুলখনৰ প্ৰতিষ্ঠাপক সভাপতি শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী। ৰাজকদমতল হাইস্কুলখন খাটা মৌজাৰ ভিতৰতে। সন্ধ্যা, পাইকাৰকুছি, নানকাৰভয়ৰা, কেন্দুকুছি, গুৱাকুছি, ভুনকুছি, ছত্ৰা, সাহান সাহপুৰ আদি গাৱঁৰ ছাত্ৰ-ছাত্ৰীৰ বাবে অতি সুবিধাজনক হৈছে। ইয়াৰ ওচৰতে এখনি ছোৱালী হাইস্কুল স্থাপিত হৈছে, ইয়াৰ বাহিৰেও নানকাৰভয়ৰা, দিহুজাৰী আৰু শিলপোতাকড়ীত হাইস্কুল হোৱাত সেই অঞ্চলটোৰ শৈক্ষিক পৰিবেশ বহুতো উন্নত হৈছে। এইবোৰ শিক্ষানুষ্ঠানৰ লগত চৌধুৰী ডাঙৰীয়া ঘনিষ্ঠভাৱে জড়িত। ১৯৫০ চনৰপৰা ঠায়ে ঠায়ে হাইস্কুল স্থাপন কৰাৰ ফলত শিক্ষাৰ সম্প্ৰসাৰণ হৈছে, কিন্তু গুণগত মান বহু স্কুলৰ উন্নত হোৱা বুলি ক'ব নোৱাৰি। সম্প্ৰতি পূব নলবাৰী নাম দি ৰাজকদমতলৰ ওচৰতে এখন মহাবিদ্যালয়ো স্থাপন হৈছে। এই মহাবিদ্যালয়ৰ লগত শ্ৰীচন্দ্ৰ কলিতা, শ্ৰীকালীন্দ্ৰ ডেকা প্ৰভৃতি বহুতো ডেকা কৰ্মী লাগি আছে। এই অনুষ্ঠানৰ সভাপতি মাননীয় মন্ত্ৰী শ্ৰীনগেন শৰ্মাদেৱ।

বনভাগ মৌজাখন দুই ভাগত বিভক্ত কৰা বুলি আগতে উল্লেখ কৰা হৈছে, পূব আৰু পশ্চিম বনভাগ। পূব বনভাগ মৌজাত ঘগ্ৰাপাৰ পুৰণি হাইস্কুল। তেতিয়া পশ্চিম বনভাগ মৌজাৰ ল'ৰা-ছোৱালী হয় ঘগ্ৰাপাৰ, নহয় তামোলপুৰলৈ পঢ়িবলৈ যাব লাগে। তেতিয়া পশ্চিম বনভাগ মৌজাৰ মৌজাদাৰ শ্ৰীলোহিত চন্দ্ৰ চৌধুৰী, শ্ৰীৰাধা চৌধুৰী, শ্ৰীশৰৎ চৌধুৰী আৰু অন্যান্য সমাজকৰ্মীসকলে খাটিকুছিত হাইস্কুল এখন স্থাপন কৰে। এতিয়া এইখন উচ্চতৰ মাধ্যমিক স্কুল। এই স্কুলৰো প্ৰতিষ্ঠাপক সভাপতি মাননীয় প্ৰভাতনাৰায়ণ চৌধুৰী। তদুপৰি তেখেতৰ যত্নত আৰু ৰাইজৰ সহযোগত নীলপুৰত চৰকাৰী ডাক্তৰখানা এখনো স্থাপিত হৈছে। বৰ্তমানে বৰাজোল, আম্নিয়া আৰু ঘোহকুছিত হাইস্কুল স্থাপিত হোৱাৰ পাছৰেপৰা এই মৌজাখনত শিক্ষাৰ সুবিধা হৈছে, বাট-পথৰো ভালেমান উন্নতি হৈছে। এতিয়া নলবাৰীৰপৰা এই মৌজাৰ মাজেৰে তামোলপুৰ হৈ ভূটানলৈ বাছ চলে। এই মৌজাৰ আটাইবোৰ শিক্ষানুষ্ঠান স্থাপনত শ্ৰীচৌধুৰী বিশেষভাৱে জড়িত আছিল। এই অঞ্চলৰ ৰাইজৰ মাজত তেখেত জনপ্ৰিয় লোক। আগেয়ে বনভাগ অঞ্চল অনগ্ৰসৰ আছিল; স্কুল নাছিল, চিকিৎসালয় নাছিল, বাট-পথ নাছিল। বৰ্তমান স্কুল-কলেজ আদি স্থাপিত হৈছে, চিকিৎসালয় হৈছে, উন্নয়ন খণ্ড স্থাপন হৈছে, জাপজাপকুছিত এটা উদ্যোগ স্থাপন হৈছে। এই অঞ্চলটো কৃষিপ্ৰধান অঞ্চল। বেছিভাগ মানুহেই কৃষক। এতিয়া বহুতো শিক্ষিত লোক ওলাইছে। সাগৰকুছিৰ শ্ৰীচন্দ্ৰ কলিতা এবাৰ বিধায়ক নিৰ্বাচিত হৈছিল। তেওঁ এতিয়াও সামাজিক কামত লাগি আছে। আগেয়ে এই

অঞ্চলৰ ল'ৰা-ছোৱালী স্কুললৈ প্ৰায়েই নগৈছিল, অভিভাৱকেও ল'ৰা-ছোৱালীক স্কুললৈ পঠোৱাৰ যত্ন নকৰিছিল, এতিয়া এই অঞ্চলৰ চকুতলগা পৰিবৰ্তন হৈছে। আধুনিকতাৰ পৰশ পাই বনভাগ অঞ্চল ঠন ধৰি উঠিছে। যোৱা কিছু বছৰ নোনা নৈৰ বানপানীয়ে এই অঞ্চলৰ ৰাইজক বৰ কষ্ট দিছে। বাট-পথবোৰৰ মেৰামতি নাই। যানবাহন চলাৰ বাবে অনুপযুক্ত হৈছে।

বনভাগ অঞ্চলৰ প্ৰশাসনীয় বিকাশৰ বাবে চৌধুৰীয়ে তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি আৰু বিমলাপ্ৰসাদ চলিহাক লগ ধৰি বিভিন্ন সময়ত আৰ্জি পেচ কৰিছিল। ঘগ্ৰাপাৰ আৰু কমাৰকুছিত চক্ৰবিষয়াৰ কাৰ্যালয়, আৰক্ষী চকী আৰু খণ্ড উন্নয়ন কাৰ্যালয় স্থাপনৰ বাবে নিজে সক্ৰিয়ভাৱে চৰকাৰক দাবী কৰিছিল। তাৰ ফলশ্ৰুতি হিচাপে ঘগ্ৰাপাৰ আৰু কমাৰকুছিত চক্ৰবিষয়াৰ কাৰ্যালয় আৰু আৰক্ষী চকী স্থাপন কৰা হৈছে। খণ্ড উন্নয়ন কাৰ্যালয়ো স্থাপিত হৈছে। লগতে স্কুল ছাব-ইন্সপেক্টৰ আৰু ব্লক শিক্ষা বিষয়াও নিযুক্ত হৈছে। বনভাগ অঞ্চলৰ উন্নতিত শ্ৰীচৌধুৰীৰ অৱদান উল্লেখযোগ্য।

নলবাৰী চহৰৰ উত্তৰে ৩ কিলোমিটাৰমানলৈ খাটা মৌজা। তাৰ উত্তৰে বতাহগিলা মৌজা আৰু উত্তৰ-পূবে বনভাগ মৌজা, উত্তৰ-পশ্চিমফালে নতুনদেহাৰ মৌজা। তাৰ উত্তৰে ধমধমা, বৰমা, তামোলপুৰ, নিকাচি, বাগানপাৰা আদি ঠাই বাস্কা অঞ্চলত পৰে। প্ৰাক-স্বাধীনতা যুগত এই বিৰাট অঞ্চলটো শিক্ষা-দীক্ষা, বাট-পথ সকলোতে পিছপৰা আছিল। প্ৰথমতে তামোলপুৰ, ধমধমা আৰু বৰমাত চিকিৎসালয় আৰু হাইস্কুল স্থাপন হয়। এই অঞ্চলটো কিছু উন্নত কৰাৰ বাবে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী, ধমধমাৰ মৌজাদাৰ পদ্মমল চৌধুৰী, টুপলীয়াৰ সূৰ্য ডেকা মেলেকী আৰু ধমধমাৰ আজান মহাজন, মালিকুছিৰ মাধৱ চন্দ্ৰ বৰ্মন প্ৰভৃতি সমাজকৰ্মীসকলে চেষ্টা কৰিছিল। তেখেতসকলৰ লগত চৌধুৰীদেৱো জড়িত হৈ উত্তৰ অঞ্চলটোৰ বিকাশৰ বাবে কাম কৰিছিল। নলবাৰীৰপৰা সুবনখাটালৈ এটা গড়কাপ্তানি পথ আছে। এই পথেৰে বাছৰ চলাচল আছে। এখেতসকলৰ চেষ্টাত ১৯৪৮ চনত ধমধমাত হাইস্কুল স্থাপন হয়। সেই স্কুলৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হৰিচন্দ্ৰ শৰ্মা। মাধৱ চন্দ্ৰ বৰ্মনো সেই স্কুলৰ শিক্ষক আছিল। এই স্কুল স্থাপনত শ্ৰীচৌধুৰীয়েও আগভাগ লৈছিল। ধমধমাৰ এম. এল. এ. শ্ৰীবৈকুণ্ঠ নাথ দাস আৰু শ্ৰীদ্বাৰিকানাথ বৰুৱা এই স্কুলৰ উদ্যোক্তা। প্ৰধান শিক্ষক হৰিচন্দ্ৰ শৰ্মাই ধমধমা অঞ্চলৰ বাবে বহুতো কাম কৰিছিল। তাত আন এজন ব্যক্তি আছিল ডাঃ উমেশ চন্দ্ৰ ভাগৱতী।

বৰমা অঞ্চলত প্ৰথমতে বি. কে. ভাণ্ডাৰী নামৰ এজন অনা-অসমীয়া বিশিষ্ট লোকে সামাজিক কাম আৰম্ভ কৰে। ভাণ্ডাৰী অতি ব্যক্তিত্বশালী

নিঃস্বাৰ্থ কৰ্মী আছিল। তেখেতৰ লগত যোগ দিয়ে প্ৰাক্তন বিধায়ক সুৰেন্দ্ৰনাথ দাসে। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী আৰু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়েও বৰমা অঞ্চলৰ বিকাশৰ বাবে কাম কৰিছিল। চল্লিশৰ দশকতে বৰমাত হাইস্কুল আৰু ডাক্তৰখানা স্থাপিত হয়। ইয়াত শ্ৰীচৌধুৰীৰ অৱদান আছে। পাছত খাদী ভাণ্ডাৰ, ছোৱালী হাইস্কুল আৰু বৰমা কলেজ প্ৰতিষ্ঠা হোৱাৰ ফলত বৰমা এখন চহৰত পৰিণত হৈছে। ইয়াৰ মাজেদি ৰাষ্ট্ৰীয় ঘাইপথ যোৱাৰ ফলত বৰমাত বেহা-বেপাৰৰো সুবিধা হৈছে। ইয়াৰপৰা ধমধমা, টিহু আৰু মচলপুৰ, খেৰানী আদি ঠাইলৈ বাছ চলে। বৰমা এতিয়া বাস্কা অঞ্চলৰ কেন্দ্ৰস্থল। ইয়াৰ আৰক্ষী চকী বহু পুৰণি। ধমধমাতো আৰক্ষী চকী হৈছে। পঞ্চাশৰ দশকত বানেকুছিত মিলন হাইস্কুল, শিলগোসানী হাইস্কুল শোলমাৰীত স্থাপন হৈছিল। এই স্কুল দুখন স্থাপনত প্ৰাক্তন বিধায়ক নলবাৰী কলেজৰ অধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী, ডাঃ হৰেকৃষ্ণ গোস্বামী, কণক চন্দ্ৰ বৰ্মা, জ্যোতিৰাম বৰ্মন, মাণিক চন্দ্ৰ ডেকা, গোন্ধোৰাম মহাজন, হৰেশ্বৰ বৰ্মন আৰু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী আদিয়ে অগ্ৰণী ভূমিকা লৈছিল। এই স্কুলকেইখন এতিয়া প্ৰাদেশীকৃত হাইস্কুল। বৰমা আৰু মিলন হাইস্কুল উচ্চতৰ মাধ্যমিক স্কুললৈ উন্নীত হৈছে। এতিয়া নতুনদেহাৰ আৰু বতাহগিলা মৌজাৰ প্ৰভূত উন্নতি হৈছে। নতুনদেহাৰ মৌজাৰেই দাণ্ডুৱাপাৰাৰ শ্ৰীচন্দ্ৰমোহন পাটোৱাৰী বৰ্তমান অসমৰ কৃষিমন্ত্ৰী; আগেয়ে স্বাস্থ্যমন্ত্ৰী আছিল।

## বনভাগ বতাহগিলা-নাহেৰবাৰী-কটৰা-বালিতাৰা অঞ্চলত চৌধুৰী

পঞ্চাশৰ দশকত শ্ৰীচৌধুৰী ডাঙৰীয়াই আৰম্ভ কৰা এখন স্কুল হ'ল বনভাগ বতাহগিলা-নাহেৰবাৰী হাইস্কুল। নাহেৰবাৰী নলবাৰী চহৰৰপৰা ৬ কিলোমিটাৰ উত্তৰে অৱস্থিত এখন গাঁও। ইয়াত কিছু বড়ো লোকৰো বসতি, তদুপৰি ইয়াত বহুদিন আগতে অসমলৈ অহা বহুতো বঙালী ভগনীয়া লোকৰ বাসস্থান। এই লোকসকলে অসমীয়া পঢ়ে আৰু এতিয়া অসমীয়াই হৈছে। এই অঞ্চলৰ নেতৃস্থানীয় লোক মোহিত চন্দ্ৰ বড়ো। শ্ৰীচৌধুৰীয়ে এই অঞ্চলৰ লোকসকলক সংগঠিত কৰি প্ৰথমতে ৪০-ৰ দশকতে এখন মাইনৰ স্কুল আৰম্ভ কৰে। মোহিত বড়োৰেও এই স্কুল স্থাপনত আগভাগ লৈছিল। মোহিত চন্দ্ৰ বড়ো এই স্কুলৰ প্ৰধান শিক্ষক হৈছিল। মোহিত চন্দ্ৰ বড়ো এজন শিক্ষিত আৰু অঞ্চলটোৰ সমাজকৰ্মী। শ্ৰীচৌধুৰীৰ যত্নত মাইনৰ স্কুলখনে চৰকাৰী অনুদান পায়। চৌধুৰী ডাঙৰীয়া এই স্কুলৰ প্ৰতিষ্ঠাপক সভাপতি। বতাহগিলা আৰু বনভাগ, দুয়োখন মৌজাৰ লোক এই স্কুলৰ লগত জড়িত। পঞ্চাশৰ দশকত এই মাইনৰ স্কুলখন হাইস্কুললৈ উন্নীত কৰা হয়। স্কুলখনৰ অৱস্থান নাহেৰবাৰী গাৱঁত। স্কুলখনৰ নাম বনভাগ বতাহগিলা হাইস্কুল। তেতিয়া

বালিতাৰাত হাইস্কুল হোৱা নাছিল। চৌধুৰী ডাঙৰীয়াই বিধায়ক হৈ স্কুলখনৰ স্বীকৃতি আৰু আৰ্থিক অনুদান মঞ্জুৰ কৰায়। তেতিয়াৰপৰা এই অঞ্চলৰ ৰাইজৰ মাজত লাগি থাকি বাট-পথ আদিও নিৰ্মাণ কৰাইছিল। বৰ্তমান এই স্কুলখন প্ৰাদেশীকৃত হাইস্কুল। ইয়াৰ ছাত্ৰ-ছাত্ৰীয়ে নলবাৰী বা ধমধমালৈ যাব লাগিছিল। স্কুলখন প্ৰতিষ্ঠা হোৱাৰ পাছৰেপৰা অঞ্চলটো শিক্ষা-দীক্ষা আৰু সাংস্কৃতিক দিশত আগবাঢ়ি আহিছে। এই অঞ্চলৰ ৰাইজ কৃষিজীৱী। শিক্ষাৰ পোহৰ পৰাৰ পাছৰেপৰা আধুনিক জীৱনৰ স্বাদ ৰাইজে কিছু পৰিমাণে হ'লেও পাইছে। চৌধুৰীৰ চেষ্টাত যাতায়াত ব্যৱস্থাও উন্নত হৈছে। সকলো ক্ষেত্ৰতে দেখা যায় যে শিক্ষানুষ্ঠান হ'লেহে এটা অঞ্চলে উন্নতিৰ জখলাত দোপত-দোপে আগবাঢ়িব পাৰে। বৰ্তমানেও সভা-সমিতি পাতি ৰাইজে চৌধুৰীদেৱক আহ্বান কৰি কৃতজ্ঞতা জ্ঞাপন কৰে। ৰাইজে চৌধুৰীক এতিয়াও মান-সন্মান দেখুৱায়, চৌধুৰীয়েও স্কুলখনৰ খা-খবৰ ৰাখে। এতিয়া ক্ষুদিয়াৰ ওচৰতো এখন হাইস্কুল হৈছে। উত্তৰ নলবাৰী নাম দি স্কুলখন প্ৰতিষ্ঠা কৰিছে। এই স্কুলৰ লগত ডাঃ হৰেকৃষ্ণ গোস্বামী, অধিবক্তা, মুক্তিযুঁজাৰু হৰিচৰণ পাঠক আৰু শ্ৰীচৌধুৰীয়ে আগভাগ লৈছিল। ডাঃ গোস্বামী এই অঞ্চলৰ এজন প্ৰবীণ সমাজকৰ্মী আৰু পৰহিতৈষী লোক। ইয়াৰ উপৰিও বালিতাৰা, বৰআগ্ৰা আৰু কটৰা হাইস্কুল পতাত শ্ৰীচৌধুৰী প্ৰমুখ্যে অঞ্চলৰ ৰাইজে সহায় আগবঢ়াইছে। কটৰাৰ গোসাঁইসকলে কটৰা হাইস্কুললৈ যথেষ্ট বৰঙণি আগবঢ়াইছে। ধনতোলাত সমাজকৰ্মী শ্ৰীজ্ঞানেন্দ্ৰ বুজৰবৰুৱাৰ নামতো এখন স্কুল স্থাপিত হৈছে। এই স্কুললৈ বুজৰবৰুৱাদেৱে যথেষ্ট বৰঙণি দিছে। ৰাইজৰ মাজত তেখেত জনপ্ৰিয় আৰু সন্মানীয় ব্যক্তি।

### পকোৱা, পানীগাঁও, মিলন আৰু জাগাৰা

নলবাৰী জিলাৰ এখন ডাঙৰ মৌজা পকোৱা। নলবাৰী চহৰৰ ৩ কি.মি. দূৰৰপৰা পকোৱা মৌজাৰ বিস্তৃতি। এই জিলাৰ ডাঙৰ মৌজা বৰভাগ, বাঁহজানি, পকোৱা আৰু ধৰ্মপুৰ। ধৰ্মপুৰ মৌজাখন দুভাগ কৰি ধৰ্মপুৰ আৰু ক্ষেত্ৰী ধৰ্মপুৰ নামেৰে দুখন মৌজা কৰা হৈছে। ধৰ্মপুৰ মৌজাৰ কেন্দ্ৰস্থল চামতা আৰু বেলশৰ। ১৯২৭ চনত চামতাত হাইস্কুল স্থাপন হয়, পাছত বেলশৰতো হাইস্কুল হৈছে। এতিয়া চামতা আৰু বেলশৰত কলেজ স্থাপন হোৱাত মৌজাখনত শিক্ষিতৰ সংখ্যা যথেষ্ট বৃদ্ধি হৈছে। সাংস্কৃতিক বিকাশো সাধন হৈছে। পকোৱা ডাঙৰ মৌজা যদিও ১৯৪৪ চনলৈ এই মৌজাত কোনো হাইস্কুল স্থাপন হোৱা নাছিল। এই মৌজাৰ প্ৰথমখন হাইস্কুল স্থাপিত হয় ১৯৪৪ চনত জাগাৰাত। এই স্কুলখন প্ৰতিষ্ঠাৰ ক্ষেত্ৰত সেই সময়ৰ গৰ্ডন হাইস্কুলৰ শিক্ষক প্ৰফুল্ল নাৰায়ণ গোস্বামী, সমাজকৰ্মী দেৱীসিংহ তালুকদাৰ,

নপ্তিপাৰাৰ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী, নলবাৰী কলেজৰ অধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী, বিধায়ক শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীতৰুণসেন ডেকা আদি আগৰণুৱা আছিল। মুখ্য প্ৰতিষ্ঠাপক প্ৰফুল্ল নাৰায়ণ গোস্বামী। এই স্কুলৰ প্ৰতিষ্ঠাপক হেড্ মাষ্টৰ নপ্তিপাৰাৰ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী। এই স্কুলৰ লগত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীও ওতপ্ৰোতভাৱে জড়িত. তেখেত পৰিচালনা সমিতিৰ সভাপতি আছিল। চৌধুৰীদেৱে স্কুলখনৰ বিকাশৰ হকে ভালেখিনি কাম কৰিছিল। জাগাৰা হাইস্কুলে সেই অঞ্চলৰ শিক্ষা বিস্তাৰৰ হকে বহুতো বৰঙণি আগবঢ়াইছে। বৰ্তমানে ৰুকেয়া, কুমাৰীকাটাতো হাইস্কুল হৈছে, ১৯৮৪ চনত কামপীঠ নামেৰে জাগাৰাত মহাবিদ্যালয় স্থাপিত হৈছে। মন্ত্ৰী শ্ৰীচন্দ্ৰমোহন পাটোৱাৰী বৰ্তমান বিধায়ক। তেওঁ এই অনুষ্ঠানসমূহতো যথেষ্ট আৰ্থিক বৰঙণি দিয়াইছে। বৰ্তমানে জাগাৰা এটা চহৰমুখী উন্নতশীল অঞ্চল।

পকোৱা পানীগাঁও আৰু সন্ধেলিৰ ৰাইজে পানীগাৱঁত এখন হাইস্কুল স্থাপনৰ উদ্যোগ লয়। এই ক্ষেত্ৰত শৰৎ চন্দ্ৰ শৰ্মা আগৰণুৱা। ডা° প্ৰভাত শৰ্মায়ো স্কুল স্থাপনত আগবাঢ়ি আহে। তিনি গাৱঁৰ সংহতি সাধন কৰি মিলন হাইস্কুল স্থাপন হয়। আৰম্ভণিৰ কিছু পাছৰেপৰা শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী স্কুল পৰিচালনা সমিতিৰ সভাপতি আছিল। শ্ৰীচৌধুৰীৰ যত্নত স্কুলখনৰ কাম- কাজ আগবাঢ়ে আৰু মিলন হাইস্কুল এখন পূৰ্ণাঙ্গ হাইস্কুলৰূপে প্ৰতিষ্ঠা লাভ কৰে। চৌধুৰীৰ যত্ন, উৎসাহ আৰু কৰ্মতৎপৰতাই মিলন স্কুলৰ বিকাশত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ ডেকাও এই মিলন স্কুলৰ পৰিচালনাত জড়িত আছিল। ডেকা এজন সমাজকৰ্মী আছিল। সেইগুণে মিলন হাইস্কুললৈ ডেকাৰ বৰঙণি উল্লেখযোগ্য। বৰ্তমান থানেশ্বৰ সাউদ এই স্কুলৰ প্ৰধান শিক্ষক। প্ৰাক্তন বিধায়ক তথা মন্ত্ৰী ৰমণী বৰ্মন, নৰেন দত্ত আৰু বৰ্তমানৰ মন্ত্ৰী চন্দ্ৰমোহন পাটোৱাৰীয়েও এই স্কুলৰ বাবে অৰিহণা আগবঢ়াইছে।

মিলন হাইস্কুল প্ৰাদেশীকৃত হোৱাৰ পাছত প্ৰভাতনাৰায়ণ চৌধুৰীয়ে নিজ পকোৱা গাৱঁত এখন নতুন হাইস্কুল স্থাপনৰ যো-জা কৰে। পকোৱাৰ মুনীন্দ্ৰ বৰুৱা আদি গাৱঁৰ কৰ্মীসকলে এই স্কুল স্থাপনত ৰাইজক সজাগ কৰে। চৌধুৰীয়ে এই স্কুলৰ জন্মলগ্নৰেপৰা স্কুলখনৰ প্ৰতিষ্ঠাপক সভাপতি হৈ আছিল। পকোৱা মৌজাখন ঘন-বসতিপূৰ্ণ। পকোৱা হাইস্কুল স্থাপন হোৱাত মিলন হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা কমিব বুলি বহুতে ধাৰণা কৰিছিল। কিন্তু সেইটো নহ'ল। জনসংখ্যা বৃদ্ধিৰ লগে লগে প্ৰাথমিক স্কুলৰ সংখ্যাও বৃদ্ধি হ'ল। গতিকে পকোৱা আৰু মিলন হাইস্কুল দুয়োখনে আৱশ্যকীয় ছাত্ৰ-ছাত্ৰী পাইছে। গঙ্গাপুখুৰী বৰকুৰিহা হাইস্কুলৰ কৃতি প্ৰধান শিক্ষক কৃষ্ণনাথ বৰুৱাই অৱসৰ লৈ পকোৱা হাইস্কুলৰ প্ৰতিষ্ঠাপক হেড্ মাষ্টৰ হয় আৰু স্কুলখনৰ

ঠান-থিত লগায়। কিছুদিন ৰমেশ দত্তও প্ৰধান শিক্ষক হয়। তেওঁৰ অকাল মৃত্যু হৈছে। বৰ্তমান পকোৱা হাইস্কুল প্ৰাদেশীকৃত স্কুল হিচাপে চলি আছে আৰু পূৰ্ণপৰ্যায়ৰ স্কুলৰূপে খ্যাতি লাভ কৰিছে। এই স্কুল স্থাপন আৰু বিকাশত চৌধুৰীৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। শিক্ষা বিস্তাৰ আৰু স্কুল প্ৰতিষ্ঠা চৌধুৰীদেৱৰ এটা নিচা। বিধায়ক হোৱাৰ আগৰেপৰা তেখেতে এই ক্ষেত্ৰত মনোনিৱেশ কৰে। এজন প্ৰকৃত সমাজসেৱী হিচাপে তেখেতে ভাবে যে দেশৰ সকলো নাগৰিকে অন্ততঃ হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰিলে আমাৰ গণতন্ত্ৰ সফল আৰু কাৰ্যক্ষম হ'ব। সুস্থ গণতান্ত্ৰিক পৰিৱেশ ৰচনাৰ বাবে শিক্ষা অপৰিহাৰ্য। কিন্তু তাৰ অৰ্থ এইটো নহয় যে সকলোৱে শিক্ষা গ্ৰহণ কৰি কেৱল চাকৰিৰ প্ৰতি মুখাপেক্ষী হৈ ৰ'ব। স্বনিয়োজন বা স্বাধীন ব্যৱসায় বা আন কাম-কাজ কৰিবলৈও শিক্ষাৰ অতি প্ৰয়োজন বুলি চৌধুৰীয়ে মত দাঙি ধৰে। তেখেতে 'স্কুল কমপ্লেক্স' গঠন কৰি স্কুলৰ আয় বৃদ্ধিৰ কথাও কৈছিল, কিন্তু তেনেবোৰ কথা স্কুলসমূহে গ্ৰহণ কৰা দেখা নাযায়। তেখেত যিবিলাক স্কুলৰ পৰিচালনাত আছিল সেই স্কুলবোৰত গছ ৰোপণ কৰা, পুখুৰী খন্দোৱা আৰু 'স্কুল কম্‌প্লেক্স' গঠন কৰাত যথেষ্ট গুৰুত্ব দিছিল। কৰ্ম-অভিজ্ঞতাৰ কাৰ্যক্ৰম প্ৰচাৰ আৰু প্ৰয়োগ কৰাৰ বহু পূৰ্বে চৌধুৰীয়ে স্কুল সম্পৰ্কে এনে মতামত দাঙি ধৰিছিল আৰু শিক্ষাবিভাগকো চিঠি-পত্ৰ লিখি আবেদন-নিবেদন কৰিছিল, কিন্তু চৌধুৰীৰ এই পৰিকল্পনাৰ বিষয়ে চৰকাৰে গুৰুত্ব আৰোপ কৰা দেখা নগ'ল।

পকোৱা মৌজাৰ এখনি পুৰণি হাইস্কুল হ'ল বনগাঁও হাইস্কুল। এইখন স্কুলৰ প্ৰধান শিক্ষক আছিল শিক্ষাবিদ ৰমেশ চন্দ্ৰ চক্ৰৱৰ্তী। এই স্কুলখন বৰ্তমান উচ্চতৰ মাধ্যমিকলৈ উন্নীত হৈছে। পৰীক্ষাৰ ফলাফল অতি উন্নত মানৰ। হাইস্কুল শিক্ষান্ত পৰীক্ষাত প্ৰায়ে প্ৰথম ২০ জনৰ ভিতৰত থাকে। বৰ্তমান এইখন সমগ্ৰ জিলাৰ ভিতৰতে এখন উন্নত স্কুল।

পকোৱা মৌজাৰ কেন্দ্ৰস্থল বৰনৰ্দি। ইয়াতে বিগত ৫০ বছৰ ধৰি মহাবিষ্ণু যজ্ঞ কাৰ্য চলি আছে। যজ্ঞধামকে কেন্দ্ৰ কৰি বৰনৰ্দি অঞ্চলটোৰ যথেষ্ট বিকাশ সাধন হৈছে। ইয়াত প্ৰথমতে এখন মজলীয়া স্কুল আছিল। এই মজলীয়া স্কুলখনো উচ্চস্তৰৰ স্কুল। স্থানীয় ৰাইজে প্ৰথমতে ইয়াত এখন ছোৱালী হাইস্কুল স্থাপন কৰাৰ কথা গুণা-গঁথা কৰে। তাৰ নেতৃত্ব লয় অধ্যাপক যামিনীকান্ত শৰ্মা (বৰ্তমান অৱসৰপ্ৰাপ্ত) আৰু শ্ৰীভগবান চন্দ্ৰ ডেকাই। দুয়ো এই ক্ষেত্ৰত মাননীয় প্ৰভাতনাৰায়ণ চৌধুৰীৰ লগত পৰামৰ্শ কৰে। চৌধুৰীয়ে আৱশ্যকীয় দিহা-পৰামৰ্শ দি স্কুল স্থাপনৰ বাবে আৱশ্যকীয় মাটি, স্কুলঘৰ আদিৰ ব্যৱস্থা কৰিবলৈ কয়, সেইমতে চৌধুৰীৰ নেতৃত্বত বৰনৰ্দিৰ ৰাইজ উৎসাহিত হয় আৰু স্কুল স্থাপনত দেহে-কেহে লাগে।

পকোৱা মৌজাৰ ভিতৰত বৰনৰ্দি এখন বৃহৎ গাঁও। ইয়াত প্ৰায় ৫০০ পৰিয়াল আছে। মধ্যবিত্ত পৰিয়ালেই বেছি। সেইবাবে অৰ্থসংগ্ৰহত যেতিয়া আলৈ-আহুকাল নোহোৱাকৈ পৰ্যাপ্ত ধন সংগ্ৰহ হ'ল। সেই উদ্দেশ্যে স্কুল পৰিচালনা সমিতি গঠন হ'ল। চৌধুৰীদেৱ বৰনৰ্দি ছোৱালী হাইস্কুলৰ প্ৰতিষ্ঠাপক সভাপতি। শ্ৰীভগবান চন্দ্ৰ ডেকা ইয়াৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক। চৌধুৰীৰ চেষ্টাত স্কুলখন প্ৰাদেশীকৃত হৈছে। ফলাফল সন্তোষজনক বুলি ক'ব পাৰি। বৰ্তমান বৰনৰ্দিত ল'ৰাৰ হাইস্কুল এখন আৰু মহাবিদ্যালয় এখন স্থাপিত হৈছে। চৌধুৰী বৰনৰ্দিৰ মহাবিদ্যালয়তো জড়িত হৈ আছে। বৰ্তমানৰ বিধায়ক তথা কৃষিমন্ত্ৰী শ্ৰীচন্দ্ৰমোহন পাটোৱাৰীয়ে কলেজখনে অনুদান আদি পোৱাত যথেষ্ট সহায় কৰি আছে। চৌধুৰী ডাঙৰীয়ায়ো বৰনৰ্দিৰ শিক্ষানুষ্ঠানবোৰত দিহা-পৰামৰ্শ দি ৰাইজৰ লগত যোগাযোগ ৰাখি আছে।

বৰনৰ্দিত এখন চৰকাৰী চিকিৎসালয় স্থাপিত হৈছে। এই গাৱঁৰ প্ৰাচীন বাসিন্দা বৰ্তমানে মঙ্গলদৈত থকা প্ৰয়াত সুনন্দ ডেকা মহাজনে বুজন পৰিমাণৰ অৰ্থসাহায্য দিয়াত চিকিৎসালয়খন স্থাপনত সহজ হৈছে। বৰনৰ্দিৰ বাহিৰেও অঞ্চলৰ গাৱঁৰ ৰাইজে এই চিকিৎসালয়ৰ সুফল পাই আছে। ডাক্তৰখানা স্থাপনতো অধ্যাপক যামিনীকান্ত শৰ্মা আৰু ভগবান চন্দ্ৰ ডেকাই ৰাইজৰ লগতে আশাশুধীয়া পৰিশ্ৰম কৰি চিকিৎসালয়খন গঢ়ি তোলাত অৱদান আগবঢ়াইছে। এই ক্ষেত্ৰত মন্ত্ৰী পাটোৱাৰী আৰু মন্ত্ৰী ৰমণী বৰ্মনৰ বৰঙণি উল্লেখযোগ্য। এনেবোৰ কাৰণত সমাজকৰ্মী শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী বৰনৰ্দি, পকোৱা, পানীগাঁও, সন্ন্যাসী তথা গোটেই পকোৱা মৌজাতে এজন জনপ্ৰিয় লোক হ'বলৈ সমৰ্থ হৈছে। তেখেতে নিঃস্বাৰ্থভাৱে অনুষ্ঠান গঢ়াত আগভাগ লৈছিল।

পকোৱা মৌজাৰ আন এখন বৃহৎ আৰু উন্নতশীল গাঁও বহুৰিহাটী। ইয়াতো এখন হাইস্কুল প্ৰতিষ্ঠা হৈছে। এই স্কুলখনৰ প্ৰতিও চৌধুৰীৰ যথেষ্ট অৱদান আছে। তেখেত এই স্কুলখনৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। অধিবক্তা বদন তালুকদাৰ (প্ৰাক্তন বিধায়ক), ডাঃ খৰ্গেশ্বৰ মেধী, ধনেশ্বৰ শীল আৰু অন্যান্য উদ্যমী ৰাইজৰ অহোপুৰুষাৰ্থত বহুৰিহাটী স্কুল স্থাপিত হয়। ইয়াত কিছু বছৰ গৰ্ডন হাইস্কুলৰ প্ৰাক্তন অধ্যক্ষ বলদেৱ শৰ্মা প্ৰধান শিক্ষক আছিল। বৰ্তমানে ধৰ্মপুৰ সমষ্টিত বহুতো স্কুল আৰু মহাবিদ্যালয় স্থাপিত হৈছে। বেলশৰ থানা, মহাবিদ্যালয় কোষাগাৰ আদি স্থাপন হোৱাত বেলশৰ-ধৰ্মপুৰ সমষ্টিৰ কেন্দ্ৰস্থল হৈ পৰিছে। ইয়াৰ বিল্বেশ্বৰৰ ইতিহাস প্ৰসিদ্ধ শিৱমন্দিৰক কেন্দ্ৰ কৰি বেলশৰে নগৰমুখী ৰূপ লৈছে। শিক্ষা-দীক্ষাত, সাহিত্য-সংস্কৃতিৰ দিশতো এই বৃহৎ অঞ্চলটো যথেষ্ট আগবাঢ়ি গৈছে।

বিধায়কসকলেও বৰঙণি আগবঢ়াইছে।

আগতে উল্লেখ কৰা হৈছে যে প্ৰভাতনাৰায়ণ চৌধুৰী নলবাৰী জিলাৰ ২২ খন হাইস্কুল প্ৰতিষ্ঠাত প্ৰত্যক্ষভাৱে জড়িত হৈ কিছুমানত প্ৰতিষ্ঠাপক সভাপতিৰূপে অথবা কিছুকালৰ বাবে পৰিচালনা সমিতিৰ সভাপতিৰূপে বিশেষভাৱে বৰঙণি আগবঢ়াইছে। আগতে উল্লেখ কৰা হৈছে, চৌধুৰী ঘগ্ৰাপাৰ হাইস্কুল প্ৰতিষ্ঠাত সভাপতিৰূপে জড়িত হৈছিল। ১৯৭০ চনত বিলপাৰৰ প্ৰয়াত শিক্ষাবিদ্ মাধৱ চৌধুৰীয়ে ঘগ্ৰাপাৰত ছোৱালী মাইনৰ স্কুল এখন স্থাপনত আগভাগ লয়। পাছত চৌধুৰীদেৱেও এই ঘগ্ৰাপাৰ মাইনৰ স্কুল স্থাপনত আত্মনিয়োগ কৰে আৰু স্কুলখনৰ অগ্ৰগতিত বৰঙণি আগবঢ়ায়। বৰ্তমান এইখন ছোৱালী হাইস্কুল হিচাপে প্ৰাদেশীকৃত হৈছে। মাধৱ দত্ত চৌধুৰীয়ে এই হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে সেৱা আগবঢ়াইছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়েও স্কুলখনত বহুদিনলৈ লাগি আছিল। তেখেতৰ অৱদান উল্লেখযোগ্য। এই স্কুলখনে বেছি বিকাশ লাভ কৰিব পৰা নাই। স্কুলত ছাত্ৰীৰ সংখ্যা বুজন পৰিমাণে বৃদ্ধি হোৱা নাই। বহুত সময়ত এই স্কুলৰ পৰীক্ষাৰ ফলাফলো সন্তোষজনক নোহোৱা পৰিলক্ষিত হৈছে। এই স্কুলখনৰ বিকাশ সাধন নোহোৱাত চৌধুৰীয়ে খেদ প্ৰকাশ কৰে। তেখেতে আশা কৰে, বৰ্তমানৰ স্কুল পৰিচালনা সমিতি আৰু শিক্ষক-শিক্ষয়িত্ৰীসকলে নিঃস্বাৰ্থভাৱে খাটিলে স্কুলখনৰ কিছু বিকাশ সাধন হ'ব পাৰে।

সন্ধ্যাৰ ৰাজ-কদমতলত বৰ্তমানে দুখন হাইস্কুল। এখন ল'ৰাৰ আৰু আনখন ছোৱালী হাইস্কুল। ছোৱালী হাইস্কুলখন প্ৰথমতে মাইনৰ স্কুল হিচাপে আৰম্ভ কৰা হয়। আৰম্ভণিতে চৌধুৰী ভাঙৰীয়া এই স্কুল পৰিচালনা সমিতিৰ সভাপতি আছিল। প্ৰতিষ্ঠাপক সভাপতিৰূপে তেখেতে স্কুলখনৰ বিকাশ সাধনত প্ৰভূত অৰিহণা আগবঢ়াই নিজৰ কৰ্মপটুতাৰ নিদৰ্শন দাঙি ধৰে। স্কুল পতা তেখেতৰ এটা নিচা। এই নিচা বৰ্তমানে বৃদ্ধ বয়সতো আছে। তেখেতে স্থাপন কৰা অনুষ্ঠানবোৰক তেখেতে নিজৰ সন্তানৰ দৰে মৰম-চেনেহ কৰে, অনুষ্ঠানসমূহৰ কৃতিত্বৰ কথা জানিলে তেখেত আনন্দত আত্মহাৰা হয়। তেখেতে নিজৰ ল'ৰা-ছোৱালীতকৈও ৰাজহুৱা অনুষ্ঠানবোৰক বেছি আপোন বুলি লৈ স্নেহাসক্ত হয়। তেখেতৰ মনটো বহিৰ্মুখী। অন্তৰ্মুখী হৈ ঘৰ-গৃহস্থালিৰ কথা চিন্তা কৰা তেখেতক দেখা নাই। বৰ্তমানেও কথা-বতৰা পাতিলে নিজৰ সুখ-দুখ বা ঘৰৰ সুখ-দুখ, আলৈ-আহুকালৰ কথা কেতিয়াও নাপাতে। কেৱল সামাজিক অনুষ্ঠান আৰু ৰাইজৰ অভাৱ-অভিযোগ বা ৰাজহুৱা জীৱনৰ কথাহে পাতে। তেখেতৰ লগত কথা পাতিলে তেখেত যে এজন 'Tragic Hero' এই কথাৰ উমান পোৱা নাযায় বা তেনে দুখৰ কথা পতাৰ সুযোগ কাকো নিদিয়ে। তেখেতে নিজে পতা অনুষ্ঠানবোৰৰ খা-খবৰ

তেখেতৰ নখদৰ্পণত। এই অনুষ্ঠানবোৰৰ লগত লাগি থাকি ভাল পায়, বিমল আনন্দ লাভ কৰে। অষ্টাশী বছৰীয়া চৌধুৰীৰ উদ্যম আজিও কমা নাই। এতিয়াও কৰ্মতৎপৰ। এতিয়াও নিয়মিত ফুৰা-চকা কৰাৰ উপৰিও সভা-সমিতিত ওজস্বী ভাষণ দি ভাল পায়। বয়সে তেখেতৰ উদ্যম হ্ৰাস কৰিব পৰা নাই।

নলবাৰী চহৰৰ পুৰণি হাইস্কুল গৰ্ডন হাইস্কুল বৰ্তমান উচ্চতৰ মাধ্যমিক স্কুল, ইয়াৰ পাছত সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাৰ দানেৰে প্ৰতিষ্ঠিত দেৱীৰাম পাঠশালা হাইস্কুল (বৰ্তমানে উচ্চতৰ মাধ্যমিক হাইস্কুল), মহেন্দ্ৰ চৌধুৰী বালিকা হাইস্কুল, নলবাৰী হাইমাদ্ৰাছা আৰু জ্ঞানপীঠ হাইস্কুল। ইয়াৰ বাহিৰেও চহৰৰ গাতে লাগি থকা ব্ৰজলক্ষ্মী হাইস্কুল আৰু উত্তৰ নলবাৰী হাইস্কুল। এই শিক্ষাক্ষেত্ৰসমূহত চৌধুৰী বিশেষভাৱে জড়িত। গৰ্ডন স্কুল পৰিচালনা সমিতিৰ তেখেত সদস্য আছিল। দেৱীৰাম পাঠশালা হাইস্কুলৰ পৰিচালনা সমিতিৰ তেখেত সভাপতি আছিল। দানবীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী তেখেতৰ অগ্ৰজ। এই স্কুলৰ প্ৰতিষ্ঠাৰ কালডোখৰত সততে চৌধুৰীৰ দিহা-পৰামৰ্শ লৈছিল আৰু পৰিচালনা সমিতিৰ সদস্যৰূপে সদায় সহায়ৰ হাত আগবঢ়াইছিল। গোপাল বজাৰৰ অধিবক্তা তৰুণসেন ডেকা, অধিবক্তা প্ৰতাপ চন্দ্ৰ তালুকদাৰ, অধিবক্তা সুৰেন্দ্ৰ নাথ শৰ্মা আৰু অন্যান্য শিক্ষাপ্ৰেমী ব্যক্তিসকলে গোপাল বজাৰত জ্ঞানপীঠ হাইস্কুল স্থাপন কৰে। স্থাপনৰ কিছুদিন পাছৰপৰা চৌধুৰী এই স্কুলৰ বহু বছৰলৈ পৰিচালনা সমিতিৰ সভাপতি আছিল। তেখেতৰ চেষ্টাত ঘৰ-দুৱাৰ আদি ভালদৰে সজা হয়। বৰ্তমান জ্ঞানপীঠ হাইস্কুল এখন উচ্চ মানবিশিষ্ট হাইস্কুল হিচাপে স্বীকৃত। এই স্কুলখনৰপৰা ১৯৯৭ চনৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত প্ৰথম কুৰিজনৰ ভিতৰত স্থান পোৱাটো উল্লেখযোগ্য সাফল্য। ইয়েই স্কুলখনলৈ গৌৰৱ কঢ়িয়াই আনিছে। নলবাৰীৰ মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা বিদ্যাপীঠেও প্ৰতি বছৰে পৰীক্ষাত উচ্চ স্থান দখল কৰিব পাৰিছে। জিলাৰ ভিতৰতে এইখন এখন মানবিশিষ্ট ছোৱালী হাইস্কুল। গৰ্ডন হাইস্কুল আৰু দেৱীৰাম পাঠশালা স্কুলৰ শিক্ষান্ত পৰীক্ষাৰ ফল সদায় সন্তোষজনক। দুয়োখন স্কুলৰে সুখ্যাতি সৰ্বজনবিদিত।

মালিকুছিৰ প্ৰয়াত গিৰীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে চৌধুৰীদেৱৰ উৎসাহত পিতৃ-মাতৃৰ স্মৃতি ৰক্ষাৰ্থে নলবাৰীৰ গাতে লাগি থকা মালিকুছিত নিজৰ খৰচত ব্ৰজলক্ষ্মী বিদ্যাপীঠ নামে এখন হাইস্কুল স্থাপন কৰি ৰাইজৰ প্ৰশংসা লাভ কৰিছে। এই স্কুল স্থাপনত শ্ৰীচৌধুৰীৰ উপৰিও প্ৰয়াত মহেন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীমহেন্দ্ৰ নাথ বুজৰবৰুৱা প্ৰভৃতি স্থানীয় বিশিষ্ট লোকসকলে উৎসাহ-উদ্দীপনা যোগাই

গিৰীন্দ্ৰ চৌধুৰীক নানাভাৱে সহায় কৰিছিল। বৰ্তমানেও শ্ৰীচৌধুৰী এই স্কুলৰ লগত জড়িত হৈ আছে।

বৰ্তমান নলবাৰী অঞ্চলৰ শিক্ষানুষ্ঠানসমূহৰ শৈক্ষিক পৰিৱেশ অনুকূল বুলি ক'ব পাৰি। আশীৰ দশকতকৈ নব্বৈৰ দশকত স্কুলবোৰত এটা ভাল পৰিৱেশ বিৰাজ কৰিছে। এইটো এটা আশাব্যঞ্জক দিশ। সন্ত্ৰাসৰ সমস্যাই পৰিৱেশ দূষিত কৰাটো স্বাভাৱিক। তাৰ মাজতো শিক্ষানুষ্ঠানৰ পৰিৱেশ সুস্থিৰ কৰি ৰাখিব পৰাটো প্ৰশাসক আৰু শিক্ষকসকলৰ কৃতিত্বৰ পৰিচায়ক। এই ক্ষেত্ৰত শ্ৰীচৌধুৰীৰ উপৰিও স্থানীয় বিশিষ্ট লোক, যেনে— ডাঃ হৰেকৃষ্ণ গোস্বামী, শ্ৰীহৰিচৰণ পাঠক, অধ্যাপক ৰমণী বৰ্মন, প্ৰাঃ বিধায়ক শ্ৰীনৰেন দত্ত আৰু বদন তালুকদাৰৰ অৱদান উল্লেখনীয়।

গুৱাহাটী চহৰৰ ফটাশিল-আমবাৰীতো চৌধুৰী এখন হাইস্কুলৰ সৈতে জড়িত হৈ সেই স্কুলৰ পৰিচালনা সমিতিৰ সভাপতি হোৱাটো তাৎপৰ্যপূৰ্ণ কথা। সমাজসেৱক হিচাপে তেখেত নলবাৰীৰ বাহিৰেও অসমৰ বিভিন্ন ঠাইত সমাদৃত। গুৱাহাটী চহৰত অলেখ বিদ্বান আৰু সমাজসেৱক থকা সত্ত্বেও তেখেতক নেতৃত্ব দিবলৈ আহ্বান কৰি নিয়াটো চৌধুৰীৰ জনপ্ৰিয়তাৰ স্বাক্ষৰ। এই স্কুলখনৰ তেখেত প্ৰতিষ্ঠাপক সভাপতি, বৰ্তমানেও তেখেতে খা-খবৰ লয়।

নলবাৰী সংস্কৃত কলেজৰ প্ৰতিষ্ঠাতা, পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী আৰু শিক্ষাবিদ মণিৰাম দাস, প্ৰতাপনাৰায়ণ চৌধুৰী আদি বিশিষ্ট লোক। ডাঃ হৰেকৃষ্ণ গোস্বামী বহুদিনলৈ ইয়াৰ সম্পাদক আছিল। শ্ৰীচৌধুৰীয়ে এই সংস্কৃত কলেজৰ সভাপতি হিচাপে সেৱা আগবঢ়াইছিল। বৰ্তমান সংস্কৃত কলেজৰ পৰিচালনা সমিতিৰ সভাপতি প্ৰাক্তন অধ্যক্ষ শ্ৰীজগন্নাথ চক্ৰৱৰ্তী। নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ সভাপতি প্ৰাক্তন অধ্যক্ষ শ্ৰীউমাকান্ত শৰ্মা। শ্ৰীচৌধুৰী নলবাৰী কলেজৰ লগতো জন্মলগ্নৰেপৰা জড়িত। তেখেত পৰিচালনা সমিতিৰ সভাপতিও আছিল। নলবাৰী কলেজৰ ৰূপালী জয়ন্তী উৎসৱত শ্ৰীচৌধুৰীয়ে সভাপতিত্ব কৰিছিল। নলবাৰী কলেজৰ বিজ্ঞান শাখা খোলাত আৰু বিজ্ঞান শাখাৰ মঞ্জুৰী অনাৰ ক্ষেত্ৰত চৌধুৰীদেৱৰ বৰঙণি উল্লেখযোগ্য।

ওপৰত উল্লেখ কৰা ১৪ খন হাইস্কুলৰ লগত বহুদিন জড়িত থাকি স্কুলকেইখন গঢ়াত তেখেতে আগভাগ লৈছিল। ইয়াৰ উপৰিও বহুতো হাইস্কুলৰ পৰিচালনা সমিতিৰ সভাপতি/সদস্যৰূপে তেখেতে সেৱা আগবঢ়াইছিল। এতিয়াও বেছিভাগ শিক্ষানুষ্ঠানৰ লগত তেখেত সক্ৰিয়ভাৱে লাগি আছে। এই অনুষ্ঠানবোৰ তেখেতৰ অতি আপোন। জাগাৰা, চান্দকুছি পাব্লিক হাইস্কুল, দক্ষিণ পকোৱা বাঁহজানি হাইস্কুল, বানেকুছি মিলন, বিষ্ণুৰাম

মেধি হাইস্কুল, কমাৰকুছি, খাৰা মৌজা কালীমন্দিৰ আৰু গোৰেশ্বৰ হাইস্কুলৰো এসময়ত পৰিচালনা সমিতিৰ তেওঁ সভাপতি নিৰ্বাচিত হৈছিল। সৰ্বমুঠ ২২খন হাইস্কুলৰ সভাপতি, ২খন কলেজৰ সভাপতি আৰু ৩ খন কলেজৰ পৰিচালনা সমিতিৰ সদস্য হৈছিল। ইমানবোৰ অনুষ্ঠান-প্ৰতিষ্ঠান গঢ়া ব্যক্তি আমাৰ সমাজত বৰ্তমান অতি বিৰল। ৰাইজখিনি তেখেতৰ প্ৰতি শ্ৰদ্ধাশীল হোৱা বাবেহে এইটো সম্ভৱ হৈছিল। বিধায়ক হোৱাৰ আগেয়ে তেখেতে বহু স্কুল পাতিছিল। আমাৰ অঞ্চলত শিক্ষা বিস্তাৰৰ বাবে তেখেতে যিখিনি কৰিলে সি তুলনাবিহীন। বৰ্তমানেও তেখেতে শিক্ষা-সংস্কৃতিৰ বিকাশৰ কথা আলোচনা কৰি আনন্দ পায়। ক'ৰবাত বিসঙ্গতি দেখিলে, সহনশীলতা বা নিয়মানুবৰ্তিতাৰ অভাৱ দেখিলে মনত কষ্ট পায় আৰু খেদ প্ৰকাশ কৰে।

### ১৩. ৰেডক্ৰছ আৰু চৌধুৰীদেৱ

ছুইজাৰলেণ্ডৰ হেনৰি ডুনাণ্ট নামৰ এজন মহৎ ব্যক্তি ১৮৫৯ চনত বেংকৰ ব্যৱসায়ৰ কাৰণে ইটালিলৈ যায়। তেওঁ প্ৰকৃততে এজন বেংক ব্যৱসায়ী। তেওঁ সেই দেশৰ যুদ্ধত জখম হোৱা সৈনিকসকলৰ কৰুণ বিননি শুনি মনত বৰ দুখ অনুভৱ কৰে। ৰুগীয়া, জখমী সৈনিকসকলৰ চিকিৎসাৰ ভাৰ নিজে লয়; আৰু সেই উদ্দেশ্যে এটা স্বেচ্ছাসেৱক বাহিনী গঠন কৰে। ঔষধ-পত্ৰ, বেণ্ডেজ আদি যোগাৰ কৰি মনপুতি মানৱসেৱাত ব্ৰতী হয়। ১৮৬৩ চনত তেওঁ ৰেডক্ৰছ নাম দি এটা সংস্থা গঠন কৰে। এই সংস্থাত জাতি, ধৰ্ম, ভাষা বা ধনী-দুখীয়াৰ কোনো ভেদভাৱ নাই। ই মানৱসেৱাৰ এটা পৱিত্ৰ অনুষ্ঠান। ছুইজাৰলেণ্ডত ইয়াৰ প্ৰধান কাৰ্যালয়। বৰ্তমান পৃথিৱীৰ ১০০ খনমান ৰাষ্ট্ৰ এই সংস্থাৰ সদস্য। ১৮৬৬ চনত মাত্ৰ ১৪ খন দেশহে ইয়াৰ সদস্য আছিল।

১৯২০ চনত ভাৰত চৰকাৰে 'ৰেডক্ৰছ এক্ট, ১৯২০' নাম দি আইন গ্ৰহণ কৰি ৰেডক্ৰছৰ সদস্যভুক্ত হয় আৰু ভাৰতত ইয়াৰ শাখা স্থাপন কৰে। বৰ্তমান ভাৰতৰ প্ৰতিখন ৰাজ্য বা জিলাতে ৰেডক্ৰছ সংস্থাৰ শাখা স্থাপন কৰা হৈছে।

১৯৪২ চনত নলবাৰীত মহকুমাই হোৱা নাছিল। তেতিয়া ইয়াত পৌৰসভাহে গঠন হৈছে। নলবাৰীৰ দৰে সৰু ঠাই এখনত ৰেডক্ৰছৰ শাখা স্থাপন কৰা অসম্ভৱ কামটো সম্ভৱ হ'ল নলবাৰীৰ সমাজকৰ্মী, মানৱদৰদী শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ অক্লান্ত চেষ্টাৰ ফলত। তেখেত নলবাৰী ৰেডক্ৰছ ছ'ছাইটিৰ প্ৰতিষ্ঠাপক সম্পাদক। ১৮/৩/৪২ ইং তাৰিখে নলবাৰী ৰেডক্ৰছ ছ'ছাইটিয়ে স্বীকৃতি লাভ কৰে। চৌধুৰীয়ে চিঠি-পত্ৰ লিখাৰ উপৰিও ৰাজ্যিক

সম্পাদকক ব্যক্তিগতভাৱে লগ ধৰি নলবাৰী ৰেডক্ৰছৰ স্বীকৃতি আদায় কৰে।

বৰ্তমান এই সংস্থাৰ কাম-কাজৰ পৰিসৰ ব্যাপক হৈছে। যুদ্ধৰ সৈনিকৰ চিকিৎসাৰ উপৰিও দুৰ্যোগত ভোগা, বানপানী, মহামাৰী বা আন প্ৰাকৃতিক দুৰ্যোগত ভোগা মানুহৰ শুশ্ৰূষা কৰাও ৰেডক্ৰছৰ কামৰ গণ্ডীৰ ভিতৰত পৰে। পুষ্টিকৰ খাদ্য বিতৰণ, কাপোৰ বিতৰণ, মাতৃমঙ্গল, শিশুমঙ্গল কেন্দ্ৰ পৰিচালনা, নাৰ্ছৰ প্ৰশিক্ষণ, প্ৰাক্তন সৈনিক পৰিয়ালৰ সেৱা আদি বহু কাম ৰেডক্ৰছ ছ'ছাইটিয়ে কৰি আছে। ইয়াত কোনো ৰাজনীতি নাই।

নলবাৰী ৰেডক্ৰছ ছ'ছাইটিৰ সভাপতি আছিল চক্ৰবিষয়া আৰু সম্পাদক চৌধুৰীদেৱ। সংস্থাৰ আৰম্ভণিৰ সদস্যসকল আছিল তলত নাম দিয়া ব্যক্তিসকল।

| | |
|---|---|
| ১। শ্ৰীকৃষ্ণৰাম মেধি, চক্ৰবিষয়া | সভাপতি |
| ২। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী | সম্পাদক |
| ৩। ডা° বীৰেন্দ্ৰ চৌধুৰী, এম. বি. | সদস্য |
| ৪। শ্ৰীবিৰাজ মোহন চক্ৰবৰ্তী, বি. ই. | ,, |
| ৫। শ্ৰীমণিৰাম দাস, বি. এ. বি. টি. | ,, |
| ৬। মৌলবী বাকেৰ আলী | ,, |
| ৭। বাবু কেদাৰমল আগৰৱালা | ,, |

১৯৪৫ চনৰপৰা নলবাৰীৰ ৰেডক্ৰছৰ শাখাৰ কাম-কাজ আৰম্ভ হয়। নলবাৰী সমিতিৰ কাম-কাজবোৰ সুকলমে চলাই নিয়া মূল ব্যক্তি শ্ৰীচৌধুৰী আৰু তেখেতৰ অৱদানেই প্ৰধান। তেখেতৰ তৎপৰতাৰ ফলতেই কেন্দ্ৰীয় সমিতিৰপৰা গুড়ি গাখীৰ, বিস্কুট, ঔষধ, পথ্য, বেণ্ডেজ কাপোৰ আদি আনি বানপানীত দুৰ্গত লোকৰ মাজত বিতৰণ কৰা হয়। গৰ্ডন হাইস্কুল আৰু দেৱীৰাম পাঠশালা হাইস্কুলত জুনিয়ৰ ৰেডক্ৰছৰ শাখাও খোলা হয়। আৰম্ভণিৰেপৰা তেখেত সম্পাদক/সভাপতিও আছিল। বৰ্তমানো শ্ৰীচৌধুৰী নলবাৰী ৰেডক্ৰছ ছ'ছাইটিৰ লগত জড়িত। প্ৰয়াত হংসমল্ল বৰুৱা, শ্ৰীগণেশ্বৰ ভাগৱতী, ডা° সত্যেন্দ্ৰ চৌধুৰী, ডা° জ্ঞানদানন্দ ৰায় বৰুৱা, ডা° চন্দ্ৰকান্ত তালুকদাৰ, শ্ৰীশশীভূষণ চৌধুৰী, শ্ৰীদক্ষ বৰ্মন, শ্ৰীসৰ্বেশ্বৰ দাস, অধ্যাপক গিৰীশ চন্দ্ৰ দত্ত বৰুৱা, শ্ৰীৰমানাথ বৰুৱা প্ৰভৃতি বিশিষ্ট লোকসকল নলবাৰী ৰেডক্ৰছৰ লগত জড়িত হৈ আছে। শ্ৰীচৌধুৰী আৰু শ্ৰীৰায় বৰুৱাৰ যত্নত ছাত্ৰ-ছাত্ৰীকো ৰেডক্ৰছমুখী কৰাত সফল হৈছিল। শ্ৰীশশীভূষণ চৌধুৰী আৰু শ্ৰীগণেশ্বৰ শৰ্মাই 'National Head Quarters'-ৰ পৰা 'Vote of thanks' পোৱাটো উল্লেখযোগ্য কৃতিত্ব।

বহুদিনৰেপৰা শ্ৰীচৌধুৰীদেৱে নলবাৰী ৰেডক্ৰছৰ কাৰ্যালয় আৰু হাস্পতাল কৰাৰ পৰিকল্পনা কৰিছিল। চৌধুৰী আৰু অন্যান্য কৰ্মীসকলৰ

প্ৰচেষ্টাত বালিকৰীয়াৰ কবিৰাজ পূৰ্ণচন্দ্ৰ দত্তই তিনিবিঘা মাটি দান কৰে। ই এটা উল্লেখনীয় দান। এই মাটি পোৱাৰ গুৰিতে আছিল পৰমানন্দ ৰায় বৰুৱা, শ্ৰীচৌধুৰী, তৰুণসেন ডেকা আৰু অৰুণ চন্দ্ৰ দত্ত। এই মাটি দান নোপোৱা হ'লে ৰেডক্ৰছ ছ'ছাইটিয়ে মাটি কিনা সম্ভৱ নহ'লহেঁতেন। কবিৰাজ পূৰ্ণচন্দ্ৰ দত্ত সেইবাবে ৰাইজৰ ধন্যবাদৰ পাত্ৰ। এই মাটিতে কাৰ্যালয়, মাতৃমঙ্গল কেন্দ্ৰ আৰু শিশুকল্যাণ কেন্দ্ৰৰ ঘৰ-দুৱাৰ নিৰ্মাণৰ সিদ্ধান্ত হৈছে। বৰ্তমানলৈ কাৰ্যালয় ভৱনৰ নিৰ্মাণ সম্পূৰ্ণ হৈছে। ৰাজ্যসভাৰ সদস্য, মাননীয় শ্ৰীতাৰাচৰণ মজুমদাৰে ১০ লাখ টকাৰ অনুদান আগবঢ়াইছে। এই টকাৰে মাতৃমঙ্গল আৰু শিশুকল্যাণ কেন্দ্ৰৰ ঘৰ-দুৱাৰৰ নিৰ্মাণ চলি আছে। বৰ্তমানৰ সম্পাদক ডা° জ্ঞানদানন্দ ৰায় বৰুৱাই জনোৱা মতে অহা বছৰৰপৰা হাস্পতাল আৰম্ভ হ'ব। এইবোৰৰ মূলতে মাননীয় চৌধুৰীদেৱৰ চেষ্টা আৰু পৰামৰ্শ।

১৯৯৬ চনতে কাৰ্যালয় আৰু ভঁৰাল ঘৰৰ কাম শেষ হয়। ৰেডক্ৰছৰ জৰিয়তে কিছু ছোৱালীক নাৰ্ছৰ প্ৰশিক্ষণ দি চাৰ্টিফিকেট দিয়া হৈছে। ১৯৮০ চনতে দুটা চিকিৎসালয় পতাৰ সিদ্ধান্ত লোৱা হৈছিল। এটা স্থিৰ চিকিৎসালয় আৰু এটা চলন্ত চিকিৎসালয়। স্থিৰ চিকিৎসালয়ৰ বাবে সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাৰ পত্নী পাৰ্বতী দত্তবৰুৱাই পুব কালাকুছিত মাটি দান কৰে। সেই ঠাইতে হাস্পতাল নিৰ্মাণ কৰা হৈছে। এই চিকিৎসালয়খন ভালদৰে চলি আছে। এই ক্ষেত্ৰত দত্তবৰুৱাদেৱৰ পুত্ৰ শ্ৰীভবেন্দ্ৰ নাৰায়ণ দত্তবৰুৱায়ো বহুত সহায়-সহযোগ আগবঢ়ায়। তেওঁ অসম ৰাজ্যিক ৰেডক্ৰছ সমিতিৰ সম্পাদক আছিল। ভ্ৰাম্যমান চিকিৎসালয়ৰ বাবে এখন এম্বুলেন্স কিনা হৈছিল, আৰু সেইখনেৰে ৰাইজলৈ বহুদিন চিকিৎসাসেৱা আগবঢ়োৱা হৈছিল। বৰ্তমান গাড়ীখন দুৰ্ঘটনাত পতিত হৈ বেয়া হৈ আছে আৰু ভ্ৰাম্যমান চিকিৎসালয় বন্ধ কৰা হৈছে।

ডা° চাবান আলী আহমেদে উল্লেখ কৰিছে (প্ৰভাতনাৰায়ণ চৌধুৰী অভিনন্দন গ্ৰন্থ) যে তেখেতে ধমধমা ডাক্তৰখানাত ডাক্তৰ হৈ থকা কালত শ্ৰীচৌধুৰীক চিনি নাপাইছিল আৰু তেখেতৰ লগত পৰিচয় নাছিল। ১৯৭৬ চনৰ ৭ এপ্ৰিল তাৰিখে বিশ্বস্বাস্থ্য দিৱস উদযাপন কৰাৰ বাবে চৰকাৰৰপৰা নিৰ্দেশ পাই তেখেতে জিলা স্বাস্থ্য বিষয়াক লগ ধৰে আৰু দিৱস পালনৰ পৰামৰ্শ বিচাৰে। জিলা স্বাস্থ্য বিষয়াই তেতিয়া ডা° চাবান আলীক শ্ৰীচৌধুৰীৰ লগতহে পৰামৰ্শ কৰাৰ বাবে নিৰ্দেশ দিয়ে। শ্ৰীচৌধুৰী তেতিয়া ৰেডক্ৰছৰ ৰাজ্যিক সম্পাদক। চৌধুৰীদেৱে তেতিয়া সকলো কাৰ্যসূচী প্ৰস্তুত কৰি ঠিক-ঠাক কৰি দিলে, শিশুৰ বাবে বিলাতী বিস্কুট আদিও সংগ্ৰহ কৰি দিলে। সকলো কাৰ্যসূচীৰে সফল ৰূপায়ণ হ'ল। চৌধুৰীয়ে নিজে কাৰ্যসূচীত

যোগদান কৰিলে। চৌধুৰীৰ নিষ্ঠা আৰু কৰ্মকুশলতাত ডা° চাবান আলী মুগ্ধ। তেনে লোক বিৰল বুলি তেখেতে মন্তব্য দিছে। তেখেতৰ মতে ৰেডক্ৰছৰ চৌধুৰী বুলিলে মানুহে শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীকে বুজে। সেই দিৱসৰ মুকলি সভাত তেখেতে সভাপতিৰ আসনৰপৰা সহজ-সৰল ভাষাত ৰেডক্ৰছৰ মূল উদ্দেশ্য আৰু ৰেডক্ৰছে সম্পাদন কৰা কাৰ্যসমূহৰ বিস্তৃত বিবৰণ দাঙি ধৰে। আন বক্তাসকলে চৌধুৰীদেৱৰ আন আন সমাজকৰ্মৰ লগতে ৰেডক্ৰছৰ বাবে চৌধুৰীয়ে যিখিনি কৰিছে তাৰ প্ৰশংসা কৰি ভাষণ দিয়ে। বিভিন্ন মাধ্যমত তেখেতে ৰেডক্ৰছৰ কাৰ্যক্ৰমণিকাবোৰৰ বিষয়ে সবিশেষ ব্যাখ্যা দিয়াটো ৰাইজে জানে।

১৯৬২ চনৰপৰা ১৯৮০ চনলৈ ডা° ৰায় বৰুৱা নলবাৰী ৰেডক্ৰছৰ সম্পাদক আছিল। আকৌ ১৯৯২ চনৰপৰা তেখেত পুনৰ সম্পাদক হৈ আছে। যোৱা ১৯৯৫ চনত নলবাৰী ৰেডক্ৰছ সমাজৰ সোণালী জয়ন্তী উৎসৱ পালন কৰা হয়। শ্ৰীচৌধুৰীয়ে স্থাপন কৰা নলবাৰী ৰেডক্ৰছ সমিতিয়ে ৫২ বছৰ পূৰ্ণ কৰি ৰাইজৰ সেৱা কৰি আছে। ১৯৬৫ চনলৈ চৌধুৰীদেৱ চেয়াৰমেন আছিল। মাটি আৰু দান সেই সময়তে সংগ্ৰহ কৰা হৈছিল। বৰ্তমান বিষয়বাব নহ'লেও শ্ৰীচৌধুৰী অনুষ্ঠানটোৰ লগত জড়িত হৈ আছে।

ৰেডক্ৰছ অনুষ্ঠানৰ প্ৰতিষ্ঠাপক হেনৰি ডুনাণ্টৰ জীৱন সুখৰ নাছিল। এটা সময়ত তেখেত নিজে স্থাপন কৰা অনুষ্ঠানৰপৰা আঁতৰিব লগা হৈছিল। ব্যৱসায়ত লোকচান ভৰি যথাসৰ্বস্ব হেৰুৱাব লগাত পৰিছিল। বিভিন্ন দেশ ভ্ৰমণ কৰি আকৌ ছুইজাৰলেণ্ডলৈ অহাৰ পাছতহে তেওঁলৈ সুনাম, যশস্যা আৰু অৰ্থৰো সমাগম ঘটে। ১৯০১চনত তেওঁ শান্তিৰ ন'বেল বঁটা পায়। তেখেতে লাভ কৰা সকলো টকা ৰেডক্ৰছলৈ দান কৰে। ১৯১০ চনত এই মহাপুৰুষজনৰ দেহান্তৰ ঘটে। আজিও এই পবিত্ৰ অনুষ্ঠানটোৰ মাধ্যমত হেনৰি ডুনাণ্ট অমৰ হৈ আছে। ৰেডক্ৰছ এটা পবিত্ৰ অনুষ্ঠান। এই অনুষ্ঠানে মানুহৰ মাজত ভেদাভেদ নাশ কৰি শান্তি, সম্প্ৰীতি আৰু মানৱসেৱাৰ লক্ষ্যত ব্ৰতী হৈ আছে। যুদ্ধপীড়িত পৃথিৱীত ৰেডক্ৰছে যি কৰি আছে, সি যুগে যুগে প্ৰশংসনীয় হৈ ৰ'ব।

## ১৪. সমবায় অনুষ্ঠান আৰু চৌধুৰী

আগতে উল্লেখ কৰা হৈছে যে প্ৰাক্তন বিধায়ক, সমাজকৰ্মী শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰীয়ে কোনো চৰকাৰী চাকৰি গ্ৰহণ নকৰিলে। কুৰি শতিকাৰ ত্ৰিশৰ দশকতে তেখেত সমবায়ৰ প্ৰতি আকৃষ্ট হয় আৰু নৱৈ দশকলৈ সমবায়তে লাগি আছে। এই কথাৰ মূলতে তেখেতৰ পিতৃ ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰী ডাঙৰীয়া। তেখেতেও নলবাৰী অঞ্চলত সমবায় সমিতি

গঢ়াত মুখ্য ভূমিকা লৈছিল। তেখেতে লগা বস্তু আন ঠাইৰপৰা আনি বিক্ৰী কৰি মানুহৰ উপকাৰ সাধনৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। ১৯১৯ চনত তেখেতে এখন সমবায় দোকান আৰম্ভ কৰিছিল। তাৰ বাবে কমিটি গঠন কৰি তাৰ নিজে সভাপতি হৈছিল। এই দোকানৰ মূলধন সংগ্ৰহৰ লক্ষ্য কৰি নলবাৰী অঞ্চলত গাৱঁলীয়া বেংক স্থাপন কৰি তাৰ ছেক্ৰেটেৰী হৈ পৰিচালনা কৰিছিল। সেই সময়ত অ'ত ত'ত সমবায়, গাৱঁলীয়া বেংক স্থাপন কৰা হৈছিল। এই বেংকবোৰক ধনৰ যোগান ধৰাৰ বাবে নলবাৰী, টিহু, ৰঙিয়া অঞ্চলক লৈ কেন্দ্ৰীয় সমবায় বেংক লিমিটেড্ স্থাপন কৰিছিল ১৯১৮/১৯ চনত। প্ৰতাপনাৰায়ণ চৌধুৰী আৰম্ভণিৰেপৰা ১৯৩৪ চনলৈ এই বেংকৰ সভাপতি আছিল আৰু একনিষ্ঠভাৱে সমবায় অনুষ্ঠান গঢ়াত মন দিছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীও পিতৃৰ আদৰ্শত দীক্ষিত হৈছিল।

সমবায়ত চৌধুৰীৰ অৱদানৰ বিষয়ে আলচ কৰাৰ পূৰ্বে অসমৰ সমবায় অনুষ্ঠানৰ বিষয়ে দুআষাৰ লিখিব লাগিব। অনুন্নত দেশবোৰৰ দুখীয়া জনসাধাৰণৰ আৰ্থিক উন্নয়ন সাধন কৰাৰ বাবে সমবায় অনুষ্ঠান অতীব প্ৰয়োজন। সমবায় অনুষ্ঠান হ'ল জনসাধাৰণৰ উমৈহতীয়া স্বাৰ্থ পূৰণৰ বাবে স্থাপন কৰা সংহতি বা এখন সমাজ। এই সমাজে সদস্যসকলৰ লগত একগোট হৈ সমাজখনৰ আৰ্থিক উন্নতিৰ বাবে মূলধন যোগাৰ কৰা আৰু সমানে বৰঙণি দি মূলধন বঢ়োৱা আদি কাৰ্য কৰে। পুঁজিপতি সমাজব্যৱস্থাত দুখীয়া কৃষকসকলক বনুৱা হিচাপে ৰাখি উদ্যোগবোৰ চলায় আৰু তাৰ লাভৰ অংশ বনুৱাই নাপায়, বনুৱাসকলে কেৱল দিনমজুৰিহে পায়। বনুৱা কেতিয়াও মালিক হ'ব নোৱাৰে। পুঁজিপতি আৰু দালালৰ কবলৰপৰা কৃষক-বনুৱাই কেতিয়াও নিজক মুক্ত কৰিব নোৱাৰে। উদ্যোগপতিৰ গ্ৰাসত পৰি বনুৱাসকলে চিৰদাৰিদ্ৰ্যৰ মাজত জীয়াতু ভোগে। কিছুমান কাম গাইগুটীয়াকৈ কৰিব নোৱাৰি, তেনে কাম দহজনে লগলাগি সহজতে কৰিব পাৰি। গাৱঁৰ বাট-পথ, নলা-নৰ্দমা, নামঘৰ, পঢ়াশালিৰ ঘৰ, পানী যোগান, মাছ ধৰা, থকা-ঘৰ মেৰামতি কৰা আদি কামবোৰ দহজনৰ সংহতিৰদ্বাৰাহে সহজতে কৰিব পাৰি। এনে ব্যৱস্থা বহু দিনৰেপৰা আমাৰ সমাজত চলি আছে। আদিম সমাজতো সমবায় প্ৰথা পৃথিৱীৰ সকলো দেশতে চলি আছিল। মানুহে লগ লাগি জন্তু চিকাৰ কৰি খাইছিল, যদি কোনোবাই যোগ দিব নোৱাৰে, তাকো এটা অংশ দি সহায় কৰা প্ৰথা আদিম সমাজত আছিল। সেইসকলেও খাবলৈ পাইছিল। ৰুগীয়া বা বৃদ্ধসকলকো আন লোকে সহায় কৰিছিল। মুঠতে গ্ৰাম্য জীৱনৰ সমস্যাবোৰ সমবায় ভিত্তিতে সমাধান কৰা হৈছিল। মানুহে সংগবদ্ধ হৈ কাম কৰিবলৈ শিকিছিল আৰু তাৰদ্বাৰা এটা গোষ্ঠীগত মনোভাৱৰ সৃষ্টি হৈছিল। তেতিয়া সমবায় সংস্থা ৰাষ্ট্ৰই জাপি দিয়া নাছিল। কালক্ৰমত এই

ব্যৱস্থাৰ পৰিবৰ্তন ঘটে। ৰাষ্ট্ৰই এই উপায়ত্ত লোকক সাহায্য দিয়াৰ বাবে অৱশেষত সমবায় আইন গ্ৰহণ কৰে।

১৯০৪ চনত ইংৰাজ চৰকাৰে ভাৰতত সমবায় আইন প্ৰৱৰ্তন কৰে। এই আইনৰ জৰিয়তে দুখীয়া কৃষক-বনুৱাক সহায় দিয়াৰ উদ্দেশ্যে সমবায় সমিতি বা গাৱঁলীয়া সমবায় বেংক স্থাপন কৰে। ঊনবিংশ শতিকাৰ আশীৰ দশকত ভাৰতত দুৰ্ভিক্ষ হৈছিল। তেতিয়া ১৮৫৭ চনৰ লেখীয়া বিদ্ৰোহ যাতে হ'ব নোৱাৰে, তাৰবাবে চৰকাৰে চিন্তা কৰিছিল। চৰকাৰে ভাবিছিল যে খাবলৈ নাপালে আকৌ ৰাইজে বিদ্ৰোহ কৰিব বা আন্দোলন কৰিব। এই বিদ্ৰোহ যাতে হ'ব নোৱাৰে, তাকে স্থিৰ কৰি কৃষক উন্নতিৰ বাবে আইন প্ৰণয়ন কৰাৰ কথা চলিছিল।

ঊনবিংশ শতিকাৰ চল্লিছৰ দশকত ইংলেণ্ডৰ ৰ'জডেল নামে ঠাইত ২৮ জন বনুৱাই স্বেচ্ছাই লগ হৈ এবছৰ তেওঁলোকে নিজৰ বেতনৰ সামান্য ধন একগোট কৰি ১৮৪৪ চনত টোডলেনত এখন দোকান আৰম্ভ কৰে আৰু পাইকাৰী হাৰত তেওঁলোকৰ পৰিয়ালৰ প্ৰয়োজনীয় সাধাৰণ সামগ্ৰী কিনি আনি খুচুৰা দৰত বিক্ৰী কৰি দেখিলে যে তেওঁলোকে বজাৰতকৈ কিছু কম দৰত বস্তু সেই দোকানৰপৰা কিনিব পাৰে। গতিকে প্ৰত্যেকৰে সামান্যভাৱে হ'লেও লাভ হয়। তেওঁলোকে এইদৰে কাম কৰি যাওঁতে আৰু ভালেমান লোক লগ লাগিল, দোকানৰ পৰিসৰ বাঢ়িল। চাওঁতে চাওঁতে গোটেই দেশত ই বিয়পি পৰিল। শেষত ইয়ে গ্ৰাহক সমবায় হিচাপে প্ৰচলিত হ'ল। সেই ২৮ জন বনুৱাই যি নীতি-নিয়ম বান্ধি লৈছিল, সেইবিলাকৰ আধাৰতে আজিৰ সমবায় আন্দোলন প্ৰচলিত, অৱশ্যে সংশোধিত ৰূপত।

১৮৪৯ চনত তেতিয়াৰ জাৰ্মান দেশত ৰাইফিছেন (Raiffeisen) নামৰ লোক এজনে এবিধ সমবায় ব্যৱস্থাৰ প্ৰচলন কৰে। এই ব্যৱস্থাৰ লক্ষ্য আছিল, কোনো এখন ঠাইৰ প্ৰত্যেকেই প্ৰত্যেকৰ চিনাকি, প্ৰত্যেকেই প্ৰত্যেকৰ সবলতা-দুৰ্বলতা জানে। তেনে গৰীব লোকে একেলগ হৈ ধন ধাৰলৈ আনিছিল; কিন্তু পৰিশোধৰ দায়িত্ব আছিল সকলোৰে। কোনো ধৰুৱা এজনে নিজৰ ধাৰৰ টকা পৰিশোধ কৰিব নোৱাৰিলে এই অনুষ্ঠানৰ যিকোনো সদস্যৰপৰা সেই টকা আদায় কৰাৰ নিয়ম আছিল। ১৯১২ চনত পোৱা তথ্যমতে সেই সমিতিৰ সংখ্যা ১৬,০০০ হৈছিলগৈ। গতিকে ১৮৪৯ চনৰপৰা সেই শতিকাৰ শেষলৈ এই ব্যৱস্থাৰে জাৰ্মানীৰ গৰীব জনসাধাৰণ উপকৃত হৈছিল। এই ব্যৱস্থাৰ অৰ্থ আছিল 'unlimited liability' অৰ্থাৎ সীমাহীন দায়িত্ব বহন, এখন দুখীয়া সমাজৰ মঙ্গলৰ হকে। ফলত যিকোনো ধৰুৱাই নিজৰ ধাৰ সময়ত পৰিশোধ কৰা আৰু যি উদ্দেশ্যত ধন ধাৰে লৈছিল সেই উদ্দেশ্যত খৰচ কৰাৰ কাৰণে বাধ্য হৈছিল। সেই সমিতিৰ

সকলো কাম পৰিচালনা কৰিছিল তাৰ কমিটিয়ে আৰু কামবিলাক আছিল অবৈতনিক। সেই সময়ত জাৰ্মানীত আৰু এবিধ সমবায় ব্যৱস্থাৰ প্ৰচলন আছিল আৰু তাৰ নাম আছিল যাক পাছত ছালজে ডেলিজ (schulze-delitzsch) নামেৰে জনাজাত আছিল। এই অনুষ্ঠানৰ সদস্যৰ দায়িত্ব সীমাবদ্ধ আছিল।

তেতিয়াৰ বিদেশী শাসকে ভাবিলে যে ভাৰতৰ গৰীব জনগণে যাতে মহাজনৰপৰা ধাৰ লৈ সকলো সম্পত্তি হেৰুৱাবলগীয়া নহয় বা উৎপাদনৰ বাবে নিজা খেতি মাটিকণ মহাজনৰ হাতলৈ নাযায়, তাৰবাবে সুখ-দুখত খেতিয়কক ধন ধাৰে দিয়াৰ ব্যৱস্থা। এই ধাৰৰ ধন কেনেকৈ, কি মাধ্যমেৰে দিব পাৰি, তাৰ চিন্তা-চৰ্চা কৰাৰ কাৰণে তেতিয়াৰ চৰকাৰৰ চকু পৰিল ইউৰোপৰ অভিজ্ঞতাৰ ওপৰত। তেতিয়াৰ মাদ্ৰাজ চৰকাৰৰ মনত খেলালে, কিয় বাৰু ইউৰোপৰ আৰ্হিত তেনে ব্যৱস্থা ভাৰততো প্ৰৱৰ্তন কৰা নহয়! ১৮৯২ চনত মাদ্ৰাজ চৰকাৰে মিষ্টাৰ নিকলছনক (পাছত ছাৰ ফ্ৰেডৰিক বুলি জনাজাত) ইউৰোপৰ লেণ্ড বেঙ্ক আৰু কৃষি বেঙ্ক বিষয়ৰ নীতি আৰু প্ৰয়োগ অধ্যয়ন কৰি প্ৰতিবেদন দিবলৈ তালৈকে পঠিয়ায়। মাদ্ৰাজত তেতিয়া ইংলেণ্ডৰ ফ্ৰেণ্ডলি এণ্ড বিল্ডিং ছ'ছাইটিৰ লেখীয়া ভালেমান স্থানীয় নিধি আছিল। চৰকাৰে ভাবিলে, ইউৰোপত প্ৰচলিত ব্যৱস্থাবিলাকৰ কিবা এটা প্ৰৱৰ্তন কৰিব পাৰি। নিকলছনে ১৮৯৭ আৰু ১৮৯৯ চনত দুখন প্ৰতিবেদন চৰকাৰৰ ওচৰত দাখিল কৰে। তাত তেওঁ কয় যে ভাৰতত 'ৰাইফিছেন' পদ্ধতিৰ সমবায় সমিতিৰ প্ৰচলন হ'ব লাগে। ইয়াৰ ওপৰত ভালেমান অধ্যয়ন চলিল আৰু ফলত ১৯০৪ চনত দি কো-অপাৰেটিভ ক্ৰেডিট ছ'ছাইটিজ এক্ট প্ৰৱৰ্তন হ'ল। এই আইনৰ আধাৰত এবিধ সমবায়ৰ জন্ম হ'ল। এবিধ গাঁৱত সীমাহীন দায়িত্বৰ আৰু চহৰত সীমিত দায়িত্বৰ। প্ৰতি বছৰে চৰকাৰে তাৰ হিচাপ পৰীক্ষা কৰি দিয়াটো বাধ্যতামূলক হ'ল। অংশৰ ওপৰত কোনো সদস্যক সুদ দিয়া নহয়। সেই সমবায় সমিতিবলাকৰ বাবে ষ্ট্যাম্প এক্ট, ৰেজিষ্ট্ৰেচন এক্ট, আনকি আয়কৰ আইনো শিথিল কৰি দিয়া হ'ল।

প্ৰত্যেক প্ৰদেশতে ৰেজিষ্ট্ৰাৰ নিয়োগ কৰা হ'ল, যাতে সমবায়ৰ প্ৰচাৰ কৰে আৰু ঠায়ে ঠায়ে আৰ্হিমূলক সমিতি গঠন কৰে, গাঁৱৰ মানুহক এই বিষয়ে প্ৰশিক্ষণ দিয়ে আৰু পৰিচালনাৰ প্ৰয়োজনীয় কথাবিলাক আয়ত্ত কৰিব পাৰে। এই সমবায়ৰ মূল কথা এই যে এজন দুখীয়া সজ ব্যক্তি ওচৰ চুবুৰীয়াৰ আস্থাভাজন হয়। গতিকে তেওঁ ধাৰ লৈ নিজৰ অসুবিধা আঁতৰ কৰাত সুবিধা হয়। ভাৰতৰ গাঁৱৰ খেতিয়কৰ জীৱনধাৰণৰ সম্বল হ'ল খেতি। এই খেতি যদি ঠিকমতে কৰিব পৰা হয়, তাৰ প্ৰয়োজনীয় ধাৰখিনি যদি কম

সুদত পোৱা যায়, তেতিয়া খেতিয়কৰ হাতলৈ কিছু ধন আহিব আৰু তেওঁ লাহে লাহে সবল হ'ব। কাৰণ, ভাৰতৰ খেতিয়কসকলে মহাজনৰপৰা ধাৰ লৈ মহাজনৰ হাতত জমি-জমা সকলো দিব লগা হৈছিল। ইয়াৰ ফলত মহাজনবিলাক ক্ৰমাৎ ধনী হৈ গৈ আছিল আৰু দুখীয়াসকল অধিক দুখীয়া হৈ গৈ আছিল। কৃষিৰ পদ্ধতিও আওপুৰণি আছিল। শিক্ষা-দীক্ষা এনেয়ে কম, দুখীয়া গৰীৱ খেতিয়কৰ শিক্ষাৰ কোনো ব্যৱস্থাই নাছিল। এই দুখীয়া লোকসকলে একগোট হৈ নিজৰ অৱস্থা উন্নত কৰাৰ একমাত্ৰ ব্যৱস্থা হ'ল সমবায়। এই সমবায়ৰ লক্ষ্য হ'ল (১) সদস্যসকলৰ ৰাহি ধন একেলগ কৰা আৰু যিসকল সদস্যক ধাৰৰ প্ৰয়োজন তেওঁলোকক ধন ধাৰলৈ দিয়া, (২) এই সমবায়ৰ লক্ষ্য হ'ল সজ ব্যক্তিসকল লগ লগা আৰু ইজনে সিজনক ভালদৰে বুজি লোৱা, (৩) প্ৰত্যেকে নিজৰ আৰু লগতে আনৰ মঙ্গলৰ বাবে দায়িত্ব বহন কৰা।

১৯১২ চনত সময়ৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি সমবায় আইন প্ৰৱৰ্তিত হ'ল। এই আইনৰ যোগে ধন ধাৰে দিয়াৰ বাহিৰেও আন আন বিষয়ত সমবায় সমিতি স্থাপন কৰাৰ বাট ওলাল। উৎপাদক অৰু গ্ৰাহকৰ মাজত দালালৰ প্ৰয়োজন নুই কৰিব নোৱাৰি, কিন্তু তেওঁলোকেই অধিক মুনাফা আদায় কৰে। ফলত উৎপাদক আৰু গ্ৰাহক দুয়োৰে ক্ষতি হয়। সেই দালাল আঁতৰোৱাৰ ব্যৱস্থাও এই আইনে আনি দিলে।

তেতিয়াৰ অসমৰ গাঁও-ভূঁইৰ অৱস্থা আজিতকৈও শোচনীয় আছিল। মহাজনৰ হাতত গৰীৱ খেতিয়ক লাঞ্ছিত হৈছিল। দালালবিলাকে খেতিয়কৰ প্ৰাপ্য নিদিছিল। সেয়েহে সমবায়ৰ যোগে সেই অসুবিধা আঁতৰ কৰাৰ কাৰণে সেই সময়ৰ চৰকাৰে যি প্ৰচেষ্টা চলাইছিল, সেই প্ৰচেষ্টাত প্ৰতাপনাৰায়ণ চৌধুৰীয়ে ভালেখিনি অৰিহণা আগবঢ়াইছিল। সেই পৰম্পৰাকে ৰক্ষা কৰিছিল প্ৰভাতনাৰায়ণ চৌধুৰীয়ে। ত্ৰিশৰ দশকৰ গাৱঁলীয়া বেঙ্ক, কেন্দ্ৰীয় সমবায় বেঙ্ক, চল্লিছৰ দশকৰ কনজুমাৰ্ছ কো-অপাৰেটিভ ট্ৰেডিং কো-অপাৰেটিভ আদি সংগঠন কৰাত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে আগভাগ লৈছিল। পঞ্চাশৰ দশকত যেতিয়া পাঁচবছৰীয়া পৰিকল্পনা আৰম্ভ হ'ল, তেতিয়া সমবায়ৰ যোগে সমাজৰ উন্নয়নৰ বাবে চৰকাৰে আঁচনি তৈয়াৰ কৰি অনুদান আদি আগবঢ়ালে। পঞ্চাশৰ দশকতেই জন্ম হ'ল বৃহত্তৰ ঋণদান সমবায় সমিতি, কৃষি সহায়ক সমবায় সমিতি, মাৰ্কেটিং কো-অপাৰেটিভ, বয়ন্ সমবায় আৰু বিভিন্ন সমবায়। কৃষিপাম সমবায় অৱশ্যে আগৰেপৰা আছিল। অসংগঠিত গাৱঁলীয়া খেতিয়কসকলৰ বিভিন্ন পৰ্যায়ৰ সমবায়ৰ যোগে উন্নতি সাধন কৰাৰ বিষয়ত তেখেত অগ্ৰণী থকাৰ বাহিৰেও অবিভক্ত আগৰ আসাম কো-অপাৰেটিভ এপেক্স বেঙ্ক লি., আসাম এপেক্স উইভাৰ্ছ

কো-অপাৰেটিভ ছ'ছাইটি, আসাম কো-অপাৰেটিভ লেণ্ড মৰ্গেজ বেঙ্ক লি., আসাম মাৰ্কেটিং কো-অপাৰেটিভ ছ'ছাইটি লি., আসাম কো-অপাৰেটিভ ইউনিয়ন আদি প্ৰায়বিলাক ৰাজ্যিক পৰ্যায়ৰ সমবায় গঠনত অগ্ৰণী ভূমিকা লৈছিল। আসাম কো-অপাৰেটিভ ছুগাৰ মিলটো আছিল প্ৰথম সমবায় চেনিকল, স্থাপিত হৈছিল বৰুৱা বামুণগাৱঁত। দেৰগাৱঁৰ নৰেন শৰ্মা আদিৰ লগত শ্ৰীচৌধুৰীয়ে সেই মিলৰ গঠনত অংশ আদায় কৰাৰ দৰে কামবিলাক নিয়াৰিকৈ কৰাৰ বাহিৰেও তাঁলৈকে গৈ সভা-সমিতিত ভাগ লৈছিল। সত্তৰৰ দশকত গাঁও পঞ্চায়ত পৰ্যায়ৰ সমবায় সমিতি গঠনত শ্ৰীচৌধুৰীয়ে বিৰোধিতা কৰিছিল। তেখেতৰ এই ক্ষেত্ৰত আপত্তি আছিল যে সমবায় আন্দোলনত লোকসকলে নিজ ইচ্ছাত নিজৰ যি বিষয়ত অসুবিধা আছে সেই অসুবিধা আঁতৰ কৰাৰ কাৰণেহে যোগ দিয়ে। সমবায় সমিতিৰ সদস্য হ'বলৈ কোনো ধৰণৰ বাধ্যবাধকতা থাকিব নালাগে।

শ্ৰীচৌধুৰীৰ ধাৰণা, অকল সমবায়ৰ যোগে, কাৰো ওচৰত হাত নপতাকৈয়ে এচাম লোকে নিজৰ আৰ্থিক দুৰৱস্থাৰ হেঙাৰ আঁতৰাব পাৰে। শ্ৰীচৌধুৰী বাহিৰৰ সমবায় সমিতিৰ বুজ ল'বলৈ দেশৰ বিভিন্ন ঠাইলৈ গৈছিল আৰু ৰাষ্ট্ৰীয় পৰ্যায়ৰ ভালেমান অনুষ্ঠানৰ লগত নিগাজি সম্বন্ধ স্থাপন কৰিছিল। সমবায় শিক্ষাৰ প্ৰসাৰৰ ওপৰত তেখেতে গুৰুত্ব আৰোপ কৰিছিল। আনকি তেখেতৰ ৺বাইদেউৰ নামত থকা মাটিখিনি সমবায় প্ৰশিক্ষণ কেন্দ্ৰ এটাৰ বাবে দিবলৈও বহু যত্ন কৰিছিল।

তেখেতে অলপতে বাঁহজানিত অনুষ্ঠিত সমবায়ৰ সভা এখনত ভাষণ দি কৈছিল— তেখেত যিদিনা যাব, সিদিনা যাতে সমবায়ৰ পতাকাখনেৰে তেখেতৰ দেহ আবৰি দিয়া হয়।

আগতে উল্লেখ কৰা হৈছে যে নলবাৰীৰ সিংহপুৰুষ প্ৰতাপনাৰায়ণ চৌধুৰী পিতৃদেৱৰ আদৰ্শত অনুপ্ৰাণিত হৈ মাত্ৰ ২৪ বছৰ বয়সতে সমবায় আন্দোলনত জড়িত হৈ পৰে। ১৯৩৪/৩৫ চনত চৌধুৰীয়ে নলবাৰী চেণ্ট্ৰেল কো-অপাৰেটিভ বেংক লিমিটেড্‌ৰ সভাপতি নিৰ্বাচিত হয় আৰু সেই বেংকৰ কাৰ্য পৰিচালনা কৰে। তেখেত যে কেৱল নলবাৰী চেণ্ট্ৰেল বেংকৰ লগতেই জড়িত আছিল এনে নহয়, তেখেতে অতি গভীৰভাৱে বিশ্বাস কৰিছিল যে দুখীয়া কৃষকসকলক সমবায়ৰ ভিত্তিত একত্ৰিত কৰি কাম কৰিব পাৰিলে কৃষকসকলৰ আৰ্থিক অৱস্থাৰ ভালেখিনি উন্নতি কৰিব পৰা যাব। ১৯৪২ চনত অসম চৰকাৰে এন. ডব্লিউ. ৩৮/৪১ নং বিজ্ঞপ্তিৰে ১৬/১/৪২ তাৰিখে শ্ৰীচৌধুৰীক সমবায় সমিতিৰ অনাৰেৰি অৰ্গেনাইজাৰ আৰু এড্‌ভাইজাৰ নিযুক্ত কৰে। এই নিযুক্তি পোৱাৰ পাছৰেপৰা তেখেতে নলবাৰী, টিহু আৰু বৰ্ত্তিয়াৰ গাৱঁলীয়া অঞ্চলসমূহ ভ্ৰমণ কৰি সমবায়ৰ মূল

নীতিসমূহ প্ৰচাৰ কৰি ৰাইজক সমবায়ৰ প্ৰতি আকৰ্ষিত কৰিবলৈ আৰু উদ্বুদ্ধ কৰিবলৈ যত্ন কৰিছিল। চৌধুৰীৰ মতে সমবায়ৰ আঁচনি আমাৰ জাতীয় আঁচনি। আমাৰ দৰে দুখীয়া দেশৰ দুখীয়া লোকৰ অৰ্থনৈতিক উন্নতি সাধন কৰিবলৈ সমবায়েই একমাত্ৰ ব্যৱস্থা। দেশৰ কৃষি, শিল্প, আৰু বাণিজ্যৰ ক্ষেত্ৰত যি শোষণ চলি আছে, তাৰপৰা দুখীয়া ৰাইজক মুক্ত কৰিবলৈ হ'লে সমবায় আঁচনি গ্ৰহণ কৰাৰ বাহিৰে আন একো উপায় নাই। আমাৰ দেশখন কৃষিপ্ৰধান দেশ। দেশৰ জনসংখ্যাৰ প্ৰায় ৭৫ শতাংশ খেতিয়ক। এইসকলে উৎপাদিত ফচলৰ প্ৰকৃত মূল্য লাভ কৰিব নোৱাৰে, এই লাভখিনি মধ্যস্বত্বভোগীসকলেহে পায়। পুৰণি পদ্ধতিৰে আমাৰ খেতিয়কে খেতি কৰে। হালৰ গৰু মৰিলে বা সঁচ বা ভাল কঠীয়া নাপালে খেতি ভাল নহয়। বানপানীতো শস্য নষ্ট হয়, কেতিয়াবা বৰষুণ ভাল নহ'লেও খেতি ভাল নহয়। এনে বহু সমস্যা খেতিয়কৰ আছে। এইবোৰ কাৰণত কৃষকবোৰ ঋণগ্ৰস্ত হয়। অধিক সুদত ঋণ ল'ব লগা হয়। ঋণ পৰিশোধ কৰিব নোৱাৰিলে পথাৰতে আধা মূল্যতে ফচল বিক্ৰি কৰিব লগাত পৰে, বহুতৰ খেতিৰ মাটিও বিক্ৰী হয়। এই আহুকালৰ সকাহ দিয়াৰ বাবে গাওঁলীয়া সমবায় বেংক বা গ্ৰাহক সমবায় সংস্থাৰ প্ৰয়োজন হয়।

১৯৩৯ চনত ২য় বিশ্ব মহাযুদ্ধ আৰম্ভ হয়। এই যুদ্ধ ১৯৪৫ চনলৈ চলে। জাপানৰ হিৰোছিমা আৰু নাগাচাকিত এটম্ বোমা দিয়াৰ ফলত বিশ্ব যুদ্ধৰ ওৰ পৰে। তেতিয়াৰপৰা আমাৰ দেশৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিস্থিতিৰ পৰিৱৰ্তন ঘটিবলৈ আৰম্ভ কৰে। দেশৰ অৰ্থনৈতিক অৱস্থা অতি শোচনীয় হৈ পৰে। ইপিনে ১৯৪১ চনৰপৰা স্বাধীনতা আন্দোলনো তীব্ৰতৰ হৈ পৰে। ১৯৪১ চনত সত্যাগ্ৰহ আৰু ১৯৪২ চনৰ ৯ আগষ্টৰপৰা 'ভাৰত ত্যাগ' আন্দোলন আৰম্ভ হয়। এই আন্দোলনৰ ঢৌৱে গোটেই ভাৰত প্লাবিত কৰে। ৰাজনৈতিক অৱস্থা উত্তপ্ত হৈ উঠে। গোটেই দেশ, বিশেষকৈ অসমখন গোড়া পল্টনেৰে ভৰি পৰে। দেশৰ খাদ্যবস্তু সৈন্য-সামন্তক খুৱাবলৈ নিয়াত খাদ্যবস্তুৰ আকাল হয় আৰু বস্তুৰ দাম অতিপাত বৃদ্ধি হয়। ১৯৪৩ চনত বঙ্গদেশত দুৰ্ভিক্ষ হৈ ৫০ লাখ মানুহ মৃত্যুৰ মুখত পৰে। অসমত দুৰ্ভিক্ষ হোৱা নাছিল যদিও চেনি, কেৰাচিন তেল আৰু লোণ দুষ্প্ৰাপ্য হৈছিল। নিমখৰ দাম তেতিয়া ১ সেৰত ১০ পইচা আছিল, কিন্তু ১৯৪২ চনত নিমখৰ দাম পাঁচ টকালৈ উঠিছিল। তেতিয়াৰপৰা অসমত ক'লা বজাৰ (black market) আৰম্ভ হয়। সেই সময়ত অসমৰ ৰাইজে অবৰ্ণনীয় কষ্ট ভোগ কৰে। আমাৰ এই ক্ষেত্ৰত ব্যক্তিগত অভিজ্ঞতা আছে। ১৯৪২/৪৩ চনত আমাক পৰীক্ষা কাগজৰ অভাৱত মৌখিকভাৱে পৰীক্ষা

লৈ উত্তীৰ্ণ কৰি দিছিল। সদায় বজাৰত নিমখ আৰু কেৰাচিন বিচাৰি ফুৰিব লগা হৈছিল। দুই-এজনে বেছি দাম লৈ ১ লিটাৰ কেৰাচিন দিছিল।

| | ১৯৪০ চনত বস্তুৰ মূল্য | | | ১৯৪২ চনৰ মূল্য |
|---|---|---|---|---|
| ১। | ধান ১ মোন (৪০ সেৰ) | = | এটকা | ২০/২২ টকা |
| ২। | মিঠাতেল ১ সেৰ (লিটাৰ) | = ৭০ | পইচা | ৫.০০ „ |
| ৩। | নিমখ ১ সেৰ (১ কেঃজিঃ) | = ১০ | পইচা | ৫.০০ „ |
| ৪। | চেনি ১ সেৰ (১ কেঃজিঃ) | = ২৫ | পইচা | ৫.০০ „ |
| ৫। | গুড় ১ সেৰ (১ কেঃজিঃ) | = ১২ | পইচা | ৪.০০ „ |
| ৬। | কেৰাচিন ১ সেৰ (১ লিঃ) | = ১২ | পইচা | ৩/৪.০০ „ |
| ৭। | চাহপাত ১ সেৰ (১ কেজি) | = ৭৫ | পইচা | ৫.০০ „ |
| ৮। | ধুতি ১খন সাধাৰণ | = ৬০ | পইচা | ৫.০০ „ |
| ৯। | চোলা ১ টা সাধাৰণ | = ৬০ | পইচা | ৫.০০ „ |
| ১০। | জোতা ১ যোৰ সাধাৰণ | = ২.০০ | পইচা | ৮.০০ „ |
| ১১। | পাৰ চৰাই ১ যোৰ | = ১২ | পইচা | ৩.০০ „ |
| ১২। | পঠা ছাগলী ১ টা | = ৩.০০ | টকা | ২০.০০ „ |
| ১৩। | দিন হাজিৰা দিনে | = ২৫ | পইচা | ২.০০ „ |

১৯৪২ চনৰপৰা এই দাম উৰ্ধ্বগামী হয়। কিছুমান বস্তু দুষ্প্ৰাপ্যই হৈছিল। মনে মনে বেছি দাম দি মানুহে বস্তু কিনিব লগা হৈছিল। 'ক'লা বজাৰ' নাটক ৰচনা হৈছিল তেতিয়াই। দাইল আৰু চেনি মানুহে নাখাইছিল। মাহ বা খেচাৰী, মচুৰৰ খেতি কৰা লোকেহে দাইল খাইছিল। শাক-পাত আৰু কচু-কলদিল খায়েই মানুহ চলিছিল। সেই সময়ত কিছুমান গাৱঁত সমবায় বেংক আছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে পোনপ্ৰথমে গাৱঁত ফুৰি-চাকি কনজুমাৰ্ছ কো-অপাৰেটিভ ষ্টোৰ্ছ স্থাপনত গুৰুত্ব দিয়ে। সেইমৰ্মে প্ৰায়বোৰ গাৱঁতে কনজুমাৰ্ছ কো. অপা. ষ্টোৰ্ছ গঠন হৈছিল। অংশৰ মূল্য দহ টকা আৰু ভৰ্তি মাচুল এটকা। প্ৰথম ষ্টোৰ্ছ হয় নলবাৰী চহৰত। নলবাৰী কো. অ. কনজুমাৰ্ছ ষ্টোৰ্ছ। ইয়াৰ সম্পাদক আছিল, তেতিয়াৰ গৰ্ডন হাইস্কুলৰ শিক্ষক (পাছত নলবাৰী কলেজৰ অধ্যক্ষ) প্ৰভাত চন্দ্ৰ গোস্বামীদেৱ, মেনেজাৰ আছিল নলবাৰী সত্ৰৰ মুক্তিযুঁজাৰু শ্ৰীগোপীকান্ত গোস্বামী। নিয়ন্ত্ৰিত মূল্যত এই ষ্টোৰ্ছে সদস্যসকলক খাদ্যসামগ্ৰী কিছু পৰিমাণে যোগান ধৰাত সদস্যসকলে সকাহ পাইছিল। এই সমবায় দোকানখনে যথেষ্ট পৰিমাণে লাভো কৰিছিল। তাৰবাবে উদ্যোক্তাসকল ৰাইজৰ ধন্যবাদৰ পাত্ৰ। যুদ্ধৰ

দিনত অসমত ৰেচনিং ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছিল। সেইহেতুকে কেৱল সমবায় সমিতিসমূহৰ জৰিয়তেহে খাদ্যবস্তু বা নিত্যপ্ৰয়োজনীয় বস্তুৰ যোগান ধৰা হৈছিল। নলবাৰী, টিহু, বৰমা আৰু ৰঙিয়া চাৰ্কোলৰ সমবায় অৰ্গেনাইজাৰ শ্ৰীচৌধুৰীয়ে এই অঞ্চলসমূহ ভ্ৰমণ কৰি কনজুমাৰ্ছ ষ্টোৰ্ছ স্থাপনত আগভাগ লৈ সমবায় বিষয়াৰদ্বাৰা অনুষ্ঠানসমূহ ৰেজিষ্টাৰ কৰাইছিল। তেতিয়া নলবাৰী পাণ্ডাৰথান, সন্ধা, নামদণ্ডা, বালিলেছা, বৰমূৰিকোণা, নন্দগাঁও, চামতা, বৰনৰ্দি আৰু অন্যান্য ডাঙৰ গাঁওবোৰত কনজুমাৰ্ছ ষ্টোৰ্ছ স্থাপন কৰা হৈছিল। চৌধুৰীদেৱে দিহা-পৰামৰ্শ দি এইবোৰ চলোৱাত সহায় কৰিছিল। এইবোৰ ষ্টোৰ্ছে গাৱঁত খাদ্যবস্তুৰ যোগান ধৰিছিল। ১৯৪৫ চনত ২য় মহাযুদ্ধৰ অৱসান হয়, ভাৰত ত্যাগ আন্দোলনো সাময়িকভাৱে স্থগিত হয়। সেই সময়ত অৰ্থাৎ ১৯৪৬ চনত দেশত ঠায়ে ঠায়ে সাম্প্ৰদায়িক সংঘৰ্ষ হৈছিল। মহম্মদ আলীজিন্নাই ১৯৪৬ চনৰ ১ আগষ্টত 'ডিৰেক্ট একচন' ঘোষণা কৰাৰ লগে লগে কলিকতা, বিহাৰ, নোৱাখালি, পঞ্জাব আদি ঠাইত সংঘৰ্ষ হৈ বহুসংখ্যক লোকৰ প্ৰাণহানি হয়। তেতিয়া লৰ্ড মাউন্টবেটেন ভাৰতৰ ভাইচৰয় নিযুক্ত হৈ আছে। সেই সময়ত মন্ত্ৰী মিছনে ভাৰতক তিনিটা ভাগক বিভক্ত কৰে। ইয়াৰে দুটা ভাগ মুছলমান সংখ্যাগৰিষ্ঠ। অসমক 'গ' শাখাত ভুক্ত কৰিবলৈ পৰামৰ্শ দিয়ে। অসমে ইয়াৰ বিৰোধিতা কৰে, বিশেষকৈ তেতিয়াৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈদেৱৰ বিৰোধিতাৰ বাবে অসম ৰক্ষা পৰে। গ্ৰুপিং নিষ্ফল হোৱাত ভাৰত বিভাজন হয় আৰু ভাৰত-পাকিস্তান দুখন দেশত ভাগ কৰি ইংৰাজে স্বাধীনতা দিয়ে। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন হয়। তেতিয়া পঞ্জাব আৰু বঙ্গদেশত ব্যাপক জনহানি হয় সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে। অসমৰ চিলেট জিলাত গণভোট হয়। চিলেট পাকিস্তানৰ অন্তৰ্ভুক্ত হয়। জাতীয় চৰকাৰ স্থাপন হোৱাত ৰেচনিং ব্যৱস্থা শিথিল কৰা হয়। তাৰ লগে লগে কনজুমাৰ্ছ ষ্টোৰ্ছবোৰৰ অৱনতি ঘটে। বহুত দোকান বন্ধ হৈ যায়। ইয়াৰপৰা বুজা যায় যে জনসাধাৰণ সমবায়প্ৰেমী হৈ উঠা নাছিল। কেৱল খাদ্যবস্তু পোৱাৰ স্বাৰ্থতহে সমবায়ৰ সদস্য হৈছিল। এই কনজুমাৰ্ছ সমিতিবোৰ ১৯৫৫ চনমানৰ ভিতৰত লিকুইডেটেড্ হৈ যায়। ইয়াৰ পাছত চৌধুৰীৰ নেতৃত্বত ট্ৰেডিং সমবায় গঠন কৰা হৈছিল। তেখেতৰ ব্যক্তিগত প্ৰচেষ্টা আৰু সহযোগিতাত কেইবাখনো ট্ৰেডিং সমবায় গঠন হৈছিল। কিন্তু লাহে লাহে এই সমিতিবোৰৰো স্বাভাৱিক মৃত্যু হৈছিল। দেশ স্বাধীন হোৱাৰ পাছত সমবায়ৰ নীতি-নিয়ম পৰিবৰ্তন কৰি সময়ৰ লগত খাপ খাব পৰাকৈ আইন সংশোধন কৰি ছুপাৰ সমবায় আৰু বহুমুখী সমবায় সমিতি গঠন কৰা হয়। বহুমুখীবোৰ বৰ্তমানে চলি আছে।

## আসাম কো. অ. এপেক্স বেংক লি. আৰু শ্ৰীচৌধুৰী

অসমৰ সমবায় আন্দোলনৰ সৰ্ববৃহৎ উল্লেখযোগ্য অনুষ্ঠান হ'ল অসম কো-অপাৰেটিভ এপেক্স বেংক লিমিটেড্। ইয়াৰ আগেয়ে অসমত সমবায় খণ্ডত কোনো বৃহৎ অনুষ্ঠান স্থাপন হোৱা নাছিল। এই বেংক স্থাপনত প্ৰথমতে উল্লেখযোগ্যভাৱে আগভাগ লৈছিল তেতিয়াৰ অসমৰ প্ৰিমিয়াৰ লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে। অসম চৰকাৰ আৰু বৰদলৈদেৱৰ তৎপৰতাত ১৯৪৮ চনৰ ২৮ ডিচেম্বৰ প্ৰথম উদ্বোধনী সভা হয় ছিলঙৰ গেৰিছন থিয়েটাৰহলত। এই সভাত ৪০ জন প্ৰমোটাৰে দস্তখত কৰি বেংক গঠনৰ মেম'ৰেণ্ডাম দি নিয়মাৱলী গ্ৰহণ কৰে। বৰ্তমান এই প্ৰমোটাৰসকলৰ একমাত্ৰ শ্ৰীচৌধুৰীহে জীয়াই আছে। বাকীবোৰ স্বৰ্গগামী হৈছে।

প্ৰমোটাৰসকল ঃ

১। অসম চিভিল ছেক্ৰেটেৰিয়েট সমবায় বেংক লি.
২। নলবাৰী চেণ্ট্ৰেল কো. অপাৰেটিভ বেংক লি.
৩। গুৱাহাটী চেণ্ট্ৰেল বেংক লি.
৪। গুৱাহাটী চেণ্ট্ৰেল কো. অ. হ'লছেল লি.
৫। নলবাৰী ক্লথ এণ্ড য়াৰ্ণ সমবায় সমিতি
৬। অসম ভেলি কো. অ. অৰ্গেনাইজেন ছ'ছাইটি লি.
৭। কাছাৰ সমবায় চেণ্ট্ৰেল বেংক লি.
৮। ৰায়চাহাব দিলীপ চন্দ্ৰ দাস
৯। শ্ৰীযুত ৰত্নেশ্বৰ দত্ত
১০। ,, কামিনী মোহন গুপ্ত
১১। ,, নৰেন্দ্ৰ নাথ বৰদলৈ
১২। ,, হীৰেন্দ্ৰ নাথ সেন
১৩। ,, গোপীকান্ত বৰুৱা
১৪। ,, ধীৰেন্দ্ৰ নাথ গুপ্ত
১৫। ,, যতীন্দ্ৰ নাথ কাকতি
১৬। ,, উপেন্দ্ৰ কুমাৰ নাগ
১৭। ,, কালীপদ ভট্টাচাৰ্য
১৮। ,, পূৰ্ণলাল দাস
১৯। ,, থেয়ি চেখৰি
২০। ,, চন্দ্ৰকুমাৰ মজুমদাৰ
২১। ,, দুৰ্গাপ্ৰসাদ গোৱেঙ্কা
২২। ,, মনপুৰ ৰাজখোৱা
২৩। ,, সিদ্ধেশ্বৰ শৰ্মা

২৪। শ্ৰীযুত মি. গ্ৰেছওৱেলছন মাজা
২৫। ,, উপেন্দ্ৰ নাথ নবিশ
২৬। ,, পুলিনকৃষ্ণ চাংকাকতি
২৭। ,, নবীন চন্দ্ৰ গোস্বামী
২৮। ,, ইউ. চৌধুৰী
২৯। ,, প্ৰভাতনাৰায়ণ চৌধুৰী
৩০। ,, জি.চি. বৰদলৈ
৩১। ,, কে. ভট্টাচাৰ্য
৩২। ,, লীলাধৰ শৰ্মাকটকী, এম্. এ., এল. এল. বি
৩৩। ,, নীৰোদ চন্দ্ৰ নাগ
৩৪। ,, ধনেশ্বৰ সিংহ
৩৫। ,, লোহিত চন্দ্ৰ লাহন
৩৬। ,, পূৰ্ণচন্দ্ৰ চৌধুৰী
৩৭। ,, যশোদা প্ৰসাদ চলিহা
৩৮। ,, মোহন চন্দ্ৰ মহন্ত
৩৯। ,, যজ্ঞেশ্বৰ গগৈ
৪০। ,, নীৰোদ কুমাৰ নাথ ভৌমিক।

এই সভাত অসমৰ বৰেণ্য নেতা গোপীনাথ বৰদলৈদেৱে সভাপতিত্ব কৰিছিল। সভাত 'বাই ল' গৃহীত হয়। অসম চৰকাৰে ২.৫০ কোটি টকাৰ অংশ লয় আৰু ৰেজিষ্ট্ৰাৰে এই বেংক সিদিনাই ৰেজিষ্টাৰ কৰে আৰু লগতে উপস্থিত থকাসকলে (ওপৰত উল্লেখ কৰা ব্যক্তিসকলে) প্ৰমোটাৰ হিচাপে দস্তখত কৰে। মুখ্য কাৰ্যালয় ছিলঙত স্থাপন হয় আৰু প্ৰতি জিলা সদৰতে ইয়াৰ শাখা খোলা হয়। ১৯৪৮ চনত নলবাৰীত মহকুমাই হোৱা নাছিল। তথাপি চৌধুৰীদেৱৰ যত্নত ১৯৪৮ চনতে নলবাৰী শাখা স্থাপন কৰা হয়। ইয়াৰ অগ্ৰণী ভূমিকা লৈছিল শ্ৰী চৌধুৰীয়ে। বৰ্তমান প্ৰতি মহকুমা সদৰত এই বেংকৰ শাখা হোৱাৰ উপৰিও গুৱাহাটী চহৰত ভালেমান শাখা স্থাপন কৰা হৈছে। এই বেংকটো আমাৰ অসমবাসীৰ অতি আদৰৰ অনুষ্ঠান। চৌধুৰীদেৱে এই বেংকৰ প্ৰতিষ্ঠাপক সদস্য হিচাপে আজিও ইটো সিটো পৰামৰ্শ দি আছে আৰু বেংকৰ সভাত উপস্থিত হৈ দিহা-পৰামৰ্শ দি আছে।

অসম কো.-অপাৰেটিভ ছুগাৰ মিল লি. ৰেজিষ্টাৰ হয় ১৯৫৪ চনত। শ্ৰীচৌধুৰীয়ে ইয়াৰ অংশ বিক্ৰীৰ বাবে বিভিন্ন ঠাইলৈ গৈ প্ৰচাৰ কৰে আৰু অংশ বিক্ৰীত সহায়তা আগবঢ়ায়। তেখেত অসম কো.অপাৰেটিভ ছুগাৰ মিল লি.ৰ প্ৰতিষ্ঠাপক সদস্য। ১৯৫৮ চনত বৰুৱা বামুণগাৱঁত ইয়াৰ উৎপাদনকাৰ্য আৰম্ভ হয়। ১৯৫৫ চনত অসম সমবায় ইউনিয়ন প্ৰতিষ্ঠা হয়।

শ্ৰীচৌধুৰীদেৱ জন্ম লগ্নৰেপৰা ৯ বছৰ কাল উপ-সভাপতি আৰু পাছত ইয়াৰ কাৰ্যকৰী সভাপতিও নিৰ্বাচিত হৈছিল। চৌধুৰীদেৱে বৰ্তমানেও অসম সমবায় ইউনিয়নৰ লগত নিঃস্বাৰ্থভাৱে জড়িত হৈ সেৱা আগবঢ়াই আছে।

বৰ্তমান আমি যি সমবায় সমিতিক আৰ্টফেড বুলি কওঁ, এই সমবায় সমিতিৰ নাম আছিল আসাম এপেক্স উইভাৰ্ছ কো. অ. ছ'ছাইটি লিমিটেড্। প্ৰথমতে বিভাগীয় মন্ত্ৰী এই অনুষ্ঠানৰ সভাপতি আছিল। পাছত শ্ৰীচৌধুৰী এই অনুষ্ঠানৰ বেচৰকাৰী সভাপতি নিৰ্বাচিত হৈছিল ১৯৬০ চনত। এই অনুষ্ঠানৰ সভাপতি হিচাপে তেখেতে ভালেকেইবছৰ সেৱা আগবঢ়ায়। ইয়াৰ উপৰিও আসাম কো-অপাৰেটিভ লেণ্ড্ মৰ্গেজ বেংক লি. স্থাপন হোৱাত এই বেংকৰ তেখেত প্ৰথম বেচৰকাৰী সভাপতি হৈ ভালেকেইবছৰ কাৰ্যনিৰ্বাহ কৰে। বৰ্তমান এই বেংক ASKARD বুলি জনাজাত। ১৯৬০ চনৰপৰা নিৰ্বাচিত সভাপতিৰূপে কেইবাবছৰো সক্ৰিয়ভাৱে থাকি সেৱা আগবঢ়ায়। অসমৰ ৫টা বিশিষ্ট সমবায় সমিতিৰ লগত নিজকে জড়িত কৰি বিভিন্ন অভিজ্ঞতা অৰ্জন কৰে আৰু প্ৰকৃত নেতৃত্ব দিবলৈ সমৰ্থবান হৈছিল। শ্ৰীচৌধুৰীৰ নেতৃত্বত এই অনুষ্ঠানবোৰ ভালভাৱে চলি আছিল আৰু ৰাইজৰো ভালেমান কাম হৈছিল। অসমৰ সমবায় বিভাগে তেখেতৰ ওপৰত গভীৰ আস্থা ৰাখি আছে আৰু তেখেতৰ মতামতক যথেষ্ট গুৰুত্ব আৰোপ কৰে। নতুন কোনো কাৰ্যক্ৰম ল'লৈই চৌধুৰী ডাঙৰীয়াৰ লগত সততে আলোচনা কৰে। চৌধুৰীৰ সমবায়ৰ ওপৰত গভীৰ বিশ্বাস দেখি সমবায়ৰ বিষয়া-কৰ্মচাৰীয়েও তবধ মানে। তেখেতৰ মতে দুখীয়া দেশৰ সমবায়ৰ বাহিৰে আন কোনো উপায় নাই।

অসমত সমবায় অনুষ্ঠানবোৰৰ কাৰ্যক্ৰম সদায় সফল হোৱা বুলি ক'ব নোৱাৰি। বহুত সময়ত চৰকাৰে চৌধুৰীৰ মতামতক গুৰুত্ব নিদিয়া বাবে সমবায় অনুষ্ঠান বিফলো হৈছে। তেখেতে নিৰ্ভীকভাৱে নিজৰ মতামত চৰকাৰক জনাই থাকে। তেখেতৰ মতে সমবায় অনুষ্ঠান সমবায়ীসকলৰ দ্বাৰাহে পৰিচালিত হ'ব লাগে। চৰকাৰী হস্তক্ষেপ পৰাপক্ষত হ'ব নালাগে। চৰকাৰী হস্তক্ষেপ বৃদ্ধি হ'লে সমবায় সফল অনুষ্ঠানৰপৰা আঁতৰি পৰে। সমবায়ৰ নিষ্ঠাবান সদস্যৰদ্বাৰাহে সমবায় অনুষ্ঠানসমূহ পৰিচালিত হোৱা বাঞ্ছনীয়। তেখেতে সদায় এই মত পোষণ কৰি আছে আৰু চৰকাৰকো জনাই আছে।

শ্ৰীচৌধুৰী যে কেৱল ৰাজ্যিক সমবায় অনুষ্ঠানৰ লগত জড়িত হৈ আছিল এনে নহয়, তেখেতে সৰ্বভাৰতীয় সমবায় আন্দোলনৰ লগতো সুপৰিচিত হোৱাৰ সুযোগ পাইছিল। অসম উইভাৰ্ছ কো.-অপাৰেটিভ ছ'ছাইটিৰ সভাপতি হৈ থকা কালত অল ইণ্ডিয়া হেণ্ড্লুম ব'ৰ্ডৰ লগতো

জড়িত হৈছিল। সেই অনুষ্ঠানৰ সভা-সমিতিত যোগ দিয়াৰ উপৰিও আন আন ৰাজ্যত হোৱাৰ দৰে অসমতো হেণ্ডলুমৰ সুকীয়া দপ্তৰ খোলাৰ বাবে চৰকাৰক পৰামৰ্শ দিছিল। তেখেতে তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱক সমবায়ৰ উন্নতিৰ হকে ভালেমান পৰামৰ্শ আগবঢ়াইছিল। অৱশ্যে সেই সময়ত তেখেতৰ পৰামৰ্শ কাৰ্যকৰী নকৰিলেও আশীৰ দশকত বয়ন সমবায় সমিতিবোৰ চৰকাৰে সুকীয়া দপ্তৰলৈ নিয়ে আৰু চৌধুৰীৰ পৰামৰ্শত কিয়দংশ কাৰ্যকৰী কৰে। পাছত অসমৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াই সমবায় সমিতিবোৰ পঞ্চায়ত পৰ্যায়ত গঠন কৰাত চৌধুৰীয়ে তাত আসোঁৱাহ দেখুৱাই বিৰোধিতা কৰিছিল। তেখেতে কৃষি সমবায়সমূহ সবল কৰাৰো পৰামৰ্শ দিছিল। সমবায় শিক্ষা আৰু প্ৰসাৰৰ ওপৰত ভালেমান প্ৰবন্ধ লিখি প্ৰচাৰ চলাইছিল। অল ইণ্ডিয়া হেণ্ডলুম ব'ৰ্ডৰ সদস্য হৈ থকা কালত তেখেতে নলবাৰীৰ বালিকৰীয়া, জাঁজী আৰু কাছাৰত উইভাৰ্ছ ক'লনি স্থাপন কৰিছিল।

সৰ্বভাৰতীয় আন এটা অনুষ্ঠান অল ইণ্ডিয়া লেণ্ড মৰ্গেজ কো.-অপাৰেটিভ ফেডাৰেচনৰ তেখেত উপ-সভাপতি হিচাপে নিৰ্বাচিত হৈ ১৯৬৪ চনৰপৰা ১৯৬৭ চনলৈ কাৰ্যনিবাহ কৰিছিল। সৰ্বভাৰতীয় ভিত্তিত অনুষ্ঠিত আলোচনাচক্ৰত তেখেতে ৰাঁচী, মুম্বাই, দিল্লী, শ্ৰীনগৰ আদি ঠাইত যোগ দিছিল আৰু লিখিত প্ৰবন্ধ পাঠ কৰিছিল। উত্তৰ-পূব ভাৰতৰ সমবায় প্ৰশিক্ষণ কেন্দ্ৰ কল্যাণীত অনুষ্ঠিত হোৱা আলোচনাচক্ৰত আৰু সামৰণি উৎসৱত তেখেতে দীক্ষান্ত ভাষণ দিছিল। ই অতি গৌৰৱৰ কথা। এইটো তেখেতৰ কৰ্মনিষ্ঠাৰ স্বীকৃতি। এজন নিষ্ঠাবান সমবায় কৰ্মী হিচাপে তেখেতে এই সন্মান লাভ কৰিছিল। তেনেদৰে বহু ঠাইত তেখেতে ৰাজহুৱা সম্বৰ্দ্ধনাও পাইছে।

আগতে উল্লেখ কৰা হৈছে যে ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ প্ৰেৰণাত উদ্বুদ্ধ হৈ শ্ৰীচৌধুৰীয়ে নলবাৰী অঞ্চলত ভালেমান সমবায় অনুষ্ঠান স্থাপন কৰিছিল। ১৯৫৯ চনত নলবাৰী চেণ্ট্ৰেল উইভাৰ্ছ সমবায় সমিতি লি. স্থাপন হয়। এই সমিতিৰ তেখেত প্ৰতিষ্ঠাপক সভাপতি। নলবাৰী প্ৰাইমাৰী লেণ্ডমৰ্গেজ সমিতিতো তেখেত ১৯৫৯ চনত সভাপতি নিৰ্বাচিত হয়। ১৯৬০ চনত নলবাৰী জিলা সমবায় সংঘ স্থাপন হয়। তাতো তেখেত প্ৰতিষ্ঠাপক সভাপতি আছিল। নলবাৰী অঞ্চলত প্ৰায় ৫০খনমান সমবায় সমিতিৰ লগত তেখেত জড়িত আছিল। এইবোৰ সমবায়ৰ এতিয়া বেছি ভাগেই মৃত। তাৰ বিতং বিৱৰণ দিয়া নহ'ল। নলবাৰী উইমেন কো.-অপাৰেটিভ ছ'ছাইটি, নলবাৰী মাৰ্কেটিং কো.-অপাৰেটিভ ছ'ছাইটি, গাৱঁলীয়া বেংক, সঞ্চয় সমবায়, সমবায় কৃষিপাম, মীন পালন সমবায়, মৃৎশিল্প

সমবায়, জাপি সমবায়, খাদী আৰু গ্ৰামোদ্যোগ সমবায় আদি ভালেমান অনুষ্ঠানত তেখেত এতিয়াও জড়িত হৈ আছে; এই অনুষ্ঠানবোৰ সক্ৰিয় কৰি ৰাখিবলৈ তেখেতে সততে দিহা-পৰামৰ্শ দি আছে। কামৰূপা খাণ্ডচাৰী সমবায় লি., কামৰূপা চেনি কল সমবায় লি. আদি অনুষ্ঠান তেখেতৰ চেষ্টাতে পঞ্জীয়ন হৈছিল; কিন্তু উপযুক্ত কৰ্মীৰ অভাৱত এই অনুষ্ঠান হৈ নুঠিল।

শ্ৰীচৌধুৰীৰ সান্নিধ্য আৰু প্ৰেৰণাত নলবাৰীত এসময়ত এটা সমবায় কৰ্মীৰ দল সংগঠিত হৈছিল। সেই লোকসকলে সমবায় অনুষ্ঠান পৰিচালনাত কিছু বৰঙণি দিছিল। এওঁলোক হ'ল শ্ৰীজ্ঞানেন্দ্ৰমল্ল বুজৰবৰুৱা, ৺সাঞ্চিৎ নাৰায়ণ দত্তবৰুৱা, ৺প্ৰফুল্ল চন্দ্ৰ ডেকা, ৺গিৰীশ মেধি, শ্ৰীমুনীন্দ্ৰ নাৰায়ণ চৌধুৰী, শ্ৰীৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী, ৺ৰাজেন ডেকা, শ্ৰীকালীন্দ্ৰ কলিতা আদি। এইসকলৰ বৰঙণি উল্লেখযোগ্য।

শ্ৰীজ্ঞানেন্দ্ৰমল্ল বুজৰবৰুৱাই সমবায়ৰ অভিজ্ঞতা অৰ্জনৰ বাবে ইউৰোপৰ বহু দেশ ভ্ৰমণো কৰিছে। অতি সুখৰ কথা যে এই অভিজ্ঞতাপুষ্ট বুজৰবৰুৱাৰপৰা সমবায় অনুষ্ঠানে কিছু আশা কৰিব পাৰে। সমবায় বিষয়া শ্ৰীগোলোক চন্দ্ৰ দত্তই নলবাৰী আৰ্বান কো.-অপাৰেটিভ বেংকৰ সেৱা আগবঢ়াই বেংকটো টনকিয়াল কৰাত সহায় কৰি আছে। শ্ৰীজগন্নাথ চক্ৰবৰ্তী আৰু শ্ৰীৰমানাথ বৰুৱায়ো বেংকৰ সভাপতি নিৰ্বাচিত হৈ কাম কৰি আছিল আৰু বৰ্তমানেও লাগি আছে।

নলবাৰীত আগেয়ে গঢ়ি উঠা সমবায়সমূহৰ বৰ্তমান অৱস্থা বৰ সন্তোষজনক নহয়। গাৱঁলীয়া বেংকসমূহ মৃত। জাপি সমবায় নাই। মীন সমবায় নাই। গ্ৰাহক ভাণ্ডাৰ অচল। কেৱল নলবাৰী আৰ্বান কো.-অপাৰেটিভ বেংক লি. চলি আছে। বহুমুখী সমবায়সমূহ কোনোমতে চলি আছে। এপেক্স বেংক চলি আছে। এই বেংকত চৰকাৰী নিয়ন্ত্ৰণ বেছি। চৌধুৰীদেৱৰ আক্ষেপ যে দেশখনত নিঃস্বাৰ্থ সমবায়কৰ্মীৰ অভাৱ ঘটিল, ভাৰতৰ অন্যান্য ৰাজ্যৰ তুলনাত অসমৰ সমবায় অনুষ্ঠানবোৰে গা-কৰি উঠিব নোৱাৰিলে। আহমেদাবাদৰ দুগ্ধ উন্নয়ন সমবায়ে আজি সৰ্বভাৰতীয় বজাৰ পাইছে। আমাৰ চেনিকল, মৰাপাট কলৰ লোকচানহে হৈ আছে। সমবায় বিভাগেও এইবোৰ সমবায় কাৰ্যক্ষম কৰাত উপযুক্ত ব্যৱস্থা লোৱা নাই। সমবায় বিষয়াসকল সমাজকৰ্মীহে, কেৱল বিষয়া নহয়। সকলো অনুষ্ঠান আগবাঢ়ি যায় কৰ্মীৰ নিঃস্বাৰ্থ সেৱা আৰু পৰাকাষ্ঠা আৰু দক্ষতাৰ ওপৰত।

সমবায় বিষয়া আৰু কৰ্মীসকলে নিষ্ঠাসহকাৰে সেৱা আগবঢ়ালে আমাৰ দুখীয়া দেশৰ কৃষকসকলৰ কিছু পৰিমাণে হ'লেও অৰ্থনৈতিক প্ৰগতি

হ'ব পাৰে। আমাৰ অভিজ্ঞতাৰপৰা জানিব পাৰিছো যে বহু গাওঁত বা চহৰত কিছুমান সঞ্চয় বেংক সুকলমে চলি আছে। এইবোৰ ৰেজিষ্টাৰ ছ'ছাইটি নহয়। তেওঁলোকে ৰেজিষ্টাৰ কৰিব নোখোজে, ভাবে যে ৰেজিষ্টাৰ কৰিলে এইবোৰ ঠিকমতে নচলিব। চৰকাৰী নিয়ন্ত্ৰণত বাধাগ্ৰস্ত হ'ব বুলিহে মত পোষণ কৰে। কিয় এনে হ'ল? বিষয়াৰ ওপৰত আস্থা নাই। গাওঁলীয়া ৰেজিষ্টাৰ হোৱা সমবায় বেংকবোৰৰ অকাল মৃত্যুৰ বাবে ৰাইজে এই চৰকাৰী নিয়ন্ত্ৰণ নিবিচাৰে।

শ্ৰীচৌধুৰীয়ে নলবাৰীত সমবায় প্ৰশিক্ষণ কেন্দ্ৰ এটা স্থাপন কৰাৰ বাবে সক্ৰিয়ভাৱে লাগি আছে। ইয়াৰ বাবে জমিও পোৱা যায় বুলি তেখেতে কৈছে, কিন্তু চৰকাৰে এই ক্ষেত্ৰত একো পদক্ষেপ লোৱা নাই। এইটো তেখেতৰ জীৱনৰ শেষ লক্ষ্য বুলি তেখেতে ৰাজহুৱাভাৱে প্ৰকাশ কৰিছে। ইয়াৰ বাবে জমিও আছে।

## ১৫. তাত্ত্বিক লেখক আৰু গৱেষক শ্ৰীচৌধুৰী

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী কেৱল এজন সমবায় কৰ্মীয়েই নহয়, ১৯৩৩ চনৰপৰা সমাজসেৱা আৰু সমবায় আন্দোলনত আত্মনিয়োগ কৰা এজন চিন্তাশীল ব্যক্তি, যিজনা সমবায় তত্ত্বৰ ওপৰত অতি গুৰুত্বপূৰ্ণ তাত্ত্বিক লেখক আৰু গৱেষক; সেইগুণে তেখেত এজন সৰ্বভাৰতীয় খ্যাতিমন্ত সমবায় নেতা। সমবায়ৰ ওপৰত তেখেতে শতাধিক তত্ত্বগধুৰ নিবন্ধ ৰচনা কৰি তেখেতৰ মতামত আৰু চিন্তাধাৰা বিভিন্ন আলোচনীৰ মাধ্যমত প্ৰকাশ কৰিছে। এই প্ৰবন্ধবোৰ অধ্যয়ন কৰিলে দেখা যায় যে তেখেতৰ সমবায়ৰ ওপৰত গভীৰ জ্ঞান আৰু উপলব্ধি আছে। এই প্ৰবন্ধবোৰ ভালদৰে ৰক্ষণাবেক্ষণ নকৰাৰ ফলত বেছিভাগ প্ৰবন্ধকে এতিয়া বিচাৰি পোৱা নাযায় আৰু আমিও বিচাৰি পোৱা নাই। এই প্ৰবন্ধসমূহ সংগ্ৰহ কৰি পুথি আকাৰে ছপাব পাৰিলে সমবায় তত্ত্বৰ ওপৰত এখন মূল্যবান গ্ৰন্থ হ'লহেঁতেন। এতিয়া মাত্ৰ ৩০টামান প্ৰবন্ধ তেখেতৰ হাতত আছে। এই লিখনিবোৰৰ মাধ্যমত তেখেতে সমবায় আন্দোলন জনপ্ৰিয় কৰি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল আৰু দোষ-ত্ৰুটিবোৰো চৰকাৰক আঙুলিয়াই দিছিল।

সমবায় সংস্থাৰ প্ৰচুৰ সম্ভাৱনা থকা সত্ত্বেও কৃষিপ্ৰধান অসম ৰাজ্যত মহাৰাষ্ট্ৰ, গুজৰাট বা কৰ্ণাটক ৰাজ্যৰদৰে কাম হৈ উঠা নাই। ইয়াৰ কাৰণবোৰ তেখেতে তেখেতৰ লিখনিৰ মাজেদি বিশ্লেষণ কৰিছে। তেখেতে যে সদায় সমবায়ৰ চিন্তা কৰে, তাৰো স্বাক্ষৰ এই লেখাবোৰে বহন কৰে।

তেখেতৰ প্ৰবন্ধ কেইটামানৰ কিছু আভাস ইয়াত দিবলৈ যত্ন কৰা হৈছে।

(১) "Need for efficient Education system in Assam : এই প্ৰবন্ধটো 'The Co-operator' নামৰ সৰ্বভাৰতীয় আলোচনীত প্ৰকাশ হৈছে। Vol XIX No 19. 1st April 1982. এই প্ৰবন্ধত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ যুগৰপৰা যে অসমত অনানুষ্ঠানিক সমবায় সংঘই কাম কৰি আছিল, তাৰ বিস্তাৰিত বিশ্লেষণ দি সমবায়হে যে দুখীয়া দেশৰ উন্নতিৰ একমাত্ৰ সোপান, তাকে ফহিয়াই দেখুৱাইছে। এইটো এটি মূল্যবান প্ৰবন্ধ। সুস্থৰূপত সমবায় আন্দোলন গঢ়ি তোলাত নিজৰ পৰামৰ্শ দি গুৰুত্ব আৰোপ কৰিছে। এই প্ৰবন্ধটো পৰিশিষ্টৰূপে দিয়া হৈছে।

(২) তেখেতৰ আন এটা প্ৰবন্ধ হৈছে—

'The Role of Co-operative movement in Changing conditions.'

এই প্ৰবন্ধটো— The Co-operator আলোচনীত প্ৰকাশ হৈছে। Vol X No 18 March 15th 1973.

সমবায় আন্দোলনটো গঠনমূলক দৃষ্টিভঙ্গীৰে সমালোচনা কৰি ইয়াৰ দোষ-ত্ৰুটি আৰু ভৱিষ্যৎ কৰ্মপন্থা সম্পৰ্কে ইয়াত আলচ কৰিছে। এই প্ৰবন্ধই তেখেতৰ জ্ঞানৰ গভীৰতা আৰু দূৰদৰ্শিতাৰ সম্যক পৰিচয় দাঙি ধৰিছে। এইবোৰ লিখনি সৰ্বভাৰতীয় স্তৰত স্বীকৃত আৰু তাৰ বাবে প্ৰশংসাসূচক অভিমতো লাভ কৰিছে। এই প্ৰবন্ধটো পুনৰ্মুদ্ৰণ কৰা হৈছে। সময়ৰ পৰিবৰ্তনৰ লগে লগে সময়ৰ লগত খাপখাব পৰাকৈ সমবায় অনুষ্ঠানসমূহ পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন হোৱাটো অতি আৱশ্যক বুলি তেখেতে গুৰুত্বসহকাৰে মতামত দাঙি ধৰিছে। এই প্ৰবন্ধৰ ভাষা সৰল আৰু যুক্তিনিষ্ঠ।

(৩) তেখেতৰ আন এটা গুৰুত্বপূৰ্ণ তত্ত্বগধুৰ প্ৰবন্ধ

"Public distribution system through
Consumers' Co-operative".

এই প্ৰবন্ধটো 'Eastern Co-operative Front' নামৰ আলোচনীত ১৯৮১ চনত নৱেম্বৰ সংখ্যাত প্ৰকাশিত।

এই প্ৰবন্ধত নিত্যব্যৱহাৰ্য সামগ্ৰীবোৰৰ গগণচুম্বী মূল্যবৃদ্ধিয়ে জনজীৱনক কেনেকৈ জুৰুলা কৰিছে তাৰ এটা বিশ্লেষণ দাঙি ধৰিছে আৰু ইয়াৰপৰা দুখীয়া কৃষক ৰাইজক কেনেকৈ সকাহ দিব পাৰি তাৰ মূল কথাবোৰ আলোচনা কৰিছে। তেখেতে মত পোষণ কৰে যে গ্ৰাহক সমবায় অনুষ্ঠানৰ জৰিয়তে খাদ্য আৰু লাগতিয়াল সামগ্ৰীবোৰ যোগান ধৰিব পাৰিলে ৰাইজে সকাহ পাব পাৰে। সাধাৰণতে মধ্যস্বত্বভোগী আৰু অসাধু ব্যৱসায়ীসকলে দুখীয়া আৰু হোজা গ্ৰাহকৰপৰা অধিক মূল্য আদায় কৰে

আৰু ঠগে। এই প্ৰবন্ধ ইয়াৰ লগতে ছপা কৰা হৈছে।

চৌধুৰী ডাঙৰীয়াৰ সমবায়ৰ ওপৰত ৰচনা কৰা আন নিবন্ধবোৰ হ'ল—

(১) গ্ৰাহক সুৰক্ষাৰ তাত্ত্বিক দিশৰ অলপ ১৯৮৮ চন

(২) অসমত সমবায় 'সহযাত্ৰী', ১৪ নৱেম্বৰ, ১৯৯৭ চন সহযাত্ৰীৰ সম্পাদকৰ কলমৰপৰা—

অসমৰ সমবায় আন্দোলনৰ অগ্ৰজ কৰ্ণধাৰ, অসম ৰাজ্যিক সমবায় সংঘৰ প্ৰতিষ্ঠাপক উপ-সভাপতি শ্ৰীযুত প্ৰভাত নাৰায়ণ চৌধুৰী ৮০ৰ দেওনা পাৰ হৈছে যদিও অফুৰন্ত কৰ্মপ্ৰেৰণাৰে সমবায়ৰ উদ্যোক্তা, কৰ্মী তথা সভ্যসকলক উদ্দীপনা যোগাই, উপযুক্ত দিহা-পৰামৰ্শ দি এগৰাকী সমবায়ী হিচাপে জীৱনৰ সীমামূৰীয়া সময়ছোৱাৰ সৌষ্ঠৱ বঢ়াই তুলিছে। শ্ৰীচৌধুৰীয়ে এই প্ৰবন্ধত আগবঢ়োৱা পৰামৰ্শাৱলীয়ে বৰ্তমান অসমৰ সমবায় আন্দোলনৰ জীৱন-মৰণ সন্ধিক্ষণত চৰকাৰ, আন্দোলনৰ নেতা আৰু সমবায়ীসকলক সুস্পষ্ট পথৰ সন্ধান দিব।

সম্পাদক
"সহযাত্ৰী"

(৩) 'A Note on Rural credit' Published in Eastern Co-operative front'. November, 1972 issue.

এই প্ৰবন্ধত হোজা খেতিয়কসকলৰ ঋণৰ সমস্যাৰ বিষয়ে তেখেতে গভীৰ আলোচনা আগবঢ়াইছে। ধনী সুদখোৰ মহাজনৰপৰা উচ্চহাৰত ঋণ লৈ আমাৰ কৃষকসকল জুৰুলা হৈ কেতিয়াও কঁকাল পোনাব পৰা নাই, তাৰ বিশ্লেষণ কৰিছে। সমবায় অনুষ্ঠানৰ জৰিয়তে কম সুদত ঋণ দিয়াৰ ব্যৱস্থা কৰিলেহে উপান্ত কৃষকসকল ঋণৰ বোজাৰপৰা ৰক্ষা পাব পাৰে। এই ক্ষেত্ৰত সহজে পাব পৰা ঋণদানৰ ব্যৱস্থা অতি প্ৰয়োজনীয় হৈ উঠিছে।

(৪) ৰাষ্ট্ৰীয় সমবায় নীতি নিৰ্দ্ধাৰক প্ৰস্তাৱ। সহযাত্ৰী ১৯৮৭ চন।

এই প্ৰবন্ধত তেখেতে চৰকাৰৰ কিছুমান কাম চোকা ভাষাৰে সমালোচনা কৰিছে। শ্ৰীচৌধুৰীৰ ভাষাতে কৈছো—

বৰ্তমান চৰকাৰে কাগজে-কলমে আৰু বাতৰিকাকতৰ জৰিয়তে প্ৰচাৰ কৰা ৰাজহুৱা বিতৰণ ব্যৱস্থা ভেকোভাওনা হৈ আছে। এই সকলো বস্তু উৎপাদন হোৱাৰপৰা বিতৰণ কৰালৈকে নিশ্চিত কৰিব পাৰিলেহে ৰাজহুৱা বিতৰণ ব্যৱস্থা সফল হ'ব। তেতিয়াও গ্ৰাহকৰ সজাগতাৰ প্ৰয়োজন, আৰু গ্ৰাহকক জড়িত কৰাৰ বাবে গ্ৰাহক সমবায় আন্দোলন শক্তিশালী কৰি তুলিব লাগিব। সমবায়ৰ সফলতা নিৰ্ভৰ কৰে সংগঠন মজবুত কৰা, সভ্য বেছি সংখ্যক ভৰ্তি কৰি তেওঁলোকৰ সক্ৰিয় সহযোগ লাভ কৰা, মূলধনৰ পুঁজি

টনকিয়াল কৰা, ব্যৱসায়ভিত্তিত সমবায়খন চলোৱাৰ পাৰদৰ্শিতা লাভ কৰা ইত্যাদিৰ ওপৰত। সমবায় কৰ্মীৰ উপযুক্ত প্ৰশিক্ষণ আৰু হিচাপ-নিকাচ শুদ্ধভাৱে ৰাখি দুৰ্নীতিমুক্ত হৈ থাকিলেহে সমবায়খন সফল হ'ব পাৰে।

(৫) 'অসমত সমবায়'ৰ— এই প্ৰবন্ধ প্ৰকাশ হৈছে সদৌ অসম সমবায় বিষয়া সংস্থাৰ ২৭তম্ বাৰ্ষিক অধিবেশনৰ স্মৃতিগ্ৰন্থৰ ১৯৮২ চনত।

এই প্ৰবন্ধত তেখেতে অসমৰ সমবায় সমিতিবোৰৰ বিফলতাৰ কথা আলোচনা কৰি ক্ষোভ প্ৰকাশ কৰিছে। তেখেতৰ ভাষাত— "অসমত গঠন হোৱা ৬৬৪ খন বহুমুখী সমবায় সমিতিৰ শতকৰা ২০খনহে চলি আছে। বাকীবোৰত পয়মাল ঘটিছে। বয়ন সমবায় ১৩০০খন কমিটিৰ মাত্ৰ শতকৰা ১৫খনমানহে চলি আছে। বাকীবোৰ নিষ্ক্ৰিয়। তথাপি ১০/১৯ বছৰ এই সমবায়বোৰ নামত ৰাখি থকা হৈছে। নানা ক্ৰটিৰ বাবে এইবোৰ মৰি গৈছে। তাৰ ব্যৱস্থা আৰু কাৰণ সম্পৰ্কে চৰকাৰ নিৰুদ্বেগ। তিনিবছৰকাল কাম নকৰা সমবায়ৰ মিটিং পাতি তাৰ কোনো ব্যৱস্থা নোলোৱা লোকে উৰ্ধ্বতম সমবায়ৰ সংঘত যাতে বিষয়বাব ল'ব নোৱাৰে, তালৈ লক্ষ্য কৰা কৰ্তব্য।

অসমৰ দৰে পিছপৰা ৰাজ্যত এখন সহজ আৰু সকলোৱে বুজিব পৰা সমবায় আইন লাগে। সমবায়সমূহক চৰকাৰীভাৱে গ্ৰহণ কৰা মূল নীতিৰ লগত ৰজিতা খুৱাই চৰকাৰী হস্তক্ষেপৰপৰা মুক্ত ৰাখিব লাগে। সমবায় চলোৱাৰ বাবে আদৰ্শ আঁচনি কিছুমান প্ৰণয়ন কৰি প্ৰচাৰ কৰিব লাগে।

কো-অপাৰেটিভ ইউনিয়নসমূহৰ নিজা পুঁজি নাই আৰু সকলো ক্ষেত্ৰতে শোচনীয় অৱস্থা। সমবায়ৰ ধ্যান-ধাৰণা আৰু ৰূপ দিয়াত যি ধৰণে বাঞ্ছা কৰা হৈছিল, তাক দিয়াত ব্যৰ্থ হৈছে। কেৱল গতানুগতিকভাৱে এই ইউনিয়ন চলি আছে। বছৰেকীয়া সভাখন পাতি কৰ্তব্য সমাপন কৰাই নিয়মত পৰিণত হৈছে।

৬। কেন্দ্ৰীয় সমবায় বেংক-সমবায় আন্দোলনৰ স্নায়ুকেন্দ্ৰ—

১৯৭৩ চনত শিৱসাগৰৰপৰা প্ৰকাশিত স্মৃতিগ্ৰন্থত প্ৰকাশিত।

এইটো এটা অতি মূল্যবান প্ৰবন্ধ। ইয়াত কেন্দ্ৰীয় সমবায় বেংকৰ যি ভূমিকা, তাক বিতংভাৱে বিশ্লেষণ কৰা হৈছে। "১৯১৮ চনৰপৰা মহকুমাই প্ৰতি একোটা সমবায় বেংক গঠন হ'বলৈ ধৰে। কেইজনমান সমবায়প্ৰেমী লোকৰ যত্নত এই বেংকসমূহ স্থাপিত হয়। ১৯১৮-১৯ চনত নলবাৰীত আৰু তাৰ পাছত বিজনীত এই কেন্দ্ৰীয় সমবায় বেংক গঢ়ি উঠে। কেন্দ্ৰীয় সমবায় বেংক বুলিলে অসমত চলি থকা ৭খন জিলা বেংকৰ ছবি আমাৰ মনলৈ আহে। আচলতে জিলা কেন্দ্ৰীয় সমবায় বেংকৰ পৰিধি বৰ বিশাল।"

(৭) "পূৰ্বভাৰতৰ সমবায় আন্দোলনে আজি বিচাৰে" চৌধুৰীদেৱৰ এটি তাত্ত্বিক নিবন্ধ। এইটো প্ৰকাশ হয় ১৯৮৬ চনত প্ৰকাশিত সদৌ অসম

সমবায় বিষয়া সন্থাৰ ৩০তম অধিবেশনৰ স্মৃতিগ্ৰন্থত।

এই প্ৰবন্ধতো তেখেতে সমবায় আন্দোলনৰ ওপৰত অত্যধিক চৰকাৰী হেঁচাৰ কথা মুক্তভাৱে সমালোচনা কৰিছে। তেখেতে কয়, ইংৰাজৰ শাসন কালতো সমবায় আন্দোলনৰ ওপৰত চৰকাৰী হস্তক্ষেপৰ উদাহৰণ নাই। স্বাধীনতাৰ পৰৱৰ্তী কালত উত্তৰ-পুব অঞ্চলকে ধৰি ভাৰতবৰ্ষৰ সমবায়ৰ ওপৰত অত্যধিক ৰাজনৈতিক প্ৰভাৱ পৰি নিয়মমতে পঞ্জীয়ন হোৱা সমবায় সমিতিয়ে সমবায়ৰ চৰিত্ৰ হেৰুৱাই পেলাইছে"। তেখেতে কৈছে, "অডিত চোৰাংচোৱাৰ কাৰবাৰ নহয়। হিচাপ ৰখাৰ পদ্ধতি শিকোৱাৰ বাবে হিচাপত ঘটা অশুদ্ধি আৰু সংশোধন কৰাৰ বাবে অডিত লাগে। গুৰুতৰ অপৰাধতহে আইনৰ সহায়ত শাস্তিমূলক ব্যৱস্থা ল'ব লাগে। অডিত যেনেকৈ দোষ খোচৰাৰ বাবে হ'ব নালাগে, তেনেকৈ পালমৰা বিধৰো হ'ব নালাগে।'

৮। 'অসমৰ ৰাজ্যিক সমবায় সংঘ আৰু সমবায় আন্দোলন"

এই প্ৰবন্ধটো অসম ৰাজ্যিক সমবায় সংঘৰ ৰূপালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থত ১৯৮২ চনৰ ১২ মাৰ্চত প্ৰকাশিত।

তেখেতৰ নিজৰ ভাষাতে কৈছোঁ—

১৯১৯ চনত যেতিয়া মই অসমৰ মফচলত হোৱা ২য় হাইস্কুল গৰ্ডন হাইস্কুলৰ ছাত্ৰ। নলবাৰীত, য'ত আগেয়ে ১৯০৪ চনত কো-অপাৰেটিভ ক্ৰেডিট এক্ট মতে গাৱঁলীয়া বেংক আৰম্ভ হৈছিল, পাছত ১৯১২ চনত কো-অপাৰেটিভ এক্ট মতে অসমৰ অন্যতম পুৰণি নলবাৰী কো-অপাৰেটিভ উইভিং ছ'ছাইটি, বাস্কা এড়ি সমবায় সমিতি, নলবাৰীৰ সমবায় ৰাইজৰ দোকান, সমবায় ধানকলৰ প্ৰস্তুতি হৈছিল, তাতে ৰাইজৰ উৎসাহ-উদ্দীপনাৰ মাজত সমবায়সেৱীসকলে সদৰ ঠাইৰ বাহিৰত নলবাৰী চেন্ট্ৰেল কো-অপাৰেটিভ বেংক লি. গঠন কৰিলে। চেন্ট্ৰেল বেংকৰ চেয়াৰমেন, পাছত কো-অপাৰেটিভ অনাৰেৰী অৰ্গেনাইজাৰ আৰু এড্‌ভাইছাৰ, পিতৃদেৱ স্বৰ্গীয় প্ৰতাপনাৰায়ণ চৌধুৰীৰ ওচৰলৈ অসংখ মানুহৰ সমাগম হোৱা দেখিছিলোঁ। তেতিয়াৰপৰাই সমবায় আৰু সমাজসেৱাত আত্মনিয়োগ কৰাৰ প্ৰবল ইচ্ছা মোৰ মনত জন্মে। আজিও তাতে ব্ৰতী হৈ আছো।"

কলেজীয়া শিক্ষা সাং কৰি বি.এ. ডিগ্ৰী লৈ, যাচি দিয়া চাকৰিৰ কথা চিন্তা নকৰি ১৯৩৫ চনত নলবাৰী চেন্ট্ৰেল বেংক লি.ৰ চেয়াৰমেন নিৰ্বাচিত হওঁ আৰু ১৯৩৮ চনত কো-অপাৰেটিভ অৰ্গেনাইজাৰ নিযুক্ত হৈ সমাজসেৱাৰ কামত আৰু সমবায় অনুষ্ঠান গঢ়াত আত্মনিয়োগ কৰোঁ। ১৯৪৮ চনৰ ২৮ ডিচেম্বৰত ছিলং গেৰিছন থিয়েটাৰত তেতিয়াৰ মুখ্যমন্ত্ৰী স্বনামধন্য লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠিত হোৱা অসমৰ সমবায়ৰ শীৰ্ষ অনুষ্ঠানৰ প্ৰাৰম্ভিক সভাতময়ো এজন প্ৰতিষ্ঠাতা সদস্য।

তেতিয়াৰেপৰা মই এপেক্স বেংকৰ লগত জড়িত হৈ আছোঁ। আজিও মোৰ সম্পৰ্ক মধুৰ। অসম কো-অপাৰেটিভ চেণ্ট্ৰেল লেণ্ড্ মৰ্গেজ বেংকৰ সভাপতি সমবায়মন্ত্ৰী, তেতিয়া ১৯৬০ চনত মই ভাইচ ছেয়াৰমেন আৰু ১৯৬২ৰপৰা ১৯৬৭ চনলৈ প্ৰথম বেচৰকাৰী চেয়াৰমেন নিৰ্বাচিত হওঁ।"

তেখেতে এই বেংকৰ কাৰিকৰী দোষ-ত্ৰুটিবোৰ ভালদৰে বিশ্লেষণ কৰি তাৰ নিৰাময়ৰ ব্যৱস্থাৰো পৰামৰ্শ আগবঢ়াইছে।

তেখেতৰ ভাষাত ঃ "মই অসম ষ্টেট কো-অপাৰেটিভ ইউনিয়নৰ ভাইচ প্ৰেছিডেণ্ট আছিলোঁ। প্ৰেছিডেণ্ট মাননীয় ৰবীন কাকতিদেৱ। মাজে মাজে প্ৰেছিডেণ্টৰ কাম কৰাৰ দায়িত্বও মোক দিছিল।"

তেখেত জয়সাগৰত থকা সমবায় প্ৰশিক্ষণ অনুষ্ঠানৰ লগতো নিবিড় ভাৱে জড়িত আছিল। এই অনুষ্ঠানবোৰৰ কথা তেখেতে অতি আনন্দেৰে স্মৰণ কৰে আৰু গৌৰৱবোধ কৰে।

(৯) 'অসমত কৃষি উন্নয়নত সমবায়ৰ অৰ্থনৈতিক ভূমিকা"

শিলপুখুৰী গ্ৰাহক সমবায় লি.ৰদ্বাৰা প্ৰকাশিত, স্মৃতিগ্ৰন্থত ১৯৯০ চন।

অসমৰ কৃষিৰ উন্নতিৰ ক্ষেত্ৰত সমবায় অনুষ্ঠানে আমাক কিদৰে সহায় কৰিছিল আৰু আজিও কৰি আছে, তাৰ থূলমূল আলোচনা এই প্ৰবন্ধত চৌধুৰীদেৱে কৰিছে। তেখেতৰ ভাষাত— "ভাৰতবৰ্ষত ঋকবেদত সমবায় আৰু সমাজ বুজোৱা 'যম' শব্দৰ উল্লেখৰ কথালৈ নগ'লেও ভাৰতৰ উত্তৰ পূব প্ৰান্তত পাঁচশ বছৰ পূৰ্বে আজিৰ অসমীয়া জাতিটোৰ গঠনৰ প্ৰক্ৰিয়া আৰম্ভ হওঁতে বাৰী পাতি গাঁও পাতি, সমাজ পাতি মানুহে বাস কৰিবলৈ লৈছিল। তেতিয়াই গাৱঁত সকলো মানুহে লগ লাগি প্ৰত্যেক পৰিয়ালৰ খেতিৰ মাটি চহোৱা, মাছ মৰা, বনৰীয়া জন্তুৰ আক্ৰমণৰ বিৰুদ্ধে পাল পাতি পথাৰৰ শস্য ৰখা আৰু খেতি চপোৱা কাম সহজসাধ্য কৰিছিল যাক সাউৰি প্ৰথা বুলিছিল। আনকি বিয়া-বাৰুতো গঁওলাই লগ লাগি সকলো কাম সমাধা কৰিছিল। এইটোৱেই সমবায়ৰ অন্তৰ্নিহিত কথা। ঠায়ে ঠায়ে সমূহীয়া ভঁৰালো আছিল। ইংলেণ্ডত সমবায় শ্ৰমিক আন্দোলন হিচাপে গঢ় লৈ উঠিছিল। ভাৰতবৰ্ষৰ দৰে কৃষিপ্ৰধান দুখীয়া দেশত সমবায় অতীব প্ৰয়োজনীয় অনুষ্ঠান।"

এঠাইত তেখেতে উল্লেখ কৰিছে— "অসমত যিসকলক কৃষক আখ্যা দিয়া হয়, তেওঁলোকৰ মাজত কৃষিমানসিকতা লোপ পাইছে। ৩০০০ মানুহ থকা গাঁও এখনত শতকৰা ৮ জন মানুহে কৃষি কাম কৰে। তাৰ ভিতৰত যুৱকৰ সংখ্যা অতি কম।....... অসমত খাদ্য সামগ্ৰীৰ ছবিখন এনেকুৱা। প্ৰায় সকলো খাদ্যবস্তু দালি, আটা, ময়দা, আলু, পিঁয়াজ, মিঠাতেল, মচলা, ফলমূল শতকৰা ৭০ ভাগ অন্য ৰাজ্যৰপৰা আহে। বাচমতি, পৰিমল চাউল

বাহিৰৰপৰা আহে। আনকি মাছো অন্য ৰাজ্যৰপৰা আমদানি হৈ আছে।

মুঠৰ ওপৰত অৰ্থনৈতিক হিচাপে দুৰ্বল, শ্ৰমবিমুখ অসমখনত সমবায়ৰ ক্ষেত্ৰ অফুৰন্ত, তাক ভালকৈ চাই আবাদ কৰিলে উৎপন্ন বিষয়ত অসম এখন শক্তিশালী ৰাজ্য হ'ব পাৰে। পৰ্যাপ্ত উৎপাদন নহ'লে আন্দোলনৰদ্বাৰা আমাৰ দেশৰ অস্তিত্ব ৰক্ষা নপৰে।"

(১০) 'অসমত সমবায় আন্দোলন', ১৯৭১ চনত স্মৃতিগ্ৰন্থত প্ৰকাশিত। ৰাজ্যিক সমবায় সংঘৰ আলোচনা চক্ৰ'।

"আমাৰ দেশত প্ৰয়োজনভিত্তিক সমবায় অনুষ্ঠান গঢ়া হৈছিল। ২য় মহাযুদ্ধৰ সময়ত সকলো বস্তুৰ নিয়ন্ত্ৰণ হোৱাত নিয়ন্ত্ৰিত মূল্যত বস্তু পাবলৈ অসমত গ্ৰাহক সমবায়বোৰ স্বতঃস্ফূৰ্তভাৱে গা-কৰি উঠিছিল আৰু তাৰপৰা সদস্যসকলৰ উপকাৰো হৈছিল, কিন্তু নিয়ন্ত্ৰণ উঠি যোৱাৰ পাছত সমবায়বোৰে লোকচান ভৰিব লগা হ'ল আৰু লাহে লাহে সেই সমবায়বোৰৰ অকালমৃত্যু হ'ল। ঋণদান সমিতিবোৰো তেনেকৈয়ে গঢ়ি উঠিল, কিন্তু সেইবোৰো অচল হৈ পৰিল। তাৰ পাছত আহিল সেৱা সমিতিবোৰ। গাওঁ-পঞ্চায়ত এলেকাই প্ৰতি সেৱা-সমিতি থাকিব লাগে। এই সমিতিবোৰে কিছুমান ঠাইত কাম কৰি আছে।"

তেখেতে সমবায় অনুষ্ঠানত চৰকাৰী হস্তক্ষেপ বেছি নোহোৱাৰ সপক্ষে মত পোষণ কৰে আৰু তাৰ যুক্তিবোৰ ফহিয়াই দেখুৱাইছে এই প্ৰবন্ধত। "সমবায় পঞ্জীয়ক নিয়োগৰ ক্ষেত্ৰতো অসমৰ নীতি ভাৰতৰ অইন ঠাইৰ নীতিৰ দৰে অনুকূল নহয়। পঞ্জীয়কসকল দক্ষ আৰু সমবায়প্ৰেমী হোৱা বাঞ্ছনীয়। পালমৰা বিধৰ সোপাটিলা নীতিৰে কাম চলালে সমবায় বিভাগ দুৰ্বলহে হ'ব। এটা শুদ্ধ নীতি গ্ৰহণ কৰিব লাগে। অসমত সমবায় সংঘও দুৰ্বল হৈছে। শক্তিশালী আন্দোলন গঢ়ি তোলাৰ কাৰণে সমবায় সংঘই নেতৃত্ব দিব পৰা নাই। অসমত সমবায়ৰ এটা উজ্জ্বল ভৱিষ্যৎ আছে, আৰু ইয়াক লাভ কৰিব লাগিব ত্যাগ আৰু অধ্যৱসায়ৰ জৰিয়তে।

চৌধুৰীদেৱে সমবায়ক জীৱনৰ এটা লক্ষ্য হিচাপে গ্ৰহণ কৰি তাক হাতে কামে ব্যৱহাৰিক জীৱনত প্ৰয়োগ কৰিবলৈ আপ্ৰাণ যত্ন কৰিছিল আৰু লিখনিৰ জৰিয়তে তাৰ তাত্ত্বিক দিশ প্ৰচাৰ কৰিছিল।

১৯৭৩ চনত অনুষ্ঠিত অসম কো. অ. এপেক্স বেংক লিমিটেডৰ ৰূপালী জয়ন্তী মহোৎসৱৰ মূল সভাৰ সভাপতি আছিল মাননীয় শ্ৰীযুত প্ৰভাতনাৰায়ণ চৌধুৰীদেৱ। এই উপলক্ষে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থত চৌধুৰীয়ে "সমবায়ৰ ক, খ" নামেৰে এটি তত্ত্বগধুৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল।

(১১) "সমবায়ৰ ক খ"

চৌধুৰীৰ মতে "সমবায় এটা জীৱন ধাৰা।" "Co-operativve is a

way of life and living." এই প্ৰবন্ধত তেখেতে উল্লেখ কৰিছে— "এতিয়া আমাৰ সমাজত ল'ৰা-বুঢ়া সকলোৰে মাজত সমাজবাদৰ খলকনি উঠিছে। মেল, মিটিং, খেলা-ধুলা, উঠা-বহা সকলোতে কেৱল সমাজবাদৰ কথা। সমাজবাদ মানুহৰ এক প্ৰকাৰৰ বিশ্বাসৰ মাজেদি হোৱা কথা। সমাজবাদৰ সাধাৰণ পদ্ধতি দুটা : এটা বাধ্যবাধকতাৰ মাজেদি সমাজবাদ প্ৰতিষ্ঠা চীন, ৰুছিয়া, বুলগেৰিয়া, পোলেণ্ড, ৰুমানিয়া আদিৰ দৰে, আনটো গণতান্ত্ৰিক পদ্ধতি। আমি এই দুটাৰ মাজৰপৰা এটা বাছি উলিয়াব লাগিব। আমি আমাৰ দেশত গণতান্ত্ৰিক পদ্ধতি বাছি লৈ সংবিধান ৰচনা কৰিছোঁ। গণতান্ত্ৰিক পদ্ধতিৰ মাজেদি গতি কৰি আমি সমাজবাদ প্ৰতিষ্ঠা কৰিব লাগিব। গণতন্ত্ৰত এই কথা বৰ সুন্দৰ, কিন্তু কাৰ্যকাৰিতাত ই বৰ কষ্টসাধ্য আৰু ব্যয়বহুল। আমাৰ ৰাষ্ট্ৰ ইয়াক ৰূপায়ণ কৰাত দৃঢ় প্ৰতিজ্ঞ। ইয়াৰ শুদ্ধ মন্ত্ৰ হ'ল, যৌথভাৱে মিলিত হৈ কাম কৰা। এয়ে আমাৰ সমবায় পদ্ধতি। ব্যক্তিৰ স্বাতন্ত্ৰ্য ৰক্ষা কৰি সমষ্টিগত হিচাপে অৰ্থনৈতিক সকলো কাম সমাধা কৰাই সমবায়ৰ লক্ষ্য।

(১২) "গ্ৰাহক সুৰক্ষাৰ তাত্ত্বিক দিশৰ অলপ"

এই প্ৰবন্ধটো ১৯৮৭ চনত দক্ষিণ শৰণীয়া গ্ৰাহক সমবায় ভাণ্ডাৰ লি ৰ স্মৰণিকাত প্ৰকাশিত।

এই প্ৰবন্ধত গ্ৰাহকৰ স্বাৰ্থ সুৰক্ষাৰ ওপৰত তেখেতৰ মন্তব্য প্ৰকাশ কৰিছে। "গ্ৰাহকসকল লগ লাগি গ্ৰাহক সমবায় সমিতি বা গ্ৰাহকৰ মাল যোগানৰ দায়িত্ব থকা বহুমুখী সমবায় সমিতি গঠন কৰি লোৱাটো অপৰিহাৰ্য। এই সমিতিয়ে ভেজাল বস্তু বিক্ৰী কৰিব নোৱাৰে। কম ওজনত বস্তু দিব নোৱাৰে, নিৰিখতকৈ বেছি লাভ ল'ব নোৱাৰে। সমবায় সমিতিৰ সদস্যসকল সজাগ প্ৰহৰী হৈ থাকিব লাগে, যাতে কোনেও দুৰ্নীতিৰ আশ্ৰয় ল'ব নোৱাৰে। অতি প্ৰয়োজনীয় কথা হ'ল, সমজুৱাসকলৰ আনুগত্য। সদায় নিজৰ সমবায়খনৰপৰা মাল কিনিব লাগে। সমবায়ৰ মাহাত্ম্য বহুতো, আৰু তাৰ ভিতৰত গ্ৰাহক সমবায়ে এটি উৎকৃষ্ট ভূমিকা ল'ব পাৰে। গ্ৰাহক সমবায় সমিতি চাৰিওপিনে গঢ়ি তুলিব পাৰিলে আৰু শক্তিশালী কৰিব পাৰিলে এটা নতুন যুগৰ সৃষ্টি হ'ব।"

(১২) "সমবায়ৰ প্ৰতি সমজুৱাৰ মানসিকতাৰ প্ৰয়োজন।"

এই প্ৰবন্ধটো ১৯৮৮ চনৰ জুলাই মাহত সদৌ অসম সমবায় বিষয়া সন্থাৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত। এই প্ৰবন্ধত সমবায়ৰ মূল নীতিবোৰ ব্যাখ্যা কৰাৰ উপৰিও তেখেতে ক'ব বিচাৰে যে সমবায়ৰ মনোভাব কাৰো ওপৰত ওপৰৰপৰা জাপি দিয়া পদ্ধতি নহয়। কিন্তু দুখীয়া কৃষকৰ মনত সমবায় মনোভাব জাগ্ৰত কৰাটো চৰকাৰ আৰু শিক্ষিত লোকৰ কৰ্তব্য।

পুঁজিপতিসকলে সমবায় নিবিচাৰে। সেইবাবে এই ক্ষেত্ৰত অৰ্থনৈতিকভাৱে দুৰ্বল শ্ৰেণীটোকহে প্ৰধানকৈ জড়িত কৰাটো যুগুত।

কৃষক আৰু শ্ৰমিকক সংগঠিত কৰাটো ৰাইজ আৰু চৰকাৰৰ কৰ্তব্য।

(১৩) সমবায় আন্দোলনৰ বেচৰকাৰী নেতৃত্ব, বিভিন্ন স্তৰৰ সমবায় সংঘ বনাম তথাকথিত কো-অপাৰেটিভ কাউন্সিল।

এই প্ৰবন্ধ ১৯৮৯ চনত প্ৰকাশিত। ৰাজ্যিক পৰ্যায়ৰ সমবায় আলোচনা চক্ৰৰ স্মৃতিগ্ৰন্থ, ১৯৮৯ চন।

তেখেতৰ ভাষাত— "ভাৰতবৰ্ষত একোটা চৰকাৰী সমবায় বিভাগ কেন্দ্ৰ আৰু ৰাজ্যসমূহত আছে। সমবায় পঞ্জীয়ন, চামিলকৰণ, পৃথকীকৰণ, হিচাপ পৰীক্ষণ আদি সম্পূৰ্ণ কাম চৰকাৰী বিভাগৰ ওপৰত; তথাপি জনসাধাৰণৰ মাজত সমবায় মানসিকতা সৃষ্টিৰ কাম সম্পূৰ্ণ হৈ নুঠাত সমবায় সংঘসমূহে ঈপ্সিত হিচাপে কামত আগবাঢ়িব পৰা নাই। সমবায় সংঘ আৰু সমবায় সমিতিসমূহ পৰস্পৰে পৰস্পৰৰ মাজত ঘনিষ্ঠভাৱে সম্পৰ্ক থাকিবলগীয়া অনুষ্ঠান।" "ভাৰতৰ শতকৰা ৬০/৭০ ভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত থকা। জনশক্তি, ভূমি আৰু পানীৰ প্ৰাচুৰ্য থকা দেশ এখনত সমবায় একমাত্ৰ ব্যৱস্থা।"

'সমবায় সমিতি পৰিচালনাৰ ৰূপৰেখা' নামৰ গ্ৰন্থ এখন শ্ৰীগোলোক চন্দ্ৰ দত্তই প্ৰণয়ন কৰে। তেখেত সমবায় সমিতিৰ যুটীয়া পঞ্জীয়ক। ১৯৯০ চনত অসম ৰাজ্যিক সমবায় সংঘই গুৱাহাটীৰপৰা প্ৰকাশ কৰা এই পুথিখন মাননীয় শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক শ্ৰদ্ধা জনাই তেখেতৰ নামত নিবেদন কৰে।

অৰ্পণ

এই শতিকাৰ কুৰিৰ দশকৰপৰা চল্লিছৰ দশকলৈ সমবায় সমিতিৰ সংগঠনত আৰু তাৰ প্ৰসাৰৰ বাবে যত্ন কৰিছিল নলবাৰীৰ ৰায়চাহাব প্ৰতাপ নাৰায়ণ চৌধুৰী ডাঙৰীয়াই। তেখেতে নলবাৰী কেন্দ্ৰীয় সমবায় বেংক লি. প্ৰতিষ্ঠা কৰাত ঘাই উদ্যোক্তা আছিল। তেখেতৰ পুত্ৰ শ্ৰীযুত প্ৰভাতনাৰায়ণ চৌধুৰীয়ে এই শতিকাৰ ত্ৰিশৰ দশকৰপৰা আজিলৈ নিৰবিছিন্নভাৱে লাগি আছে সমবায়ৰ যোগেদি গ্ৰামীন অৰ্থনীতিৰ উন্নতি সাধনৰ বাবে। তেখেতক শ্ৰদ্ধা জনাই এই পুথি তেখেতৰ নামত নিবেদন কৰা হ'ল।

১৯৯০ চন প্ৰণেতা

গোলোক চন্দ্ৰ দত্ত

ওপৰত আলোচনা কৰা প্ৰবন্ধৰ বাহিৰেও বহু প্ৰবন্ধ তেখেতে লিখি প্ৰকাশ কৰিছিল, কিন্তু সংৰক্ষণৰ অভাৱত আৰু ঘৰ সলনি কৰাৰ বাবে প্ৰবন্ধবোৰ সংগ্ৰহ কৰিব পৰা নহ'ল। এই প্ৰবন্ধসমূহৰপৰা তেখেতৰ

সমবায়ৰ যি গভীৰ জ্ঞান, আস্থা আৰু বিশ্বাস, তাক সহজে অনুমান কৰিব পাৰি।

সমবায়ৰ বাহিৰেও তেখেতে বিভিন্ন প্ৰবন্ধ ৰচনা কৰিছে।

১। নলবাৰী সম্পৰ্কে দুআষাৰ,

২। নলবাৰীত শ্ৰীকৃষ্ণৰ ৰাস মহোৎসৱ,

৩। পকোৱা আৰু বৰনৰ্দিক মই যিদৰে জানো,

৪। আমাৰ দেশ আৰু আমি,

৫। নলবাৰী, ৰাসোৎসৱ আৰু নলবাৰী হৰিমন্দিৰ,

৬। নলবাৰী কলেজ সম্পৰ্কে,

৭। নলবাৰী গৰ্ডন স্কুল সম্পৰ্কে,

৮। নলবাৰী সংস্কৃত কলেজ,

৯। নলবাৰী আৰু ৰেডক্ৰছ।

এই প্ৰবন্ধসমূহত বহুত মূল্যবান তথ্য আৰু সমল আছে। এইবোৰৰ সহায়ত নলবাৰীৰ বুৰঞ্জী ৰচিত হ'ব পাৰে। তেখেতৰ প্ৰবন্ধসমূহৰ নিৰ্বাচিত সংকলন হ'লে, তাৰ স্থায়ী মূল্য সদায় থাকিব। শ্ৰীচিৰঞ্জীৱ জৈনৰ ভাষাত— "চৌধুৰীৰ ভাষাত লালিত্য আৰু ব্যঞ্জনাৰ পৰিবৰ্তে পোনপটীয়া বিশ্লেষণধৰ্মী প্ৰৱণতা দৃষ্টিগোচৰ হয়। মাজে মাজে বিষয়বস্তু স্পষ্ট কৰাৰ বাবে তেখেতে ফকৰা-যোজনা আদিৰো আশ্ৰয় লৈছে। প্ৰবন্ধসমূহত সৃজনধৰ্মী আবেদন আৰোপিত কৰাৰ পৰিবৰ্তে এইবোৰক আমি সমবায় আন্দোলনৰ অগ্ৰগতি আৰু বিফলতাৰ দলিল বুলি অভিহিত কৰিব পাৰোঁ।"

অধ্যাপক শ্ৰীচিৰঞ্জীৱ জৈন ডাঙৰীয়াই শ্ৰীচৌধুৰীদেৱৰ প্ৰবন্ধবোৰৰ সমীক্ষা এটা প্ৰকাশ কৰিছে।

## ১৬. নলবাৰী আৰবান সমবায় বেংক আৰু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী

৮০ বছৰ অতিক্ৰম কৰা শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী এতিয়াও সমাজৰ কাম-কাজ কৰাত উৎসাহী হৈ আছে, তাৰ জ্বলন্ত স্বাক্ষৰ নলবাৰী আৰবান সমবায় বেংক লি.। তেখেতে ভাৰতৰ বহু ঠাই ভ্ৰমণ কৰি সমবায় অনুষ্ঠানৰ লগত নিবিড়ভাৱে পৰিচিত হৈছে। ভাৰতৰ মহাৰাষ্ট্ৰ, কৰ্ণাটক আদি ৰাজ্যত ষ্টেট বেংক বা অন্যান্য জাতীয়কৰণ কৰা বেংক থকা সত্ত্বেও তাত বহুতো আৰবান বেংক থকা দেখি আহিছে। আমাৰ অসমতো গুৱাহাটীত আৰবান সমবায় বেংক আছে। এইবোৰ অভিজ্ঞতা লৈ তেখেতে নলবাৰী চহৰতো আৰবান সমবায় বেংক এটি স্থাপনত আগভাগ লয়। তেখেতে ১৯৮২ চনতে নলবাৰীত এনে বেংক এটি স্থাপন কৰাৰ সপোন দেখে। তেতিয়া এইটো তেখেতৰ একক প্ৰচেষ্টা। তেখেতৰ এই সপোন বাস্তৱায়িত কৰাৰ বাবে

তেখেতে অসম চৰকাৰ আৰু বিভাগীয় কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰে। এই সন্দৰ্ভত তেখেতে ২/১/৮৪ চনত স্থানীয় সমবায় সমিতিৰ সহকাৰী পঞ্জীয়কৰপৰা পৰামৰ্শ বিচাৰি চিঠি লিখিছিল আৰু ৩/৪/৮৪ তাৰিখে অসমৰ সমবায় সমিতিসমূহৰ পঞ্জীয়ক মহোদয়লৈ এই বেংক গঠনৰ বাবে এটি প্ৰস্তাৱ আগবঢ়াইছিল। তাৰ পাছৰপৰা তেখেতে লিখা-লিখি কৰি থাকে। ইয়াৰ পাছত চৌধুৰীদেৱে ৫৪ জন উদ্যোক্তাৰ চহী সংগ্ৰহ কৰি নীতিগতভাৱে বিভাগৰ ওচৰত এখন দৰ্খাস্ত দিয়ে। ৰিজাৰ্ভ বেংক অৱ ইণ্ডিয়াৰ লগত এই বিষয়ে যোগাযোগ কৰাত বিভাগীয় বিষয়াই ১৯৮৬ চনত স্থানীয় সহকাৰী পঞ্জীয়কলৈ পৰামৰ্শ আগবঢ়ায়। ইয়াৰ পাছত ১২/৯/৮৭ তাৰিখে সমবায় সমিতিসমূহৰ পঞ্জীয়ক শ্ৰীঅৰণী মাধৱ বৰুৱাই এখন ব্যক্তিগত চিঠি দি নলবাৰীৰ সমবায় বিষয়া শ্ৰীগোকুল ডেকাক মাতি নি এটা ফাইল আগবঢ়াই দি নলবাৰী আৰবান বেংক স্থাপনৰ বাবে এটা ছাৰ্ভে ৰিপ'ৰ্ট সোনকালে দাখিল কৰিবলৈ কয়। শ্ৰীঅৰণী মাধৱ বৰুৱায়ো শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক সমীহ কৰি চলে। সেইবাবে ছাৰ্ভে ৰিপ'ৰ্টটো বেংক স্থাপনৰ অনুকূল হোৱাটো বৰুৱাই বিচাৰে। এই কথাই প্ৰমাণ কৰে যে অসমৰ সমবায় বিভাগৰ বিষয়া-কৰ্মচাৰীসকলেও চৌধুৰীদেৱক যথেষ্ট শ্ৰদ্ধা ভক্তি কৰে। কামত হেমাহি কৰিলে বেয়া পাব বুলিও ভাবে। শ্ৰীগোকুল ডেকাই চৌধুৰীদেৱৰ লগত যোগাযোগ কৰি আৰু তেখেতৰ পৰামৰ্শমতে বহু কষ্ট কৰি ছাৰ্ভে ৰিপ'ৰ্ট তৈয়াৰ কৰে। চৌধুৰীৰ ঘৰতে বেংক প্ৰতিষ্ঠাৰ প্ৰাৰম্ভিক চিন্তা-চৰ্চা আৰু বিভিন্ন কাম-কাজ চলিছিল। এই বিষয়ে চৌধুৰী আহবায়কৰূপে থাকি ১/৬/৮৯ তাৰিখে টাউন এম্. ভি. স্কুলত আৰু ১৪/৬/৮৯ তাৰিখে আবৰ্ত ভৱনত আৰু সমবায় সংঘৰ অফিচত উদ্যোক্তাসকলৰ সভা বহিছিল। তেতিয়া চৌধুৰীক সভাপতিৰূপে ৰাখি অনানুষ্ঠানিক কামবোৰ কৰা হৈছিল আৰু এখন প্ৰস্তুতি কমিটিও কৰা হৈছিল। বহুতে এইটো চৌধুৰীৰ অলীক কল্পনা বুলিও ভাবিছিল! চৌধুৰীদেৱৰ তাগিদাত পৰি বা নিজৰ দায়িত্ব বুলি সমবায় বিভাগৰ কেইবাজনো উচ্চপদস্থ বিষয়াই কামত সহায় কৰিছিল। তাৰে ভিতৰত বৰ্তমান বেংকৰ মেনেজিং ডাইৰেক্টৰ শ্ৰীগোলোক চন্দ্ৰ দত্ত, উপ-পঞ্জীয়ক শ্ৰীবিশ্বজিৎ দাস আদি অন্যতম। ইয়াৰ উপৰিও স্থানীয় কেইবাজনো নেতৃস্থানীয় লোকে বেংক গঠনত সহায়তা আগবঢ়াইছিল।

বেংকৰ প্ৰাৰম্ভিক সাধাৰণ সভা অনুষ্ঠিত হয় ১৫/৫/৯০ তাৰিখে আৰু ২৫/৫/৯০ তাৰিখে বিভাগীয় নিয়ম অনুসৰি বেংক পঞ্জীয়নভুক্ত হয়। প্ৰাৰম্ভিক সভাত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী সভাপতি আৰু শ্ৰীগোকুল ডেকা সাধাৰণ সম্পাদক নিৰ্বাচিত হয়।

মহেন্দ্ৰনাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ত অনুষ্ঠিত সভাত

চৌধুৰীদেৱে এটি অতি আবেগিক আৰু সাৰগৰ্ভ ভাষণ দি কৈছিল, "মই এটি সপোন দেখিছিলো, নলবাৰীত এটা আৰবান বেংক প্ৰতিষ্ঠাৰ। এই সপোন আজি দিঠকত ৰূপায়িত হোৱাত মই আনন্দত অভিভূত হৈছো। এই বেংক কাৰো ব্যক্তিগত সম্পত্তি নহয়। এই বেংক অংশীদাৰ আৰু ৰাইজৰ আদৰৰ অনুষ্ঠান। এইটো আমাৰ বেংক, ৰাইজৰ নিজা বেংক। ইয়াৰ উন্নতিৰ বাবে সকলোৱে সক্ৰিয় সহযোগ আগবঢ়াব লাগে।"

৫৪ জন সদস্যেৰে আৰম্ভ হোৱা বেংকৰ ১৯৯৮ চনত সদস্য সংখ্যা চাৰি হাজাৰৰো ওপৰ হৈছেগৈ। কৰ্মচাৰীও প্ৰায় ২০ জনমান হ'ব। সমবায়ৰ বিভিন্ন কামত সততে লাগি থকা চৌধুৰীদেৱক ১০।৭।৮৮ তাৰিখে কটন কলেজৰ বিষ্ণুৰাভা প্ৰেক্ষাগৃহত বিপুল সম্বৰ্দ্ধনা জ্ঞাপন কৰা হয়। তাত বহুতো লোকৰ সমাবেশ হৈছিল, সম্বৰ্দ্ধনাৰ উত্তৰ হিচাপে চৌধুৰীয়ে কৈছিল, "অৰ্থনৈতিক ক্ষেত্ৰত ৰাইজক সকাহ দিব পৰা, দৰিদ্ৰ জনগণক আনন্দ দিব পৰা একমাত্ৰ অনুষ্ঠান হৈছে সমবায় অনুষ্ঠান। ধনী-দুখীয়াৰ প্ৰভেদ দূৰ কৰা, সমাজক শোষণমুক্ত কৰা একমাত্ৰ আৰ্থিক অনুষ্ঠান সমবায় আন্দোলনত আমি সকলোৱে জঁপিয়াই পৰিব লাগিব। তেহে আমাৰ দুখীয়া শ্ৰেণীৰ ৰাইজ বাচি থাকিব, দেশৰ মঙ্গল হ'ব।" আজি আৰবান বেংকৰ কলেবৰ বৃদ্ধি হৈছে। চৌধুৰীদেৱ কেইবাবছৰো ইয়াৰ সভাপতি আছিল। এতিয়াও বেংকৰ খবৰ-বাতৰি ৰাখে।

১৯৯২ চনৰ ৯ মে তাৰিখে মাননীয় শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীক নলবাৰীত ৰাজহুৱা সম্বৰ্দ্ধনা দিয়া হয়। সিদিনা এটি বৰ্ণাঢ্য শোভাযাত্ৰা কৰি চৌধুৰীক নিজ বাসভৱনৰপৰা মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়ত অনুষ্ঠিত সভালৈ গায়ন-বায়নসহ আদৰি অনা হয়। এই সম্বৰ্দ্ধনা সভাৰ সভাপতি আছিল নলবাৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ শ্ৰীজগন্নাথ চক্ৰবৰ্তী আৰু সাধাৰণ সম্পাদক আছিল অধ্যাপক হেমন্ত কুমাৰ দত্ত। ইয়াৰ লগতে এখনি সম্বৰ্দ্ধনা গ্ৰন্থ প্ৰকাশ কৰি চৌধুৰীদেৱৰ হাতত অৰ্পণ কৰা হয়। নলবাৰীৰ সকলো শিক্ষানুষ্ঠান তথা সমাজসেৱী অনুষ্ঠানে ইয়াত যোগ দি চৌধুৰীক সম্বৰ্দ্ধনা জ্ঞাপন কৰে। সিদিনাৰ সভাত কেইবাহাজাৰো লোক উপস্থিত হৈছিল। নলবাৰীৰ ৰাইজৰ মাজত যে চৌধুৰী কিমান জনপ্ৰিয়, তাক সকলোৱে সিদিনা উপলব্ধি কৰিছে। তাৰ কেইবছৰমান আগতে নলবাৰী সাহিত্য সমাজেও লোকসেৱক, সমাজকৰ্মী চৌধুৰীক সম্বৰ্দ্ধনা জ্ঞাপন কৰিছিল।

## ১৭. শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ ৰাজনৈতিক জীৱন

**এজন ব্যক্তিৰ দীঘলীয়া সমাজজীৱনৰ নিৰ্মোহ বিশ্লেষণ আৰু নিৰ্ভুল**

সমীক্ষা অতি দুৰূহ কাম। তদুপৰি ব্যক্তিজনৰ জীৱন্তকালতে তেনে সমীক্ষা আৰু বেছি দুৰূহ। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ সমাজজীৱন তথা ৰাজনৈতিক মূল্যায়ন অতি কঠিন কাম। ১৯৩৩ চনৰপৰা ১৯৯৮ চনলৈ মুঠ ৬৫ বছৰ তেখেত সামাজিক আৰু ৰাজনৈতিক কামত নিয়োজিত। এনে এটি দীঘলীয়া জীৱনত তেখেতে সম্পাদন কৰা কাম-কাজৰ নিৰ্ভুল খতিয়ান আৰু সমীক্ষা কৰাত ভালেমান অসুবিধাৰ সম্মুখীন হ'ব লগা হয়। ১৯৩৩ চনত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত সহজে এটা ভাল চৰকাৰী কামত তেখেত নিয়োজিত হ'ব পাৰিলেহেঁতেন, কিন্তু তেখেত পৰাধীন চৰকাৰী কাম কৰাত ইচ্ছুক নাছিল। তেখেতে "মোৰ আদৰ্শ" নামৰ এটি প্ৰবন্ধত এনেদৰে উল্লেখ কৰিছে— "পিতৃদেৱ স্বৰ্গীয় ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰী আছিল আমাৰ জীৱনৰ পথপ্ৰদৰ্শক। বাহিৰৰপৰা পুস্তক অধ্যয়নৰপৰা আহৰণ কৰা আদৰ্শতকৈ আমাৰ জীৱন বেছিকৈ প্ৰভাৱিত কৰিছিল সৰুকালতে দেখি থকা নিজ ঘৰৰ উদাহৰণবোৰে। আমি জন্মাবধি দেখি আহিছিলো আমাৰ পিতৃদেৱ প্ৰতাপনাৰায়ণ চৌধুৰীৰ অনুকৰণীয় কামসমূহ।" "মোৰ কাৰণে ভাল চাকৰি পোৱাৰ সম্ভাৱনা উজ্জ্বল হোৱাত, ভৱিষ্যৎ জীৱননিৰ্বাহৰ চিন্তা কৰাৰ সময়ত, ডাঙৰ চাকৰিৰ মোহ পৰিত্যাগ কৰি পিতৃদেৱৰ দৰে জনতাৰ মাজত থাকি জনসাধাৰণৰ সেৱা আগবঢ়াই যি অলপ মাটি আছে তাকে ব্যৱহাৰ কৰি গৃহস্থালি চলোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিলোঁ।"

এইটো সহজে বুজিব পাৰি যে সামাজিক আৰু ৰাজনৈতিক কৰ্ম কৰাৰ প্ৰশিক্ষণ আৰু অনুশীলন চৌধুৰীৰ নিজগৃহতে হৈছিল। তেখেতে ৰাখি থোৱা নথি-পত্ৰবোৰ অধ্যয়ন কৰি এইটোৱেই প্ৰতীয়মান হৈছে। ৰায়চাহাব প্ৰতাপনাৰায়ণ চৌধুৰীৰ ঘৰখন আছিল বিভিন্ন ব্যক্তিৰ মিলনক্ষেত্ৰ। সকলো আঁচনি, পৰিকল্পনা তেখেতৰ চ'ৰাঘৰতে হৈছিল। তেখেত সদায় উত্তৰ কামৰূপৰ মুখিয়াল লোকসকলৰদ্বাৰা পৰিবেষ্টিত হৈ সকলোকে দিহা-পৰামৰ্শ দি ৰাজহুৱা কামত প্ৰবৃত্ত হৈছিল। ৰাইজেও বিনাপাৰিশ্ৰমিকে হাঁহিমুখে কাম কৰিবলৈ আগবাঢ়ি আহিছিল।

আমাৰ অসমত স্বাধীনতাৰ প্ৰথম যুদ্ধ, অৰ্থাৎ ১৯২১ চনত অসহযোগ আন্দোলন গঢ়ি উঠিছিল। গুৱাহাটীত দেশভক্ত তৰুণ ৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ প্ৰভৃতি নেতাৰ যত্নত অসমৰ ইমূৰৰপৰা সিমূৰলৈ অসহযোগ আন্দোলনৰ ঢৌ বিয়পি পৰিছিল। সেই সময়ত প্ৰতাপনাৰায়ণ চৌধুৰী মৌজাদাৰ আৰু অনাৰেৰী মেজিষ্ট্ৰেট। এই আন্দোলনৰ সময়ত তেখেত জনসাধাৰণৰ মঙ্গলৰ বাবে কামত লাগি আছিল। গতিকে অসহযোগ আন্দোলনৰ প্ৰভাৱ কেনেভাৱে পৰিছিল সহজে বোধগম্য।

১৯২১ চনত শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী ১১ বছৰীয়া সৰু ল'ৰা। সৰু

স্কুলীয়া ল'ৰা হ'লেও তেখেতৰ মনত এই অসহযোগ আন্দোলনৰ প্ৰভাৱ নপৰাকৈ থকা নাছিল। দেশভক্ত তৰুণৰাম ফুকনৰ ভৰলুমুখৰ বঙলাৰ সম্মুখত বিলাতী কাপোৰৰ দ'মবোৰ কেনেকৈ ভস্মীভূত হৈছিল তেখেতে দেখা পাইছিল আৰু ইয়াৰ প্ৰতিক্ৰিয়া তেখেতৰ মনত হৈছিল। আমি দেখিছো যে সেই দিন ধৰি তেখেতে খাদী পোছাকহে সদায় পিন্ধিছিল, মাদকদ্ৰব্য কেতিয়াও সেৱন কৰা নাই। গান্ধীজীৰ আদৰ্শৰ প্ৰতি তেখেতৰ যে অশেষ বিশ্বাস আছিল, তাৰ ই স্বাক্ষৰ। বস্ত্ৰৰ ক্ষেত্ৰত স্বাৱলম্বিতা পাব পৰাটোত তেখেতে বিশ্বাস কৰিছিল। বিলাতী বস্তু বৰ্জন আৰু আন স্বদেশী কাৰ্যক্ৰমত তেখেত বিশ্বাসী আৰু ইয়াৰ মাজেদি ব্ৰিটিছ চৰকাৰক খেদিব পাৰিব বুলি তেখেতে বিশ্বাস কৰিছিল আৰু মনতে তেনে সংকল্প লৈছিল। গতিকে স্বদেশী আন্দোলনত যে চৌধুৰীদেৱৰ গভীৰ আস্থা আছিল, ই সহজে অনুমেয়।

১৯৩০ চনতো মহাত্মা গান্ধীজীয়ে লোণ আইন ভঙ্গ কৰা আৰু ডাণ্ডি যাত্ৰাৰপৰা গোটেই ভাৰততে স্বাধীনতা আন্দোলন তীব্ৰ হৈ উঠে। সেই সময়ত অসমতো আন্দোলনৰ ঢৌৱে গাঁও-ভূঁই সকলোতে ব্যাপক জাগৰণৰ সৃষ্টি কৰে। স্কুল-কলেজৰ ছাত্ৰই ধৰ্মঘট কৰি স্কুল-কলেজ ত্যাগ কৰে। সেই সময়ত নলবাৰীতো ছাত্ৰৰ মাজত আন্দোলন হয়। তেতিয়া নলবাৰী অঞ্চলৰ নেতা স্বৰ্গীয় গৌৰীকান্ত তালুকদাৰ। তালুকদাৰৰ যত্নত তেতিয়া গোটেই নলবাৰী অঞ্চলত ব্যাপক জনজাগৰণ হয়। তেতিয়া নলবাৰীত এজন বিখ্যাত ছাত্ৰনেতা আছিল। তেওঁৰ নাম স্বৰ্গীয় মহীধৰ শৰ্মা। আন কেইজনমান ছাত্ৰনেতা নলবাৰীৰ শ্ৰীহৰিচৰণ পাঠক, হৰেকৃষ্ণ গোস্বামী, কণক চন্দ্ৰ বৰ্মা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, বাঁহজানিৰ বিশ্বনাথ শৰ্মা, হলধৰ চক্ৰৱৰ্তী, শ্ৰীকৃষ্ণনাথ শৰ্মা, চন্দ্ৰ তালুকদাৰ, উপৰ বৰভাগ মৌজাৰ ৰাজানাথ শৰ্মা, খাটা মৌজাৰ হেমচন্দ্ৰ বৰ্মা মজুমদাৰ, বৰ্ডিগোগ মৌজাৰ ধৰ্মনাথ শৰ্মা, ধাৰেশ্বৰ শৰ্মা, কেশৱ ডেকা, প্ৰভৃতি। নলবাৰী কলেজৰ অধ্যক্ষ প্ৰভাত চন্দ্ৰ গোস্বামী, পকোৱা মৌজাৰ কৰুণা ভট্টাচাৰ্য, ডাক্তৰ প্ৰভাত শৰ্মা প্ৰভৃতি ছাত্ৰসকলৰ উপৰিও সৰ্বসাধাৰণ ৰাইজে এই আন্দোলনত যোগ দিছিল। সেই সময়ত প্ৰভাতনাৰায়ণ চৌধুৰী কলেজীয়া ছাত্ৰ, তেখেতেও আন্দোলনত অংশ লৈছিল। আন বহুতো কলেজীয়া ছাত্ৰই নৈতিক সমৰ্থন দি কাম কৰিছিল। সেই সময়ত হেমচন্দ্ৰ বৰ্মা মজুমদাৰে কাৰাবৰণ কৰিছিল। ১৯৩০ চনত আন এটা বিশেষ ঘটনা কানিংহাম ছাৰ্কুলাৰ। বহুতো ছাত্ৰই কানিংহাম ছাৰ্কুলাৰৰ বিৰোধিতা কৰি স্কুলত ভৰ্তি হ'ব খোজা নাছিল, পাছত বেছিভাগেই স্কুললৈ ঘূৰি যায়।

১৯২৯ চনত লাহোৰ কংগ্ৰেছত দেশৰ পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়, সেই সময়ত কমিউনিষ্ট, ছ'ছিয়েলিষ্ট— সকলোৱেই এই প্ৰস্তাৱৰ পূৰ্ণ সমৰ্থন দিছিল। ১৯৩০-৩১ চনত ছাইমন কমিছনৰ বাবেও গণজাগৰণ

হৈছিল। ভাৰতৰ সকলো দেশপ্ৰেমিককেই এই আন্দোলনে স্পৰ্শ কৰিছিল। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে কলেজত পঢ়া কালৰেপৰা আৰু পিতৃৰপৰা এইটো ভালদৰে উপলব্ধি কৰিছিল যে ভাৰতে ৰাজনৈতিক স্বাধীনতা পালেই যে জনগণৰ সকলো দুখ-কষ্টৰ অৱসান হ'ব, সেইটো নহয়। অসমৰ গ্ৰাম্য জীৱনৰ প্ৰতিচ্ছবি তেতিয়া অতি দুখলগা, অৰ্থনৈতিক অৱস্থা অতি শোকলগা, ৰাস্তা-ঘাট, বাট-পথ নাই, চিকিৎসালয়ৰ অৱস্থা নাই, শিক্ষা অনুষ্ঠানো বেছি নাই। এইবোৰৰ প্ৰতিহে অধিক মনোনিৱেশ কৰাটো অতি প্ৰয়োজন। সেইবাবে ১৯৩৩ চনত বি.এ. পাছ কৰি সমাজৰ গঠনমূলক আৰু অৰ্থনৈতিক কামত অধিক মনোযোগ দিয়ে। চাকৰি লৈ আৰামৰ জীৱন তেখেতে প্ৰত্যাখ্যান কৰি জনসাধাৰণৰ মাজত সোমাই নানা সামাজিক কামত নিজকে ব্যস্ত ৰাখে। আগতে কোৱা হৈছে যে ১৯৩৩ চনৰপৰা তেখেতে উত্তৰ কামৰূপ কৃষক সভাৰ সম্পাদক হিচাপে কৃষকৰ খেতি-বাতিৰ সুবিধা কৰি অৰ্থনৈতিক বিকাশৰ বাবে আঁচনি গ্ৰহণ কৰি কামত লাগে। ১৯৩৪ চনৰপৰা ৯ বছৰ কাল কেন্দ্ৰীয় কো-অপাৰেটিভ বেংক লিমিটেডৰ নিৰ্বাচিত সভাপতি হিচাপে কাম কৰে। সেই সময়ৰেপৰা সমবায় অনুষ্ঠান আদি স্থাপনত আগভাগ লয়। সমবায়ৰ এড্‌ভাইছাৰ আৰু অৰ্গেনাইজাৰ হিচাপে চৰকাৰে তেখেতক নিযুক্ত কৰে। ঋণগ্ৰস্ত কৃষকক সকাহ দিয়াৰ বাবে ঋণ প'লিছি ব'ৰ্ডৰ চেয়াৰমেন নিযুক্ত হয়। ইয়াৰ উপৰিও গুৱাহাটী লোকেল ব'ৰ্ডৰ সদস্য হিচাপে ৰাইজৰ বহুতো উন্নতিমূলক কাম কৰে। সেই সময়ত তেখেতে দেখদেখকৈ কোনো ৰাজনৈতিক দলত ভুক্ত নোহোৱাকৈ কাম কৰে।

১৯৫২ চনত প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়, সেই নিৰ্বাচনত তেখেত বিধানসভাৰ সদস্য পদৰ প্ৰাৰ্থী হোৱাৰ কথা আছিল। কিন্তু তেতিয়া খাটা মৌজাৰ মৌজাদাৰ হৈ থকা বাবে নিৰ্বাচনৰ প্ৰাৰ্থী নহ'ল। পাছত তেখেতে উপাৰ্জনৰ একমাত্ৰ পথ মৌজাদাৰীও ত্যাগ কৰি শ্ৰীৰবীন্দ্ৰ নাৰায়ণ চৌধুৰীক মৌজাদাৰ নিযুক্ত কৰায়। সমাজসেৱাত একনিষ্ঠ কৰ্মীৰ দীৰ্ঘদিনীয়া অভিজ্ঞতাপুষ্ট শ্ৰীচৌধুৰী ১৯৫৭ চনত প্ৰথম বিধানসভাৰ প্ৰাৰ্থী হয়।

অভিজ্ঞ, কৰ্মনিষ্ঠ সমবায়ৰ নেতা, সমাজকৰ্মী চৌধুৰীৰ যথেষ্ট জনসম্পৰ্ক থকা হেতুকে তেখেতে প্ৰভাৱশালী কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমান প্ৰফুল্ল গোস্বামীক পৰাভূত কৰি বিধানসভালৈ নিৰ্বাচিত হয় ১৯৫৭ চনত। তেখেতে প্ৰজা ছ'ছিয়েলিষ্ট দলৰ টিকেটত নিৰ্বাচিত হৈছিল যদিও পাছত তেখেতে স্বতন্ত্ৰৰীয় হিচাপে আসন লৈ বিধানসভাত বিৰোধী দলত থাকে। তেতিয়া বিৰোধী দলপতি মাননীয় শ্ৰীগৌৰীশংকৰ ভট্টাচাৰ্য। বিৰোধী দলত থাকি বিধানসভাত সদায় এটা সক্ৰিয় ভূমিকা পালন কৰি চৌধুৰীয়ে চৰকাৰক গঠনমূলক সমালোচনা কৰি নিজৰ স্থিতি টনকিয়াল কৰিব পাৰিছিল।

চৰকাৰপক্ষই তেখেতৰ সমালোচনাক সদায় শ্ৰদ্ধা কৰিছিল। জনজীৱনৰ মৌলিক সমস্যাবোৰৰ সমাধানকল্পে তেখেতে বিধানসভাত যুঁজ দিছিল। সেই সময়ত তেখেত কোনো স্বীকৃত ৰাজনৈতিক দল বা মতত অকুণ্ঠ বিশ্বাসী নাছিল। সকলো ক্ষেত্ৰতে বিৰোধী দলত আছিল আৰু বিৰোধী দলক শক্তিশালী কৰিছিল। তেখেতে সেইসময়ত নলবাৰীত এটা মহকুমা স্থাপনৰ বাবেও বিধানসভাত দাবী উত্থাপন কৰিছিল, কিন্তু কংগ্ৰেছ দলে তেতিয়া কামৰূপ জিলাৰ তৃতীয় মহকুমা গঠনৰ বাবে কোনো স্পষ্ট মত নিদিয়াত, চৌধুৰী ক্ষুণ্ণ হৈছিল। ১৯৩৪ চনৰপৰা মহকুমা স্থাপন সমিতিত চৌধুৰী লাগি আছিল। এইটো তেখেতৰ ৰাজনৈতিক জীৱনৰ মূল ইচ্ছা হিচাপে লৈছিল। সেই সময়ত শ্ৰীগৌৰীশংকৰ ভট্টাচাৰ্যৰ লগত সহযোগ কৰি চৌধুৰীয়ে অসম পৌৰসভা বিল, পঞ্চায়ত বিল আদিত সৃজনীশীল পৰামৰ্শসহ বক্তব্য দাঙি ধৰিছিল—সুন্দৰ ইংৰাজী ভাষাত। চৌধুৰীয়ে এজন সুবক্তা বুলি বিধানসভাত খ্যাতি লাভ কৰিছিল।

১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত চৌধুৰী প্ৰাৰ্থী আছিল। সেইবাৰ মুক্তি যুঁজাৰু শ্ৰীহৰিচৰণ পাঠকদেৱে কংগ্ৰেছ ত্যাগ কৰি নিৰ্বাচনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বী হৈছিল। তেতিয়া বৰভাগ মৌজাৰ অধিবক্তা পবিন্দ্ৰ শৰ্মাই মৌজাৰ ভিতৰত অধিক ভোট লাভ কৰি কংগ্ৰেছ প্ৰাৰ্থী হিচাপে জয়যুক্ত হৈছিল। চৌধুৰীয়ে পৰাজয় বৰণ কৰিও হতাশ নহৈ ৰাইজৰ মাজত সোমাই বিধানসভাৰ বাহিৰত জনসাধাৰণৰ মঙ্গলৰ বাবে কাম কৰি গৈছিল। ১৯৬২ চনৰ পাছত তেখেতে উপলব্ধি কৰিছিল যে ৰাইজৰ কাম সুচাৰুৰূপে কৰিবলৈ ৰাজনৈতিক দলত অন্তৰ্ভুক্ত হোৱাটো অধিক কাৰ্যকৰী। তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা, দেৱকান্ত বৰুৱা আৰু শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ বুজনি আৰু পৰামৰ্শত চৌধুৰীয়ে ১৯৬৩ চনত কংগ্ৰেছ দলত যোগদান কৰে। আগৰেপৰা তেখেত কংগ্ৰেছী লোক যদিও সভ্যভুক্ত হোৱা নাছিল। ১৯৬৩ চনৰপৰা নলবাৰী অঞ্চলত তেখেতে কংগ্ৰেছ দলৰ নেতৃত্ব লয়। নলবাৰীত তৃতীয় মহকুমা স্থাপনৰ প্ৰতিশ্ৰুতি চলিহাৰপৰা আদায় কৰি তেখেতে কংগ্ৰেছ দলত যোগদান কৰে। ১৯৬৭ চনত শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে তেখেতক নলবাৰী সমষ্টিৰ কংগ্ৰেছ প্ৰাৰ্থী হিচাপে প্ৰস্তাৱ আগবঢ়ায়। চলিহাই আগতে এই সিদ্ধান্ত কৰি থৈছিল যে চৌধুৰীক মনোনয়ন দিয়া হ'ব। শ্ৰীমান গোস্বামীৰ প্ৰস্তাৱত চলিহা অতি আনন্দিত হয় আৰু চৌধুৰীক কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰে। ১৯৬৭ চনত তেখেত বিপুল ভোটত নিৰ্বাচিত হয়। তেখেতৰ বিপুল জনসম্পৰ্ক থকা বাবে নিৰ্বাচনত তেখেতে বেছি পৰিশ্ৰম কৰিব লগা হোৱা নাছিল। নলবাৰী সমষ্টিৰ প্ৰতিখন গাৱঁতে চৌধুৰী সুপৰিচিত। তেখেত বহুতো হাইস্কুল, ডাক্তৰখানা, সমবায় সমিতিৰ লগত আগৰেপৰা জড়িত হৈ আছিল।

নলবাৰী অঞ্চলত ইমান বেছি জনসম্পৰ্ক থকা ব্যক্তি অতি সীমিত। সেই সময়ত তেখেতে উপলব্ধি কৰিছিল যে ৰাজনৈতিক দলৰ সদস্যপদ অবিহনে বিধানসভালৈ নিৰ্বাচিত হ'লেও সমষ্টিৰ কাম বা সমাজৰ কাম কৰাত বহুতো বাধা আহি পৰে। সেইবাবে তেখেতে ১৯৬৭ চনৰপৰা সামাজিক কাম কৰিবলৈ বহুতো সুবিধা পাইছিল। তেখেতে মুখ্যমন্ত্ৰী চলিহাক কৈছিল যে তেখেতক মন্ত্ৰিত্ব নালাগে, যিকোনো উপায়ে নলবাৰীত কামৰূপ জিলাৰ তৃতীয় মহকুমা স্থাপন কৰি দিব লাগে। সেইমৰ্মে চলিহা ডাঙৰীয়াই কেবিনেট মিটিঙত নলবাৰী মহকুমা গঠনৰ প্ৰস্তাৱ অনুমোদন কৰি লয়। সেই সময়ৰ মুখ্যসচিব কিডওৱাই চাহাবেও সহায় আগবঢ়াই কামটো সহজসাধ্য কৰি তোলে। প্ৰথমতে তামোলপুৰ চাৰ্কোল নলবাৰী মহকুমাত যোগ দিয়াৰ পক্ষপাতী নাছিল। পাছত চৌধুৰীয়ে তামোলপুৰ অঞ্চলত ব্যাপক ভ্ৰমণ কৰি মুখ্য সমাজকৰ্মীসকলক বুজাই-বঢ়াই নলবাৰীত যোগ দিয়াৰ মত আদায় কৰিবলৈ সক্ষম হয়। সেইমতে পশ্চিম বড়িগোগ মৌজাৰ আধাখিনি অঞ্চল নলবাৰী জিলাত অন্তৰ্ভুক্ত কৰোৱাই চৌধুৰীয়ে নলবাৰী মহকুমাৰ মানচিত্ৰখন প্ৰস্তুত কৰি মুখ্যসচিবক দিয়ে। এইটো এটা ডাঙৰ কাম।১৯৩৩ চনৰপৰা নলবাৰীত মহকুমা পতাৰ আন্দোলন। ১৯৬৭ চনৰ ৪ এপ্ৰিল তাৰিখে নলবাৰী মহকুমা উদ্বোধন হয়।

১৯৬৭-৭২ কালছোৱাত চৌধুৰীয়ে নলবাৰী মহকুমাৰ বহুতো কাম কৰিব পাৰিছিল। ইয়াৰ উপৰিও নলবাৰীত থকা কাৰ্যবাহী দণ্ডাধীশৰ আদালতগৃহ নিৰ্মাণৰ নামত ১৭ বিঘা মাটি অধিগ্ৰহণ কৰাই লৈছিল। বৰ্তমান জিলা কাৰাগাৰৰ বাবেও ৩০ বিঘা মাটি অধিগ্ৰহণ কৰাই লৈছিল। তেখেতৰ চেষ্টাতে উপায়ুক্তৰ কাৰ্যালয় আৰু জিলা কাৰাগাৰৰ গৃহনিৰ্মাণ হয়। নলবাৰী জিলা গঠনতো তেখেতৰ অৱদান আছে। তেখেতে তামোলপুৰত এটা মহকুমাৰ প্ৰতিশ্ৰুতি বহুদিন আগতে দিছিল, আজিও নলবাৰী জিলাৰ নতুন মহকুমা তামোলপুৰত হ'ব লাগে বুলি চৰকাৰক টানি অনুৰোধ জনাই আছে। নলবাৰী চিভিল হাস্পতালৰ বাবে তেখেতে ৪৫ বিঘা মাটি ৰাখি থৈছিল। এই কামবোৰ তেখেতৰ দূৰদৃষ্টিৰ কাৰণেহে সম্ভৱ হৈছিল। মহকুমাৰ কাৰ্যালয়টো ডাঙৰকৈ নিৰ্মাণ কৰাৰ বাবে দাবী কৰিছিল যে এই কাৰ্যালয়টো উপায়ুক্তৰ কাৰ্যালয় হ'ব। তেখেতৰ দাবী মানি লৈ চৰকাৰে আহল-বহলকৈ দুমহলীয়া মহকুমা কাৰ্যালয় নিৰ্মাণ কৰে।

বৰ্তমান কথা-বতৰা পাতি তেখেতৰ মত বিচৰাত তেখেতে ৰাজনৈতিক দলবোৰৰ দৃষ্টিভঙ্গী বহুতো সলনি হোৱা বুলি অভিমত ব্যক্ত কৰে। তেখেতৰ মতে এতিয়া ৰাজনৈতিক দলবোৰত হাই-কাজিয়া, খোৱা-কামোৰা আৰু সমাজৰ কামত অনীহাহে বেছি দেখা যায়। নেতাবোৰৰ কিছু দুৰ্নীতিগ্ৰস্ত, ত্যাগ

কৰাৰ প্ৰবৃত্তি দেখা নাযায়। নেতাবোৰ সা-সম্পত্তি সংগ্ৰহতহে অধিক ব্যস্ত। তেখেতে এতিয়া আক্ষেপ কৰে যে বহুতো নেতা এতিয়া আদালতৰ কাঠগড়াত। আনকি প্ৰাক্তন প্ৰধানমন্ত্ৰীও ইয়াৰপৰা মুক্ত নহয়। এতিয়া ৰাজনীতি ত্যাগ আৰু সমাজসেৱাৰ বাবে নহয়, ই এটা ব্যৱসায়ত পৰিণত হৈছে। বৰ্তমান লাগে ক্ষমতা আৰু অৰ্থ।

বৰ্তমান ৰাজনীতিকসকল বিলাসী হ'ল, পুলিচ, মিলিটেৰী গোহোৰাকৈ ৰাইজৰ মাজলৈ ওলাব নোৱৰা হ'ল। বছৰ-দুবছৰৰ মাজতে বহু কোটি টকা খৰচ কৰি সাধাৰণ নিৰ্বাচন পাতিব লগাটোৱে কি সূচায়? দেৱগৌড়া বা ইন্দৰ কুমাৰ গুজৰালৰ চৰকাৰ কিয় ভাগিল, কাৰ স্বাৰ্থত ভাগিল? ইয়াৰ উত্তৰ মাত্ৰ এটাই—কেৱল ক্ষমতাৰ লোভ, ক্ষমতা লাভৰ বাবে যিকোনো পন্থা ল'বলৈ আজি নেতাবোৰে কুণ্ঠাবোধ নকৰে। বৰ্তমান দিল্লীত যি চৰকাৰ হৈছে, তাতো ক্ষমতাৰ খকা-খুন্দা আৰম্ভ হৈছে। শ্ৰীবাজপেয়ীৰ চৰকাৰ পাঁচ বছৰ টিকিব নে নাই, আজি সন্দেহ উপজিছে।

তেখেত বিধায়ক হৈ থকা কালতে তেখেতৰ যত্নত পাগলাদিয়া নদীৰ ওপৰত কৈৰাৰাত পকী দলং আৰু বিজুলীঘাটত বৰলীয়া নদীৰ ওপৰত পকী দলং হয়। তেখেতৰ চেষ্টাত নলবাৰী জিলাত দুকুৰিমানতকৈও বেছি ৰাস্তা নিৰ্মাণ হয়। শ্ৰমদানেৰে ১৭টা ৰাস্তা তৈয়াৰ কৰা হৈছে। জীৱনবীমা নিগমৰ কাৰ্যালয়ৰ বাবে তেখেতে বোম্বাইলৈ (বৰ্তমান মুম্বাই) গৈ জীৱন বীমা নিগমৰ পৰিচালন সঞ্চালক টি. এ. পাইক লগ ধৰি নলবাৰীত ইয়াৰ কাৰ্যালয় স্থাপন কৰাইছিল। ডাক বিভাগৰ অধীক্ষকৰ কাৰ্যালয়ৰ বাবেও তেখেতে বহুতো যত্ন কৰাৰ ফলত নলবাৰী পোষ্টেল ডিভিজন স্থাপন আৰু প্ৰধান ডাকঘৰ হৈছে।

তেখেত বিধানসভাত সদস্য হৈ থকা কালছোৱাত 'অসম কৃষি বিশ্ববিদ্যালয় এক্ট'ৰ খচৰা প্ৰস্তুত কৰি প্ৰাৰম্ভিক ব'ৰ্ড অব মেনেজমেণ্টৰ সদস্য হৈ বহু কাম কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সদস্য হিচাপে তেখেতে ভালেমান সজ পৰামৰ্শ দিছিল—বিশেষকৈ নিবনুৱা সমস্যাৰ কথালৈ লক্ষ্য কৰি বিশ্ববিদ্যালয়ে পাঠ্যক্ৰম প্ৰস্তুত কৰাত গুৰুত্ব দিছিল। বিধানসভাৰ এষ্টিমেট কমিটিৰ সভাপতি আৰু পাৰ্লিয়ামেণ্টেৰী ব'ৰ্ডৰো তেখেত সদস্য আছিল।

চৌধুৰীৰ কামৰ এটা সুকীয়া দৃষ্টিভঙ্গী আছে। তেখেতে সদায় জনগণৰ দুখ-দুৰ্গতিৰ ছবিখন আগত ৰাখি সমবায়ৰ জৰিয়তে তাৰ উপশম কিমান ঘটাব পাৰি, তাক লৈয়ে অহৰহ কাম কৰিছিল। নিজৰ লাভালাভ, সুখ-দুখ, পাৰিবাৰিক দুৰ্যোগ, আত্মীয়জনৰ মৃত্যুৱেও তেখেতক কেতিয়াও হতাশ কৰা দেখা নাযায়। সমবায় আৰু পঞ্চায়তীৰাজৰ স্বপ্নত চৌধুৰী সদায় নিমগ্ন।

নিজৰ বাবে, পুত্ৰ-পৰিবাৰৰ বাবে এটি ভাল ঘৰ সজাৰ কথাও তেখেতে চিন্তা কৰিব নোৱাৰিলে। ৰাজনীতি কৰা মানুহৰ ভিতৰত তেখেত কেতিয়াও আঢ্যৱন্ত নহ'ল বা হ'বলৈ চেষ্টাও নকৰিলে। এনে লোক বিৰল। খোজকাঢ়ি আৰু আগতে চাইকেলেৰে তেখেতে গাৱঁত ফুৰিছিল। চৌধুৰীয়ে এখন গাড়ী কিনি ল'ব নোৱাৰিলে। এনে সৎ, সন্ন্যাসীস্বৰূপ জননেতা সঁচাকৈ বিৰল।

এই কালছোৱাত তেখেতে মাদ্ৰাজত অনুষ্ঠিত হোৱা 'All India Parliamentary Association'ৰ সভাত যোগ দি ওজস্বী ভাষণ দিছিল ভাৰতৰ ৰাজনৈতিক প্ৰক্ৰিয়াৰ ওপৰত। চৌধুৰীয়ে গলগলীয়া ইংৰাজীতে ভাষণ দি সকলোৰে প্ৰশংসা বুটলিছিল। চৌধুৰীৰ বাগ্মিতা প্ৰশংসনীয়। ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাত তেখেতে সুন্দৰকৈ ভাষণ দিব পাৰে।

চৌধুৰী মানুহজন দূৰদৰ্শী আৰু নলবাৰীৰ এটি সুন্দৰ ভৱিষ্যতৰ কল্পনা বিলাসী। নলবাৰীখনক ডাঙৰ কৰা, বিখ্যাত কৰা আৰু সুন্দৰ কৰাই তেখেতৰ জীৱনৰ ঘাই লক্ষ্য। তাৰ বাবে তেখেতে মাটি অধিগ্ৰহণ কৰা কামত সদায় লাগি আছিল। তাক তলত উল্লেখ কৰা হ'ল।

| | | |
|---|---|---|
| ১৯৫৭-৫৯ চন | মহকুমা অধিপতিৰ কাৰ্যালয়ৰ বাবে | ১৭ বিঘা (কাম সম্পূৰ্ণ) |
| ১৯৬০ চন | জিলা কাৰাগাৰ | ৩০ বিঘা ( ,, ) |
| ১৯৫৭-৬২ চন | উদ্যোগ পাম | ৩৬ বিঘা (হৈ উঠিছে) |
| ১৯৬৫ চন | নেচনেল হাইওৱে কল'নি | ১৬ বিঘা ( ,, ) |
| ১৯৭৩-৭৮ চন | নলবাৰী অসামৰিক চিকিৎসালয়ৰ সম্প্ৰসাৰণ | ৪৫ বিঘা ( ,, ) |
| ১৯৪১ চন | পূৰ্ণচন্দ্ৰ দত্ত স্মাৰক হাস্পতাল | ৩½ বিঘা (হৈ উঠা নাই) |
| ১৯৪৮-৫১ চন | নলবাৰী মাৰ্কেট | ৮ বিঘা (হৈ উঠিছে) |

ইয়াৰ উপৰিও চৌধুৰীয়ে মণ্ডল বেৰেকৰ মাটি অধিগ্ৰহণ কৰাতো আগভাগ লৈছিল। নলবাৰীৰ নিচিনা জনবহুল অঞ্চলত, বিশেষকৈ অৰ্থনৈতিকভাৱে অনগ্ৰসৰ ঠাইত বাঁহ, বেত, নাৰিকল, জাপি আদি পণ্যদ্ৰব্যৰ উৎপাদনৰ ক্ষেত্ৰত ক্ষুদ্ৰ উদ্যোগ, মিল আদি গঢ়ি তোলাত তেখেতে সদায় উৎসাহ যোগাইছিল। নলবাৰী উদ্যোগ পাম গঢ়ি উঠাত বহুতো নিবনুৱা ডেকাই তাত কৰ্মসংস্থান পোৱাৰ সুচল হৈছে। তাঁতশাল আৰু হেণ্ডলুমৰ প্ৰসাৰৰ বাবেও তেখেতে বহুখিনি কাম কৰিছে। কৃষি, মীন, ৰেচম আৰু সমবায় প্ৰশিক্ষণ কেন্দ্ৰ খোলাৰ বাবে তেখেত লাগি আছে। তেখেতে কয়, তেখেতৰ বয়স হৈছে—নলবাৰীত এদল কৰ্মক্ষম আৰু আগ্ৰহী সমাজসেৱকৰ আৱশ্যক হৈছে। এম্. এল্. এ. নোহোৱাকৈও ৰাইজৰ কাম কৰিব পাৰি বুলি

তেখেতে বিশ্বাস কৰে। তেখেতৰ যত্নত পোষ্ট অফিচ, ১৭টা পাব্লিক টেলিফোন এক্সচেঞ্জ গঢ়ি উঠিছে।

প্ৰায় ৯০ৰ দেওনা ছুব খোজা চৌধুৰী বৰ্তমান কোনো ৰাজনৈতিক দল উপদলত নাই। কিন্তু তথাপি তেখেত অতি ব্যস্ত। সভা-সমিতিত সদায় আগৰণুৱা। নানা লোকলৈ তেখেতে দিনে কেইবাখনো চিঠি লিখে আৰু বাকী সময়ছোৱা অধ্যয়ন কৰে। নিজে মৌজাদাৰ আছিল। দুবাৰ বিধায়ক নিৰ্বাচিত হৈ দেশসেৱা কৰিছিল, আজিও কৰি আছে। কিন্তু তেখেতে এজন নিঃস্ব, গৰীৱৰ দৰে এটি কোঠাত বাস কৰে, দুবেলা দুমুঠি সাধাৰণভাৱে খাই এজন সন্ন্যাসীৰ দৰে বাস কৰে। কোনো জাকজমকতা, বিলাসিতা বা ঘৰত টি ভি এটাও নাই। পুথি-পাজি আৰু পুৰণি ফাইলবোৰৰ মাজত বহি দিনটো অধ্যয়ন কৰি কটায়। সভা-সমিতিলৈ মাতিলে অতি আনন্দ পায়। এতিয়া কোনো মানুহেই তেখেতক বিচাৰি নাযায় বুলি ক'ব পাৰি। নিজ চকুৰে নেদেখিলে তেখেতে কেনেদৰে বাস কৰি আছে, অনুমান কৰা টান। বৰ্তমানৰ দেশনেতাসকলৰ লগত তেখেতৰ কিমান প্ৰভেদ! এইজন ৯০ বছৰীয়া সমাজসেৱকে জনগণকে ঈশ্বৰ বুলি বিশ্বাস কৰি, এটি সৰল জীৱন যাপন কৰি আছে। এদিন প্ৰাচুৰ্যৰ মাজতে চৌধুৰী লালিত-পালিত হৈছিল। তেখেতৰ ওচৰলৈ মানুহ গ'লে বৰ আনন্দ পায়। সদায় সমাজৰ মঙ্গলৰ বাদে আন কথা নাপাতে। নিজৰ দুখ-দৈন্যৰ কথা, আন্তৰিক মৰ্মবেদনাৰ কথা ভুলতেও নুলিয়ায়। চহৰৰ বাট-পথ, নলা-নৰ্দমাৰ উন্নতিসাধনৰ বাবে পৌৰসভা, জিলাৰ উপায়ুক্ত আৰু বিধায়ক, মন্ত্ৰীসকললৈ সদায় চিঠি লিখি নলবাৰীখনৰ সমস্যাবোৰত গুৰুত্ব দিবলৈ সকীয়াই থাকে। দৰাচলতে চৌধুৰী ৰাজনীতিবিদ নাছিল, ৰাজনৈতিক কূটকৌশল আৰু অৰ্থ উপাৰ্জন কৰাৰ বুদ্ধিও নাজানিছিল। জনাহেঁতেন তেখেতৰ আটকধুনীয়া অট্টালিকা, গাড়ী-ঘোঁৰা সকলো থাকিলহেঁতেন, এটা ৰাজকীয় জীৱন উপভোগ কৰি থাকিব পাৰিলেহেঁতেন।

বৰ্তমান তেখেতে বন্ধু-বান্ধৱৰ ঘৰত বিয়া-সবাহ হ'লে উপস্থিত হৈ দিহা-পৰামৰ্শ দি সকলোৰে কুশল বা-বাতৰি লয়। নাটক উপভোগ কৰি আনন্দ পায়, কোনোবাই মাতি নিলে নাটক চাবলৈ যায়। সভা-সমিতিলৈ মাতিলেতো কথাই নাই। আগধৰি উপস্থিত হয় আৰু সভাত সদায় ভাষণ দিয়ে। নতুন উপায়ুক্ত আহিলে লগ ধৰি আৰ্জি পেচ কৰে।

## ১৮. শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী মানুহজন আৰু পাৰিবাৰিক জীৱন

কোনো ব্যক্তিৰ জীৱনৰ বহুমুখী প্ৰতিভা আৰু কাৰ্যাৱলীৰ সঠিক আৰু নিৰপেক্ষ, নিৰ্মোহ মূল্যায়ন এটি অতি দুৰূহ কাম। ব্যক্তিজনৰ ধ্যান-ধাৰণা,

চিন্তা-চৰ্চা, কৰ্মকুশলতা, সফলতা-বিফলতা, আমোদ-আহ্লাদ, দুখ-বিষাদৰ প্ৰতি সম্মুখীন হ'ব পৰা সাহস, নেতৃত্বসুলভ ব্যক্তিত্ব আদি সূক্ষ্মভাৱে বিচাৰ কৰি তাৰ প্ৰতিচ্ছবি এখন দাঙি ধৰা কাম আমাৰ বাবে ধৃষ্টতা মাথোন। তদুপৰি চৌধুৰী ডাঙৰীয়াৰ লগত আমাৰ বয়সৰ পাৰ্থক্য বহুত। আমি তেখেতৰ সহযোগী কৰ্মীও নাছিলো। ড° জনছন আৰু বছওৱেলৰ নিচিনা আমাৰ সম্পৰ্কও নহয়। তেখেতৰ কৰ্মক্ষেত্ৰ পৃথক আৰু ব্যাপক, আমাৰ কৰ্মক্ষেত্ৰ নলবাৰী কলেজৰ চৌহদতে সীমাবদ্ধ। তথাপি ১৯৪১ চনমানৰ পৰা দূৰৈৰপৰা তেখেতক দেখাৰ সৌভাগ্য ঘটিছিল। দূৰৈৰপৰা দেখি তেখেতৰ প্ৰতি আকৰ্ষিতও হৈছিলো। ১৯৪৯ চনমানৰপৰাহে তেখেতৰ সান্নিধ্য কেতিয়াবা লাভ কৰিছিলো, তেখেতৰ পৰামৰ্শ আৰু আশীৰ্বাদেৰে স্নেহধন্য হৈছিলো।

মনোবিজ্ঞানৰ দৃষ্টিৰে চালে দেখা যায় যে দুই প্ৰকাৰৰ মানুহ সমাজত আছে। অন্তৰ্মুখী (Introvert) আৰু বহিৰ্মুখী (Extrovert)। অন্তৰ্মুখীসকলে কথা কম কয়, মানুহৰ সংগ বেছি ভাল নাপায়, নিজক এখন পৰ্দাৰ ভিতৰত ৰখাৰ দৰে মনটো ৰক্ষা কৰে। ডাঙৰকৈ নাহাঁহে। কিন্তু বহিৰ্মুখীসকল তাৰ বিপৰীত চৰিত্ৰৰ। সদায় মানুহৰ লগত থাকি ভাল পায়, সততে সঙ্গপ্ৰিয় আৰু খোলাকৈ বা ডাঙৰকৈ হাঁহিব পাৰে। এনেবিধ মানুহ বেছি জনপ্ৰিয় হোৱা দেখা যায়। চৌধুৰী ডাঙৰীয়া দ্বিতীয়বিধ শ্ৰেণীত পৰে। তেখেত য'লৈকে যায়, মানুহ তেখেতৰ ওচৰলৈ আহে, সকলোশ্ৰেণীৰ মানুহ—কৃষক, বনুৱা, ধনী-দুখীয়া, ল'ৰা-বুঢ়া সকলোৱে তেখেতৰ হাঁহিটোৰ আকৰ্ষণত ওচৰ চাপি আহে, সন্মান আৰু শ্ৰদ্ধা জনায়।

খাটা মৌজাৰ মৌজাদাৰৰ ৰাজকীয় মৰ্যাদাপূৰ্ণ পৰিয়ালত প্ৰাচুৰ্যৰে ভৰা এখন ঘৰত তেখেতৰ জন্ম। সৰুৰেপৰা কোনো অভাৱ-অনাটনত নোভোগা ব্যক্তিৰ মনত নীচতা লেশমাত্ৰ নাথাকে, সেইবাবে উদাৰ মনৰ অধিকাৰী হ'ব পাৰিছিল, তেখেতৰ ভেম নাছিল। মৰম-চেনেহৰ মাজতে ঘৰৰ প্ৰথম পুত্ৰ হিচাপে লালিত-পালিত হোৱাটো উল্লেখযোগ্য। তেখেতৰ ঘৰত কাম কৰা মানুহৰ এটা সময়ত অভাৱ নাছিল। মৌজাদাৰৰ ঘৰত চাকৰ, ভাণ্ডাৰী, লগুৱা ল'ৰা আছিল—কিন্তু বহু ক্ষেত্ৰত তেখেত সেইসকলৰ ওপৰত নিৰ্ভৰশীল নাছিল। ৰাতিপুৱা সোনকালে তেখেতে শয্যা ত্যাগ কৰি ঘৰৰ চৌহদৰ জাবৰ-জোথৰ, গোবৰ আদি পৰিষ্কাৰ কৰে। তাৰ পাছত কিছু সময় প্ৰাতঃভ্ৰমণ কৰি স্নান কৰে। নিজৰ ইষ্টদেৱতাৰ থাপনাৰ সমুখত বহি গুৰু সেৱা কৰি উঠিহে চাহ-জলপান খায়। তেখেতে মিঠাই আৰু কল খাই ভাল পায়। পুৱাৰ জলপানৰ লগত কল আৰু মিঠাই সদায় তেখেতে খাইছিল। তেখেতৰ এই

কাৰ্যক্ৰমৰ বৰ্তমান হয়তো পৰিস্থিতিৰ বাবে ব্যতিক্ৰম হৈছে। এতিয়া হয়তো কল বা মিঠাই তেখেতৰ কাচিৎহে মিলে।

কলেজ এৰি অহাৰ পাছৰপৰা চৌধুৰী কৰ্মক্ষেত্ৰত নামে। তেখেত প্ৰায়েই খাটা মৌজাৰ বালিলেছা গাৱঁলৈ গৈছিল। বালিলেছাৰ কালী মন্দিৰৰ পুনৰ নিৰ্মাণ, বালিলেছাৰ স্কুল আদি নিৰ্মাণৰ বাবে সমাজ পাতি বহি থকা দেখিছিলো। তেতিয়া বালিলেছালৈ বাৰিষা যাব পৰা পথ নাছিল। খোজকাঢ়ি গৈ মন্দিৰ চৌহদ পালেই ৰাইজ গোট খায়। হাঁহিমুখে সকলোৰে খা-খবৰ লয়। জাপিৰ কাম কেনে হৈছে খবৰ লয়। সভাশুৱনি পুৰুষ। আপেলৰ দৰে মুখৰ ৰং। পিন্ধনত বগা খদ্দৰৰ পোছাক। লগত অৰুণ গাঁওবুঢ়া। বস্তিৰাম গাঁওবুঢ়া, গোন্ধো মহন্ত, হেম বৰ্মা মজুমদাৰ আৰু সতীশ শৰ্মাৰ লগত স্কুল পতা আৰু নলবাৰীলৈ পথ নিৰ্মাণৰ আঁচনি কৰে। এনে এটা দিনত তেখেতক মই ১৯৪১ চনমানত দেখা পাওঁ।

সৰু ল'ৰাবোৰৰ লগতো তেখেতে কথা-বতৰা পাতিছিল। পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থকা আৰু ভালকৈ পঢ়া-শুনা কৰাৰ কথাও কৈছিল। আমাৰ লগত কথা-বতৰা হোৱাত আমি গৌৰৱবোধ কৰিছিলো। আজিও তেখেতক লগ পালে উৎসাহ পাওঁ, সাহস পাওঁ আৰু মনত আনন্দ লাগে, যেন একে হৈ আছে মানুহজন।

চৌধুৰীদেৱৰ মাতৃ আৰু পিতৃ দুয়োজনে তেখেতৰ চৰিত্ৰ আৰু ব্যক্তিত্ব গঠনত সদায় প্ৰভাৱ পেলাইছিল। তেখেতৰ দুজনী বাইদেৱেক, এজনী ভনী আৰু এজন ভায়েক, এটি নাতিৰে সৰু পৰিয়াল। তেখেত কলেজত পঢ়ি থকা অৱস্থাতে কনিষ্ঠ ভাতৃ প্ৰমোদৰ মৃত্যু হয় ১৯৩১ চনত, ১৯২৬ চনত স্নেহময়ী মাতৃৰো অকাল বিয়োগ ঘটে। এই দুয়োটা মৃত্যুৰ ঘটনাই তেখেতক অতিশয় শোকাকুল কৰি তুলিছিল। মাতৃক হেৰুৱাই বহুত দিনলৈ তেওঁ মন সুস্থিৰ কৰিব পৰা নাছিল। স্থিতপ্ৰজ্ঞ প্ৰতাপনাৰায়ণ চৌধুৰী আৰু বাইদেৱেক গিৰিবালাই বুজনি দি আকৌ স্কুললৈ পঠাব পাৰিছিল। এইটো তেওঁৰ জীৱনৰ ওপৰত প্ৰথম সংঘাত। মাকৰ মৃত্যুৰ পাছত গিৰিবালা বিধবা হৈ পিতৃগৃহলৈ উভতি আহি মাতৃৰ স্থান পূৰণ কৰে। ঘৰখন ঠান-থিত লগাই প্ৰতাপনাৰায়ণ চৌধুৰীক সাংসাৰিক চিন্তাৰপৰা মুক্ত কৰে। দ্বিতীয়া ভগ্নীক লয়াৰ্ছ বুক ষ্টলৰ প্ৰতিষ্ঠাতা বিচিত্ৰ নাৰায়ণ দত্তবৰুৱাই বিয়া কৰায়। তৃতীয়া ভগ্নীক বনগাৱঁৰ হোমিও চিকিৎসক ৰমেশ দত্ত এম্. এ. বি. এল. দেৱত বিয়া দিছিল।

আটাইকেইজনী ভনীৰ বিয়া-বাৰুৰ পাছত ৰায়চাহাবৰ ঘৰত একমাত্ৰ আলাসৰ লাৰু শ্ৰীচৌধুৰী আৰু গিৰিবালা। খোৱা-বোৱাত অতি নিয়মীয়া। দুটা বস্তু তেখেতৰ প্ৰিয়, মালভোগ কল আৰু মাছ। তেখেতে এতিয়াও মাছ অলপ সদায় যোগাৰ কৰে আৰু মাছ থাকিলেহে ভাতমুঠি খাই আনন্দ পায়।

খোৱাৰ নিয়ম সৰুৰেপৰা একেই আছে। এতিয়া অতিশয় মিতব্যয়ী। অভাৱো আছে বুলি জানো, কিন্তু মুখেৰে তেনে কথা কেতিয়াও কাৰো ওচৰত প্ৰকাশ নকৰে।

এতিয়া নব্বৈৰ দেওনা ছুবলৈ বেছি দূৰ নাই। শৰীৰ কান্তিহীন, কিন্তু মনটো সতেজ আৰু ডেকা হৈ আছে। দিনটো অতি ব্যস্ত। মানুহ গ'লে বৰ আনন্দ পায়। আজিকালি মানুহ খুব বেছি নাযায়—তেখেতে মাজে মাজে ভাবে, মোক মানুহে অলায়ক বুলি এৰি পেলালে নেকি? কাকো দেখোন দেখা নাপাওঁ! মই যে কাৰো একো কৰি দিব নোৱাৰো!

পোছাক-পৰিচ্ছদ আড়ম্বৰহীন। ওচৰ-চুবুৰীয়াৰ বিপদে-আপদে উপযাচি গৈ মাত এষাৰ দিয়ে, দিহা-পৰামৰ্শ দি পাৰ্যমানে সহৃদয়তা ৰক্ষা কৰি আছে।

বৰ্ণাশ্ৰম ধৰ্মমতে গৃহস্থাশ্ৰমকে শ্ৰেষ্ঠ স্থান দিছে আমাৰ পুৰণি শাস্ত্ৰকাৰসকলে। এই গৃহস্থাশ্ৰমতে মানুহৰ জীৱনৰ সকলো কৰণীয় কৰ্ম আৰু ধৰ্ম পালন কৰি পূৰ্ণতাপ্ৰাপ্তিৰ প্ৰতি ধাবমান হয়। সেইবাবে বৈবাহিক জীৱনৰ মাজেদিহে মানুহে জীৱনৰ লক্ষ্যস্থানত উপনীত হ'ব পাৰে। হিন্দু শাস্ত্ৰত পত্নীক সহধৰ্মিণী বুলি কয়। মানুহৰ কামনা-বাসনা বা ইন্দ্ৰিয়তৃপ্তি বিবাহৰ জৰিয়তে হ'ব পাৰে। মানুহৰ প্ৰকৃত জীৱনবোধ আৰু দায়িত্ববোধ বিবাহৰ পাছতহে হয় বুলি ক'ব পাৰি। শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীয়ে সুযোগ্যা পত্নী পাইছিল। গিৰিজাসুন্দৰী চৌধুৰীয়ে শাহু নোহোৱা ঘৰখনত সোমাই গৃহলক্ষ্মীৰূপে শহুৰ, স্বামী, দাস-দাসী সকলোকে আনন্দত ৰাখি চৌধুৰীৰ প্ৰিয়তমা পত্নী হ'ব পাৰিছিল। তেখেতে ঘৰুৱা কামৰ একো দিহা নাপাইছিল। সন্তান আৰু স্বামীৰ যত্ন লোৱা, আনকি সন্তান আৰু স্বামীৰ আৱশ্যকীয় পোছাক-পৰিচ্ছদ কিনা-মেলাও মাতৃগৰাকীয়ে কৰিবলগা হৈছিল। সমাজৰ কামত পত্নীয়ে সদায় উৎসাহ দি ঘৰুৱা সমস্যাৰ কোনো উমঘাম তেখেতক নিদিছিল। নিৰ্বাচনত এই মহীয়সী মাতৃগৰাকীয়ে গোটেই সমষ্টিটো ঘূৰি চৌধুৰীৰ বিজয় সাব্যস্ত কৰিছিল। গিৰিজাসুন্দৰীৰ পিতৃও শাস্ত্ৰজ্ঞ, উচ্চ বিষয়া হোৱা হেতুকে জীয়েকো সমাজসেৱিকা আৰু সুগৃহিণী হ'ব পাৰিছিল। চৌধুৰীৰ জীৱনৰ কৃতকাৰ্যতাৰ পত্নীও সমানেই অধিকাৰী। কিন্তু দুৰ্ভাগ্যৰ কথা, এনে মনোৰমা পত্নীৰ মাত্ৰ ৪৯ বছৰ বয়সতে অকাল মৃত্যু হ'ল। চাৰিজন পুত্ৰ আৰু পাঁচজনী কন্যা জন্ম দি খাটাবাৰীৰ গৃহলক্ষ্মী আঁতৰি যোৱাত শ্ৰীচৌধুৰী অতিশয় মৰ্মাহত হৈছিল। ইয়াৰ পূৰ্বে তেখেতৰ প্ৰথম পুত্ৰৰ মাত্ৰ ১৩ বছৰ বয়সতে মৃত্যু হয়। পত্নীৰ মৃত্যুৰ পাছত ডাঙৰ বোৱাৰীৰ মৃত্যু হয়। আৰু সৰ্বশেষত তেখেতৰ গুণী পুত্ৰ, ভাষা আন্দোলনৰ গুৰিয়াল, সদৌ অসম ছাত্ৰ সন্থাৰ সুযোগ্য নেতা প্ৰসন্নৰ মৃত্যুৱে তেখেতক গুৰুতৰ

আঘাত দিলে। প্ৰসন্ন থকাহেঁতেন আজি অসম মন্ত্ৰী সভাৰ এজন যোগ্য সদস্য হ'লহেঁতেন। ই নলবাৰীৰ দুৰ্ভাগ্য। শ্ৰীচৌধুৰী বেলেগ ধাতুৰে গঢ়া ব্যক্তি। তেখেতে দুখ-শোকত ভাগি নপৰি ধৈৰ্য ধৰিছে—তেখেতৰ মতে ই ঈশ্বৰৰ ইচ্ছা। নিয়তিৰ বিধান। ইয়াক ৰোধ কৰাৰ কোনো শক্তি মানুহৰ নাই। চৌধুৰী ডাঙৰীয়া ঈশ্বৰবিশ্বাসী, তেখেতে ভাগ্যও বিশ্বাস কৰে। সদায় পঞ্জিকাত তিথি-নক্ষত্ৰ আদি চাইহে কিছুমান কামত হাত দিয়ে। মানুহৰ সফলতাৰ মূল কথা কেৱল ভাগ্য নহয়, ই পুৰুষাৰ্থৰ ওপৰতহে নিৰ্ভৰ কৰে। জীৱনৰ বিফলতা আৰু শোক-তাপ ক্লেশ ভাগ্যৰ গুণে হোৱা বুলি তেখেতে ভাবে। নিজৰ নিয়ন্ত্ৰণত নথকা অদৃশ্য শক্তিয়ে মানুহৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰে। কিন্তু চৌধুৰী ডাঙৰীয়াই ভাগ্যতকৈ পুৰুষাৰ্থত অধিক গুৰুত্ব দিয়ে বুলি আমি ভাবো। তেখেতে কথা-বতৰাত সদায় কয়, মন কৰিলে চন কৰিব পাৰি। উদ্যোগী পুৰুষকহে ভাগ্যয়ো সহায় কৰে। নিষ্কৰ্মা, এলেহুৱা হ'লে সৌভাগ্যক লগ নাপায়। তেখেত ঈশ্বৰবিশ্বাসী যদিও সভা-সমিতি বা কথা-বতৰাত ধৰ্মপ্ৰাণ ব্যক্তি বুলি নিজক জাহিৰ নকৰে। বহুত এনেকুৱা মানুহ আছে, যিয়ে সদায় 'ৰাম-হৰি-কৃষ্ণ' বুলি থাকে, কিন্তু নিজে সকলো দোষতে দোষী। এনে মানুহক তেখেতে ঘিণ কৰে। এতিয়াও নিয়মিত উপাসনা কৰে। কেতিয়াবা কয়, "ভাগ্যই মোক সহায় কৰা নাই।" লগতে পিতৃ-মাতৃৰ আশিসধন্য বুলিহে ভাবে। তেখেত যি হৈছে, তেখেতে যি কৰিছে, তাৰ মূলতে পিতৃ-মাতৃৰ আশীৰ্বাদ। বংশ-পৰম্পৰাগুণে পিতৃ-মাতৃৰ বহু গুণ তেখেতে লাভ কৰিছে। পুষ্পনাৰায়ণ চৌধুৰীৰপৰা আৰম্ভ কৰি তিনিপুৰুষ সমাজকৰ্মী, সাহসী আৰু সন্মানীয় ব্যক্তি। তেখেতে ভাবে, মোৰ অৱহেলাৰ বাবে ল'ৰা দুজনক সঠিককৈ গঢ় দিব নোৱাৰিলো, কিন্তু প্ৰসন্নকোতো মই গঢ় দিয়া নাই! সি নিজে নিজে তাৰ জীৱন গঢ়ি তুলিছিল। প্ৰচুৰ সম্ভাৱনীয়তা তাৰ মাজত মই দেখিছিলোঁ। তাক কালে হৰি নিলে। আমাৰ পাছত খাটাবাৰীত আৰু তেনে কৰ্মী পৰিয়ালত ওলাব বুলি মনে ধৰা নাই"।

পাৰিবাৰিক জীৱনত আন কোনো বিচিত্ৰতা নাথাকিলেও পাৰিবাৰিক জীৱন সুখৰ বুলি ক'ব নোৱাৰি।

এটা এটাকৈ পৰিয়ালৰ আত্মীয়সকলৰ মৃত্যুৱে তেখেতক দাৰুণ শোক তাপত জৰ্জৰিত কৰিছে। তেখেত ভিতৰি ভিতৰি শোক-তাপত দগ্ধ হ'লেও নিজে নিজে সান্ত্বনা লাভ কৰি আনক বুজায়, এইবোৰত মানুহৰ হাত নাই। কৰ্মযোগী চৌধুৰীয়ে আকৌ সমান উদ্যমেৰে নিজক বিভিন্ন কৰ্মত ব্যস্ত কৰি ৰাখে। ঘাত-প্ৰতিঘাতে তেখেতক অলস আৰু পঙ্গু কৰিব পৰা নাই। কোনো সামাজিক কামতে তেখেতে বাধা পোৱা নাই। সদায় নতুন চিন্তা, নতুন আঁচনি। তেখেত আত্মসন্মানৰ প্ৰতি সজাগ। মানুহৰপৰা কোনো ধৰণৰ

অৱহেলা তেখেতে সহ্য কৰিব নোৱাৰে। তেখেতে এতিয়ালৈকে সমাজত যোগ্যস্থানেই পাই আছে। নিৰহঙ্কাৰী আৰু উদাৰ মনেৰে তেখেতে লোকৰ সমালোচনা শুনিও কাকো খং নকৰে, কিন্তু যিটো শুদ্ধ বুলি বিবেকে বিচাৰ কৰে, তাক কেতিয়াও এৰি নিদিয়ে।

মানুহৰ লগত তেখেতে কথা পাতি ভাল পায়। তেখেতৰ ব্যক্তিত্ব আৰু জনপ্ৰিয়তাৰ মূল ভিত্তি সততা। তেখেত নবৈৰ দেওনা ছুবলৈ ওলাইছে। ইমান দীঘলীয়া জীৱনকালত তেখেতে কোনোকালেও সততা হেৰুউৱা নাই, ৰাজনৈতিক নেতা হিচাপে তেখেতে অসৎ বা অসত্যৰ লগত আপোচ কৰা নাই— সেইহেতুকে তেখেত সাহসী আৰু স্পষ্টবাদী হ'ব পাৰিছে। আৰ্থিক লোভ বা আন ধৰণৰ দুৰ্বলতা নথকা বাবে তেখেতে নিৰ্ভীকভাৱে কাম কৰিব পাৰিছে। মিছা প্ৰলোভন দি, মানুহক ভালৰি বোলাই তেখেতে আনুগত্য লাভ কৰা নাই। তেখেতৰ অসাধাৰণ ব্যক্তিত্বই তেখেতৰ প্ৰতি মানুহক আকৰ্ষিত কৰিছে। পাগলাদিয়াৰ মথাউৰি বৰমুৰিকোণাত, তন্ত্ৰশংকৰা আৰু বালিলেছাত ভাগিছিল। এবাৰ ধনতোলাত মথাউৰি আৰু ৰাস্তা উটুৱাই নি মানুহক বহুত কষ্ট দিছিল। এনেবোৰ ঠাইত হোৱা ঘটনাত তিতি-বুৰি মানুহৰ মাজত চৌধুৰীয়ে দুৰ্গতসকলৰ মাজত থিয় হোৱামাত্ৰেই সকলো মানুহে তেখেতৰপৰা সহায় বিচাৰে। হাজাৰ হাজাৰ মানুহে চৌধুৰীদেৱৰ মুখৰ কথাত কাম কৰে। এনে ব্যক্তিত্বৰ গৰাকী চৌধুৰীদেৱ সকলোৰে প্ৰিয় নেতা, বিপদৰ বন্ধু। সেইবাবেই তেখেত সকলোৰে মাজত অতি জনপ্ৰিয়, আপোন মানুহ। এনে জনসম্পৰ্ক সকলোৰে নাই বা এনে জনপ্ৰিয়তা অৰ্জন কৰিবলৈ মানুহক বহুতো গুণৰ আৱশ্যক। এইখিনি তেখেতৰ আছিল বাবে তেখেত সকলোৰে শ্ৰদ্ধাৰ নেতা।

তেখেতক বেয়া পোৱা মানুহ নাই বুলি কোৱা টান। হয়তো আছে। কাৰোবাৰ কিবা স্বাৰ্থত বাধা পৰিলে তেখেতক বেয়া পাব পাৰে, বা বেয়াকৈ সমালোচনাও কৰিব পাৰে। চৌধুৰীয়ে তেনে মানুহৰো গুণ বখানে, বন্ধু বুলি আঁকোৱালি লয়। পৰশ্ৰীকাতৰ মানুহে লোকৰ প্ৰশংসা শুনি ভাল নাপায়। চৌধুৰীদেৱ তাৰ বিপৰীত। পৰচৰ্চা বা আনৰ কুৎসা ৰতনা তেখেতে নকৰে কিন্তু বেয়া দেখিলে মুখৰ আগতে কৈ সাৱধান কৰি দিয়ে। এবাৰ লোকেল ব'ৰ্ডৰ নিৰ্বাচনত তেখেতে কংগ্ৰেছী প্ৰাৰ্থীক হুৰুৱাই জয়ী হৈছিল। ১৯৫৭ চনত তেখেতৰ ঘনিষ্ঠ বন্ধু, কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি জয়ী হৈছিল। কিন্তু ব্যক্তিগত জীৱনত এই লোকসকলৰ লগত তেখেতৰ সম্পূৰ্ণ সম্ভাৱ আৰু সম্প্ৰীতি আছিল। পাছত শ্ৰীমান গোস্বামীয়ে তেখেতক কংগ্ৰেছ দলৰপৰা মনোনয়ন দিবলৈ প্ৰস্তাৱ কৰিছিল। এইবোৰ চৌধুৰীৰ চৰিত্ৰৰ বিশেষত্ব।

কথা-বতৰাত চৌধুৰীদেৱে কেতিয়াবা কয়, মই ভাগ্যবান যে মই উপযুক্ত পিতৃ আৰু মৰমিয়াল মাতৃ পাইছিলোঁ। মাতৃৰ মৰম বেছিদিন নাপালো যদিও দুয়োগৰাকীয়ে মোৰ জীৱন গঢ়াত প্ৰভূত বৰঙণি যোগাইছে। তদুপৰি মোৰ পত্নীয়ে সদায় মোক সকলো ঘৰুৱা কামতে এনেভাৱে মুক্ত কৰি ৰাখিছিল যে মই গৃহস্থী হ'বলৈ নিশিকিলোঁ। মোৰ ধুতি-চোলাবোৰো তেওঁ দৰ্জী মতাই আনি কেইবাটাও চোলা একেলগে চিলাই দিয়াইছিল। ল'ৰা-ছোৱালীৰ বাবে কোনো বস্তু মই কিনা মনত নপৰে। সকলো তেৱেঁই কৰিছিল। নিৰ্বাচনত মোক জয়ী কৰিবলৈ গোটেই সমষ্টি ভ্ৰমণ কৰি অশেষ কষ্ট কৰিছিল। তেওঁৰ মৃত্যুত মোৰ সহায়-সাৰথি নোহোৱা হৈছিল। কিন্তু মই ভাগ্যবান যে ৰাইজে সদায় মোক মৰম কৰিছিল, মোক কোনোদিনে এৰা নাই। পত্নীৰ বাবেই চৌধুৰী ডাঙৰীয়া নিঃস্বাৰ্থ সমাজকৰ্মী হ'ব পাৰিছিল। উপাৰ্জন বঢ়াবলৈ বা অলাগতিয়াল আবদাৰ কেতিয়াও নধৰিছিল। তেখেত সমাজকৰ্মী হিচাপে সফল, কিন্তু প্ৰকৃতপক্ষে ৰাজনীতি কৰাৰ চতুৰতা তেখেতৰ নাই যেন লাগে, থকাহেঁতেন ভাল ঘৰ-দুৱাৰ, গাড়ী-ঘোঁৰা সকলো হ'লহেঁতেন। টকা ঘটাৰ কৌশল তেখেতৰ নাছিল। আজি তেখেতে পুৰণি চৌহদৰ মায়া ত্যাগ কৰি, সংসাৰৰ বান্ধোনৰপৰা মুক্ত হৈ সক কোঠা এটাত সন্ন্যাসীৰ দৰে জীৱন যাপন কৰি আছে।

ল'ৰা-ছোৱালীৰ বিয়া-বাৰু, নিৰ্বাচন তিনিটাৰ বাবে তেখেতৰ পৈতৃক সম্পত্তি ভালেখিনি বিক্ৰীহে হৈছে। নিজৰ সন্মান ৰক্ষা কৰি কাজ-কৰ্মবোৰ ডাঙৰকৈ পাতি তেখেতে আনন্দ পাইছিল। এইটো তেখেতৰ এটা বৈশিষ্ট্য। তেখেতে কয় যে তেখেত কেতিয়াও টকাৰ পাছত দৌৰা নাই। এই দুখীয়া দেশখনত বেছিভাগ মানুহেই আৰ্থিক ক্ষেত্ৰত জুৰুলা, তেখেতো তাৰ ভিতৰত এজন। অলপতে তেখেত সন্তুষ্ট হয়, এতিয়াও তেনেকৈ চলি আছে। বৰ্তমানেও তেখেতৰ ঘৰত টেলিভিছন এটা নাই।

চৌধুৰীদেৱৰ পত্নী গিৰিজাসুন্দৰী চৌধুৰী নলবাৰী মহিলা সমিতিৰ প্ৰতিষ্ঠাত্ৰী সভানেত্ৰী আছিল। সামাজিক কামতো তেখেতৰ অৰিহণা আছিল। সমবায় অনুষ্ঠানৰো সদস্যা আছিল। তিনিটা নিৰ্বাচনত গোটেই সমষ্টিতে ঘৰে ঘৰে গৈ প্ৰচুৰ জনসম্পৰ্ক গঢ়ি তুলিছিল। নিৰ্বাচনত স্বামীক জয়মাল্য পিন্ধাই মাত্ৰ ৪৯ বছৰ বয়সত খাটাবাৰীৰ গৃহলক্ষ্মীয়ে এদিন মনে মনে চিৰবিদায় ল'লে। চৌধুৰী ডাঙৰীয়াৰ পুত্ৰ চাৰিজন আৰু জীয়ৰী পাঁচজনী। প্ৰথম ল'ৰা প্ৰফুল্লৰ স্কুলত পঢ়ি থকাতে অকাল মৃত্যু হয়। তেখেতৰ চকুৰ আগতে বৰ জোঁৱাই শশধৰ চৌধুৰীৰো অকাল মৃত্যু হয়। তেখেত অসম চৰকাৰৰ প্ৰশাসনীয় উচ্চপদস্থ বিষয়া আছিল। পত্নীৰ মৃত্যুৰ পাছত চৌধুৰীদেৱে পত্নীৰ মৰম-চেনেহ আৰু দাম্পত্য সুখৰপৰা বঞ্চিত হোৱাত কোনেও তেখেতক

সান্ত্বনা দিব পৰা নাছিল। নিজে নিজে সান্ত্বনা লভিছিল, কাৰণ তেখেতৰ কৰণীয় কাম শেষ হোৱা নাছিল। বহুদিনলৈ তেখেতৰ মানসিক শান্তি ফিৰি অহা নাছিল। কিন্তু সকলোতকৈ ডাঙৰ আঘাত পালে তেখেতৰ গুণী, সুযোগ্য পুত্ৰ প্ৰসন্নৰ অকাল বিয়োগত। প্ৰসন্নৰ চিকিৎসা আৰু পৰিচৰ্যা তেখেতে নিজেই কৰিছিল। খোৱা-বোৱা সকলো পৰিত্যাগ কৰি একধ্যানে পুত্ৰৰ পৰিচৰ্যা কৰি তেখেত ক্লান্ত হোৱা নাছিল। ভাষা আন্দোলনৰ পুৰোধা, সদৌ অসম ছাত্ৰ সংস্থাৰ সম্পাদক প্ৰসন্ন অসমৰ এজন উদীয়মান ৰাজনৈতিক নেতা হ'লহেঁতেন। চৌধুৰীৰ মতে প্ৰসন্নই তেখেতৰ প্ৰকৃত উত্তৰাধিকাৰী আছিল। কিন্তু নিষ্ঠুৰ নিয়তিয়ে প্ৰসন্নক লৈ গ'ল। চৌধুৰীদেৱ ম্ৰিয়মান হৈছিল, কিন্তু তেখেতে কৈছিল, ভগবানৰ ইচ্ছা, ইয়াত মানুহৰ হাত নাই। বিধিৰ বিধান মানুহে এৰাব নোৱাৰে। চৌধুৰী এদিন শান্ত হৈ উঠিছিল, কাৰণ তেখেতৰ আধৰুৱা কামবোৰ আছে। দুখ কৰি বহি থকা নাই। সাধ্য অনুসৰি তেখেতে ভাৰতৰ বিভিন্ন ঠাইলৈ লৈ গৈ চিকিৎসা কৰায়ো যেতিয়া একো কৰিব নোৱাৰিলে, তেতিয়া ঈশ্বৰকে সঁপি দিছিল। নিজে প্ৰকৃতিস্থ হৈ আকৌ কামত ধৰিছিল। এইজনেই শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী।

সকলো প্ৰাত্যহিক কামতে তেখেত নিয়মানুৱৰ্তী। খোৱা-লোৱা, অধ্যয়ন, লিখা-মেলা, মানুহৰ লগত আলাপ-আলোচনা আদিতো সময়সূচী ৰক্ষা কৰে। কথা-বতৰাত বাক্‌সংযমী আৰু সহানুভূতিশীল। ৰোগত তেখেতক বেছি আক্ৰান্ত হোৱা দেখা নাই। সৰু কোঠাত পুথি আৰু ফাইলৰ মাজত বহি অতীত ৰোমন্থন কৰি থাকে। চিঠি-পত্ৰ সদায় লিখে বিভিন্ন জনলৈ। তেখেতে দিনত নোশোৱে, কেৱল মধ্যাহ্ন ভোজনৰ পাছত ক্ষন্তেক বিশ্ৰাম লয়। তেখেতৰ মনত গভীৰ দুখ-বেদনাৰ বোজা আছে, কিন্তু কথা বতৰাত সেইবোৰ উল্লেখ কৰি আনৰ মনত দুখ নিদিয়ে। সকলোৰে কুশল বাৰ্তা লৈ হাঁহিমুখে কথা পাতে। হাঃ হাঃকৈ কেতিয়াবা ডাঙৰকৈও হাঁহে। মানুহে তেখেতৰপৰা মনত আনন্দ আৰু উৎসাহ লৈ ওভতে।

ছোৱালীকেইজনীক সুপাত্ৰত বিয়া দি তেখেত সুখী হৈছে, কিন্তু বাকী পুত্ৰ দুজনক তেখেতে বিচৰামতে গঢ় দিব নোৱৰা বাবে তেখেতে দুখ অনুভৱ কৰে। তেখেতে সন্তানৰ প্ৰতি যথোপযুক্ত মনোযোগ দিব নোৱৰা বাবে পুত্ৰ দুজনে খুব উপযুক্তভাৱে নিজক প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। তেখেতে কেতিয়াবা খেদ কৰি কয় যে ঘৰুৱা কামত কোনোদিনে মন নিদিয়া বাবে সিহঁত সুযোগ্য নহ'ল। ৰাইজখনকে নিজৰ বুলি ভাবি ৰাইজৰ কামতে ব্যস্ত হৈ থকা বাবেই তেনে হ'ল নেকি? ঘৰখন চলিছিল পত্নীৰ নিয়ন্ত্ৰণত, পত্নী অবিহনে সকলোফালে আন্ধাৰ হ'ল। এইটো সত্য যে পাৰিবাৰিক দুৰ্যোগ, অভাৱ-অনাটনে তেখেতৰ কৰ্মময় জীৱনত কোনো কু-প্ৰভাৱ পেলাব পৰা

নাই। আদৰ্শচ্যুত হোৱা নাই। হাঁহি-কান্দোন, সুখ-দুখ, অভাব-অভিযোগ আশা-নিৰাশা, আশাভঙ্গ, অকীৰ্তি বহু মানুহৰ জীৱনতে আছে। বহুতে এইবোৰৰ মাজত ডুবি থাকি হতাশগ্ৰস্ত হৈ চকুলোৰে দিন কটায়। কিন্তু কৰ্মী আৰু জ্ঞানী লোকে ঈশ্বৰত বিশ্বাস ৰাখি ইয়াৰ মাজতে নিজে সান্ত্বনা লাভ কৰি ভাগি নপৰাকৈ থাকে। ভাগি পৰা নাই চৌধুৰীদেৱ। তেখেত শোক-দুখ, অভাৱ সকলোৰে প্ৰতি নিৰুদ্বেগ, বিৰাগী; যেন একোৱেই হোৱা নাই। বাহিৰৰপৰা চালে তেখেতক সদায় সুখী আৰু সন্তোষী যেন লাগে। ভিতৰৰ 'আগ্নেয়গিৰি'ক তেখেতে সদায় আবৰণ দি পৰ্দাৰ ভিতৰত ৰাখে, যাতে আনে তাৰ কোনো সম্ভেদ নাপায়। এনেবোৰ চাৰিত্ৰিক বৈশিষ্ট্যই তেখেতক মহীয়ান কৰি সমাজত প্ৰতিষ্ঠিত কৰিছে।

শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী সফল সমাজকৰ্মী। ইয়াত কোনো সন্দেহ নাই। কিন্তু ৰাজনৈতিক জীৱনত তেখেতক সফল বুলি কোৱা টান। ১৯৪৭ চনত স্বাধীনতা লাভ কৰাৰ পাছতে তেখেতে ৰাজনীতিত যোগ দিব নে নিদিব, ঠিৰাং কৰিব পৰা নাছিল। ১৯৫১ চনত তেখেতে ৰাজনৈতিক পৰিক্ৰমাৰ মাজেদি সমাজৰ কাম কৰাৰ সিদ্ধান্ত কৰিলে। কিন্তু মৌজাদাৰৰ পদবীত থকা বাবে ১৯৫২ চনত নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰিলে। আন এটা সিদ্ধান্ত লোৱাত তেখেতৰ পলম হ'ল আৰু শুদ্ধ নহ'ল। যদি ৰাজনীতি কৰে তেন্তে বিৰোধী পক্ষত থাকি কৰিব, নে কংগ্ৰেছ দলত যোগ দি ৰাজনীতিত প্ৰৱেশ কৰিব! তেখেত তেতিয়া দোধোৰ-মোধোৰত পৰিছিল। ঠিক নিৰ্বাচনৰ আগমুহূৰ্তত কংগ্ৰেছ দলত যোগ দিলেও দলৰ মনোনয়ন নাপালেহেঁতেন। তেখেতে ততাতৈয়াকৈ বিৰোধী দলৰ মনোনয়ন গ্ৰহণ কৰি নিৰ্বাচিত হ'ল। নিৰ্বাচিত যে হ'বই, এইটো নিশ্চিত হৈ আছিল। বিৰোধী দলত থাকি নীলমণি বৰঠাকুৰ আৰু প্ৰবীণ ৰাজনীতিজ্ঞ শ্ৰীগৌৰীশংকৰ ভট্টাচাৰ্যৰ সহযোগী হৈ কাম কৰিছিল। বিধানসভাত তেজস্বী ভাষণ দি চৰকাৰৰ মনোযোগ আকৰ্ষণ কৰিছিল, কিন্তু কিমান কাম কৰিব পাৰিছিল? বিৰোধী দলৰ কথাত চৰকাৰেই বা কিমান গুৰুত্ব দিছিল! তাৰ পাছত তেখেতে ১৯৬২ চনত নিৰ্দলীয় প্ৰাৰ্থী হিচাপে প্ৰতিদ্বন্দ্বিতা কৰিছিল। এইটো সিদ্ধান্ত শুদ্ধ নাছিল বাবে পৰাজয় বৰণ কৰিবলগা হৈছিল। পাছত তেখেতে কংগ্ৰেছ দলত যোগ দিলে। প্ৰবীণ আৰু অভিজ্ঞ নেতা হোৱা সত্ত্বেও কংগ্ৰেছ দলত তেখেত নবীনহে হ'ল, তাৰ ফলত ইমান জনা-বুজা, অভিজ্ঞতাপূৰ্ণ ব্যক্তিজনক চলিহা চৰকাৰত মন্ত্ৰিত্ব নিদিলে। অৰ্থাৎ আমি ভাবো যে ৰাজনৈতিক হিচাপ-নিকাচত তেখেতে ভাল সিদ্ধান্ত ল'ব নোৱাৰিলে। তেখেতে ১৯৪৭ চনৰ ভিতৰত কংগ্ৰেছ দলত যোগ দিয়া হ'লে গোটেই ছবিখন ওলট-পালট হ'লহেঁতেন। হয়তো তেখেত কেবিনেট মন্ত্ৰী হ'ব

পাৰিলেহেঁতেন। তেখেতৰ বৰজীয়ৰী শ্ৰীমতী নলিনীয়ে এঠাইত লিখিছে— “দেউতা ৰাজনীতি ক্ষেত্ৰত সফল হোৱা বুলি ক'ব নোৱাৰি। তেখেত সমাজকৰ্মী হিচাপেহে তুঙ্গত উঠিছে।” তেওঁৰ এই মন্তব্যৰ এটা অৰ্থ আছে। সমবায় মন্ত্ৰী হোৱা হ'লে তেখেতক সফল ৰাজনৈতিক পুৰুষ বুলি ক'লেহেঁতেন। চলিহাই তেখেতক ভাল পাইছিল, বিশ্বাসো কৰিছিল, তথাপি নবীন বুলি মন্ত্ৰীবাব নিদিলে। মন্ত্ৰী নোহোৱাকৈও তেখেতে যে ভালেমান গুৰুত্বপূৰ্ণ কাম কৰি ৰাইজক সেৱা কৰিছে, ই চন্দ্ৰ-দিবাকৰৰ দৰে সত্য। বিশেষকৈ নলবাৰী মহকুমাৰ প্ৰতিষ্ঠা চৌধুৰীদেৱ কংগ্ৰেছ বিধায়ক হোৱা বাবেহে সম্ভৱ হৈছিল। নহ'লে মহকুমা ঘোষণা আৰু পিছুৱালেহেঁতেন। ভৱিষ্যতৰ অসমৰ ইতিহাসত শ্ৰীচৌধুৰীদেৱ এজন আগশাৰীৰ নিঃস্বাৰ্থ সমাজকৰ্মী আৰু সমবায়ৰ নেতাৰূপেহে অঙ্কিত হৈ ৰ'ব। ই ধ্ৰুৱ। সমাজকৰ্মীৰূপে চৌধুৰী জনগণৰ মাজত সদায় উচ্চস্থানত থাকিব। এই অঞ্চলত থকা শিক্ষানুষ্ঠান, বাট-পথ, নলা-নৰ্দমা, পুখুৰী, চিকিৎসালয় আৰু সমবায় বেংকসমূহে তেখেতক চিৰস্মৰণীয় কৰি ৰাখিব।

চৌধুৰী ডাঙৰীয়া জন্মৰপৰাই মহান কৰ্মৰদ্বাৰা মহত্ত্ব আৰু যশস্যা অৰ্জন কৰিছিল। স্বাধীনচিতীয়া লোক আৰু সমাজৰ বাবে অধিক চিন্তা কৰা ব্যক্তি। অধ্যৱসায়ী আৰু উদাসীন, ধৰ্মপৰায়ণ আৰু সহনশীল। তেখেত ধনীৰ দুলাল নাছিল, কিন্তু সংস্কৃতিবান এটা প্ৰসিদ্ধ পৰিয়ালৰ পৰম্পৰা আৰু প্ৰতিভা লৈ জন্মিছিল আৰু ব্যক্তিত্ব অৰ্জন কৰিছিল।

পৃথিৱীৰ বহুতো সমাজকৰ্মীয়ে নিজৰ কৰ্মৰ বিনিময়ত কাৰোপৰা একো নিবিচাৰে। স্বীকৃতিস্বৰূপে পুৰস্কাৰ বা খিতাপ নিবিচাৰে। চৌধুৰীয়েও একো বিচৰা নাই, একো পোৱাও নাই—পাইছে ৰাইজৰ প্ৰশংসা, শ্ৰদ্ধা আৰু অকৃত্ৰিম স্নেহ। তেখেতৰ জীৱন দৰ্শন, আদৰ্শ, লক্ষ্য আৰু কৰ্মপদ্ধতি তথা তেখেতে স্থাপন কৰা অনুষ্ঠানৰ লগত নতুন পুৰুষ পৰিচিত হোৱা আৱশ্যক। ইয়াৰপৰাই নতুন প্ৰজন্মই প্ৰেৰণা লাভ কৰি দহজনৰ হিত সাধনৰ বাবে কোনোবা নহয় কোনোবা আগবাঢ়ি আহিব।

জয়তু শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰী

ওঁ তৎসৎ




৺প্ৰসন্ননাৰায়ণ সদৌ অসম ছাত্ৰ সংস্থাৰ প্ৰাক্তন সম্পাদক। ১৯৭০ চনৰ ভাষা আন্দোলনৰ গুৰিয়াল। তেওঁৰ অকাল মৃত্যুত আমি এটুপি চকুলো নিবেদিছোঁ।

## লোকসেৱক শ্ৰীপ্ৰভাতনাৰায়ণ চৌধুৰীৰ লগত অন্তৰঙ্গ আলাপ

### সাক্ষাৎ গ্ৰহণ কৰোঁতা শ্ৰীজগন্নাথ চক্ৰৱৰ্তী

১৬/৬/৯৮ তাৰিখে চৌধুৰীদেৱৰ লগত হোৱা আলাপ।

**জগন্নাথ চক্ৰৱৰ্তী ঃ** মাননীয় চৌধুৰীদেৱ! আপুনি এজন মেধাৱী ছাত্ৰ আছিল, কিন্তু প্ৰশাসনীয় বিষয়বাব কিয় গ্ৰহণ নকৰিলে?

**প্ৰভাতনাৰায়ণ চৌধুৰী ঃ** পঢ়াকালত ঘৰুৱা কামত আৰু পিতৃদেৱৰ মৌজা চলোৱা কামত সহায় কৰি ১৯৩৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনৰ কটন কলেজৰপৰা বি.এ. ডিগ্ৰি লাভ কৰো। দেউতাৰ তেতিয়া অসমৰ চীফ কমিছনাৰৰ লগত মধুৰ সম্পৰ্ক আছিল। সেই সময়ত বংশ-মৰ্যাদাসম্পন্ন সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰাক প্ৰশাসনীয় বিষয়বাব দিছিল। মোকো তেনে কাম দিছিল। পিতৃদেৱতাই মোৰ মতামত বিচৰাত মই ভাবি-চিন্তি উত্তৰ দিম বুলি ক'লো। তেনে পদত সোমালে উপায়ুক্ত বা আয়ুক্ত হৈ অৱসৰ লৈ আৰামত থাকিব পাৰিলোহেঁতেন। দেউতাৰ সমাজসেৱাৰ প্ৰতি থকা শ্ৰদ্ধা দেখি মোৰ মনটো সেইফালে ধাবিত হ'ল। চৰকাৰী চাকৰি নলওঁ বুলি তেখেতক জনালোঁ। সমাজসেৱাকে ব্ৰত কৰি ল'ব খোজাত দেউতাই ভাল পালে। তেখেত মোৰ উত্তৰত সুখী হ'ল। ৰাইজৰ মাজতে থাকি সাধাৰণ জীৱন-ধাৰণ কৰাৰ বাবে মন স্থিৰ কৰি ১৯৩৩ চনৰপৰা তেনেকৈয়ে আজিও চলি আছোঁ। কিছুদিন মৌজাদাৰীও কৰিছিলোঁ। পাছত তাৰপৰাও অব্যাহতি লওঁ। এতিয়া নব্বৈৰ দেওনা পালোহি। ১৯১০ চনৰ ২৫ অক্টোবৰত মোৰ জন্ম।

**জ.চ. ঃ** ভাৰতৰ স্বাধীনতা আন্দোলনত, বিশেষকৈ ৪২ চনৰ আন্দোলনত কিভাৱে জড়িত হৈছিল?

**প্ৰ.না. চৌধুৰী ঃ** ভাৰতৰ স্বীধনতা আন্দোলনত, বিশেষকৈ ৪২ চনৰ গণ আন্দোলনত ভাৰতবাসীয়ে কিবা নহয় কিবা সেৱা কৰি আটায়ে বৰঙণি যোগাইছে। মহাত্মা গান্ধীৰ নেতৃত্বত অহিংস, অসহযোগ আন্দোলন আৰম্ভ হয়। দুই প্ৰকাৰ সেবাৰ দৰদী গান্ধীজীয়ে প্ৰকৃততে প্ৰত্যক্ষভাৱে জড়িত হোৱাটো বিচাৰিছিল। যিহেতু স্বাধীন দেশ এখন হ'বলৈ হ'লে গঠনমূলক কাম অপৰিহাৰ্য, যিহেতু মই জন্মাবধি গঠনমূলক কামৰ প্ৰতি আকৃষ্ট, সৰু-সুৰা কামৰ লগতে গাৱঁত সোমাই গাৱঁলীয়া জনসাধাৰণৰ মাজত কাম কৰিছিলোঁ। গাৱঁৰ বাট-পথ, দলং, নলা-নৰ্দমা, জনস্বাস্থ্য, শিক্ষানুষ্ঠান পতা আদি কামত মনোযোগ দিছিলোঁ। কেৱল জেলত সোমোৱাটোকে মই গুৰুত্ব নিদি ৰাইজক অৰ্থনৈতিকভাৱে স্বাৱলম্বী কৰি গান্ধীজীৰ নীতি প্ৰচাৰ কৰিছিলোঁ। তেতিয়া

কেৱল বক্তৃতা দি জেলত সোমোৱাটোকে মই অধিক গুৰুত্ব দিয়া নাছিলোঁ। সেইবুলি সেই পন্থাক মই অৱজ্ঞা নকৰোঁ, কিন্তু মোৰ দৃষ্টিভঙ্গী জেললৈ নোযোৱাকৈ জনসাধাৰণক জাগ্ৰত কৰি স্বাৱলম্বী কৰি তোলাটোহে আছিল। সেইবাবে মই ৰাইজৰ লগতে কাম কৰি আছিলোঁ।

জ. চ. ঃ আমি জানো যে ১৯৫৬ চনলৈ আপুনি কোনো ৰাজনৈতিক দলৰ সদস্য নাছিল। ১৯৫৭ চনত প্ৰজা-ছ'ছিয়েলিষ্ট দলৰ সদস্য হৈ বিধান সভালৈ নিৰ্বাচিত হৈছিল, তাৰ পাছত সেই দল ত্যাগ কৰিছিল নেকি? যদি কৰিছিল, কিয়?

**প্ৰ.না. চৌধুৰী ঃ** প্ৰশ্নটো সত্য। দেশ পৰিচালনা আৰু ভুলৰ সংশোধনৰ বাবে ৰাজনৈতিক দলৰ প্ৰয়োজন। বাস্তৱক্ষেত্ৰত চালুকীয়া স্বাধীনতা লাভ কৰা আমাৰ দেশত যথাযথভাৱে কাম কৰিব পৰা নাই। প্ৰায়বোৰ ৰাজনৈতিক দলৰে দেশৰ উন্নতিয়েই মূল লক্ষ্য। তথাপি দুই-চাৰি প্ৰণালী লৈয়েই বিভিন্ন দলৰ সৃষ্টি। তাতো দেখা যায়, ক্ষমতা লাভৰ নীতি সকলোৰে ঊৰ্ধ্বত। ক্ষমতা লাভত অপাৰগ হ'লেই নতুন দলৰ সৃষ্টি হয়। আকৌ শক্তিশালী দলক দোষাৰোপ কৰাটো আন এটা চৰিত্ৰ। আজি সকলো দলৰে পৰোক্ষভাৱে সাম্প্ৰদায়িকতা নোহোৱা নহয়। কেন্দ্ৰত বি.জে.পি শাসনাধিষ্ঠ হোৱাত বহুজনৰে লক্ষ্য, কেনেকৈ বি.জে.পি.ক পৰাভূত কৰিব পাৰি। ৫৭ চনৰ নিৰ্বাচনত লোকসভা আৰু বিধানসভা নিৰ্বাচন একেলগে অনুষ্ঠিত হোৱাত একে প্ৰতীকৰ সুবিধা পোৱা যায়। লোকসভাৰ প্ৰাৰ্থী হেম বৰুৱাৰ প্ৰতি মই আকৃষ্ট আছিলো বাবে সেই দলৰ প্ৰতীক গ্ৰহণ কৰিছিলোঁ। দলে মোক সহায় কৰিছিল। তেতিয়া মোক কমিউনিষ্ট পাৰ্টিয়ে সহায় কৰিছিল। নিৰ্বাচনৰ পাছত দলৰ ভিতৰত বিশেষ কাৰণত বিভেদ হৈছিল, তাৰ প্ৰতিবাদ কৰি দল ত্যাগ কৰি বিৰোধী দলৰ লগত বহি কাম কৰিছিলোঁ।

জ.চ. ঃ কংগ্ৰেছ দলত আপুনি কেতিয়া আৰু কাৰ উৎসাহত যোগ দিলে? কংগ্ৰেছ দলত থাকি ৰাইজৰ কাম কৰাত অধিক সুযোগ পাইছিল নেকি?

**প্ৰ. না. চৌধুৰী ঃ** কংগ্ৰেছ দলত যোগ দিয়াৰ বাবে মই বহুত চিন্তা কৰিব লগা হৈছিল। দলীয় কামত জড়িত হোৱাৰ সুবিধা-অসুবিধাবোৰ চিন্তা-চৰ্চা কৰি গঠনমূলক কাম কৰাৰ অধিক সুবিধা পাম বুলি এই সিদ্ধান্ত ল'ব লগা হৈছিল। নলবাৰীত এটা প্ৰশাসনীয় গোট অৰ্থাৎ মহকুমা স্থাপনৰ বাবে মোৰ পিতৃদেৱ প্ৰতাপনাৰায়ণ চৌধুৰী আৰু তাৰঁৰ, পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে বহুত যত্ন কৰিছিল। যিহেতু একেজাপে নলবাৰীত জিলা গঠনৰ সুবিধা নহয়, প্ৰাৰম্ভিকভাৱে মহকুমা এটা গঠন কৰাৰ কামত ৺মণিৰাম দাস আৰু অন্যান্য ব্যক্তিৰ লগত ময়ো কাম কৰিছিলোঁ। তেতিয়া কংগ্ৰেছৰ সদস্য হৈ

বিধানসভাত প্ৰতিদ্বন্দ্বিতা কৰাৰ বাবে শ্ৰীমান প্ৰফুল্ল গোস্বামীয়ে আমাক পৰামৰ্শ দিয়ে। তেতিয়া বিমলাপ্ৰসাদ চলিহাদেৱৰ সান্নিধ্য বিচাৰো। অৱশেষত মহকুমা গঠনৰ প্ৰতিশ্ৰুতি লাভ কৰিছিলোঁ। সেইমৰ্মে মই কংগ্ৰেছ্‌ দলৰ প্ৰাৰ্থী হৈ নিৰ্বাচনত জয়লাভ কৰো। সেইমৰ্মে চলিহাদেৱে নলবাৰী মহকুমা গঠনৰ প্ৰস্তাৱ কেবিনেটত গ্ৰহণ কৰে। কোৰ্ট বিল্ডিং, জিলা কাৰাগাৰ আৰু নলবাৰী মহকুমাৰ মেপ আদি কৰি চীফ ছেক্ৰেটেৰীক দিয়াত তেখেত সন্তুষ্ট হয়। আৰু সেইমৰ্মে মহকুমা গঠন হোৱাত নলবাৰীৰ এটি ডাঙৰ অভাৱ পূৰ্ণ হয়। ১৯৩৫ চনৰপৰা মহকুমাৰ আন্দোলন ১৯৬৭ চনতহে ফলৱতী হয়। কংগ্ৰেছত যোগ দিবলৈ বিশিষ্ট নেতা দেৱকান্ত বৰুৱায়ো আমাক পৰামৰ্শ দিছিল।

**জ.চ. ঃ** আপোনাৰ ৰাজনৈতিক জীৱন সফল হৈছিল বুলি ভাবেনে?

**প্ৰ. না. চৌধুৰী ঃ** সফলতাৰ ব্যাখ্যা বৰ বৃহৎ, তথাপি আমি আমাৰ উদ্দেশ্য সফল হোৱা বুলি ভাবো। মন্ত্ৰী হোৱাটো যদি সফলতা বুলি ভবা হয় তেন্তে ব্যাখ্যা বেলেগ। মন্ত্ৰী হ'বলৈ মই কংগ্ৰেছ দলত সোমোৱা নাছিলোঁ। মই কংগ্ৰেছত নতুন সদস্য, একেজাপে মোক মন্ত্ৰিত্ব নিদিব বুলি মই জানো। তেতিয়া মন্ত্ৰীসভা গঠনৰ প্ৰণালীও বেলেগ আছিল। সমাজৰ উন্নয়নমূলক কামবোৰ কৰাত মই সফল হোৱা বুলি ভাবো। অৰ্থনৈতিক উন্নয়ন প্ৰক্ৰিয়াত সমবায়ৰ জৰিয়তে কাম কৰি কিঞ্চিৎ পৰিমাণে হ'লেও যিখিনি সফলতা লাভ কৰা গৈছে, তাত মই সন্তুষ্ট। আমাৰদ্বাৰা প্ৰতিষ্ঠিত আৰু অৰিহণা যোগোৱা ভালেমান শিক্ষানুষ্ঠান, উদ্যোগ পামৰ জৰিয়তে উদ্যোগ স্থাপন, জিলা পুথিভঁৰালত পঢ়ুৱৈৰ সংখ্যা দেখি আনন্দ পাওঁ, নলবাৰী কো.-অপাৰেটিভ আৰবান বেংক লিমিটেড্‌ আদি অনুষ্ঠানে আমাৰ মনত সফলতাৰ আনন্দৰ সৃষ্টি কৰিছে।

বিধানসভাত অসম এগ্ৰিকালচাৰ ইউনিভাৰ্চিটি, গুৱাহাটী পৌৰ নিগম আদি আইন প্ৰণয়নো মোৰ সন্তুষ্টিৰ বিশেষ কাৰণ।

**জ.চ. ঃ** আপোনাৰ জীৱনৰ লক্ষ্য আৰু আদৰ্শত উপনীত হোৱাত কিমান সফল হ'ল?

**প্ৰ. না. চৌধুৰী ঃ** ব্যক্তিগত জীৱনৰ সুখ-দুখৰ কথা মই ক'ব নিবিচাৰোঁ। মানুহৰ জীৱনত সুখ-দুখ আছে আৰু থাকিবই। তাৰ মাজেদি মই মোৰ জীৱনৰ লক্ষ্যত উপনীত হ'বলৈ কাম কৰি আছোঁ। কাম কৰি থাকিলে লক্ষ্য সদায় মোৰপৰা দূৰলৈ গৈ থাকে। এখন সুন্দৰ নলবাৰী, এখন সুন্দৰ অসম আৰু সমৃদ্ধিশালী ভাৰতবৰ্ষ দেখা পোৱাৰ লক্ষ্য পূৰণ হোৱা নাই আৰু নহ'বও। কিন্তু দেখা পাওঁ যে ব্যক্তিস্বাৰ্থক সামাজিক স্বাৰ্থতকৈ উৰ্দ্ধত বুলি ভবা মানুহ প্ৰকততে সুখী হ'ব নোৱাৰে। আমি লাভ কৰা সফলতাখিনি ৰক্ষা

কৰিলেহে অধিক সুখ পাম। গৃহস্থালি বা ৰাজনীতিত মই আদৰ্শবান হ'ব নোৱাৰিলোঁ। ঘৰ-সংসাৰৰ কথা চিন্তাই কৰা নহ'ল। ঘৰ-গৃহস্থালিত সফলতা লাভ কৰিব নোৱাৰিলে ৰাজনীতিতো সফল হোৱা সহজ নহয়। সামাজিক জীৱনত সফলতা লাভ কৰাই আছিল মোৰ উদ্দেশ্য। সেইবাবে গৃহস্থালি সুখদায়ক নহ'ল। পৰিয়াল-পৰিজনক উপযুক্তভাৱে গঢ় দিব নোৱাৰিলোঁ। পৈতৃক সা-সম্পত্তিও ৰক্ষা কৰিব নোৱাৰিলো। পত্নীও বহু কষ্টৰ মাজেদি দিন যাপন কৰি গুচি গ'ল। মোৰ বাইদেউ গিৰিবালা দত্ত মোৰ মাতৃযথা। তেওঁ সমাজকৰ্মী আছিল। ১৯৪০ চনত নলবাৰীত তেওঁ সমবায় সমিতি গঠন কৰি মহিলাৰ মাজত কাম কৰিছিল। তেওঁৰ স্নেহ মাতৃস্নেহতকৈও অধিক। ১৯৮৫ চনত তেওঁ স্বৰ্গী হৈছে। তেওঁ স্থাপন কৰা সমবায় সমিতিখনৰ সোণালী জয়ন্তী উৎসৱ হৈ গৈছে। মোৰ প্ৰিয়তমা পত্নী গিৰিজাসুন্দৰী চৌধুৰীও সমাজকৰ্মী আছিল। নলবাৰী মহিলা সমিতি গঠন কৰি বহু কাম কৰিছিল। তেওঁ সদায় ত্যাগৰ প্ৰতিমূৰ্তি আছিল। ধন-সম্পত্তিৰ প্ৰতি তেওঁৰ কোনো লালসা নাছিল। তেওঁৰ বিয়োগৰ পাছত মোক অনুপ্ৰেৰণা দিওঁতা আৰু কোনো নাছিল। মই সেইবাবে ঘৰমুৱা নহৈ সমাজমুৱা হৈ থাকিলোঁ।

জ.চ. ঃ নতুন প্ৰজন্মৰ প্ৰতি আপোনাৰ পৰামৰ্শ আৰু উপদেশ কি?

প্ৰ. না. চৌধুৰী ঃ ক্ৰমে বৈজ্ঞানিক আৱিষ্কাৰসমূহে নতুন নতুন সুবিধাবোৰ আনি দিয়াত মানুহৰ জীৱনধাৰণৰ প্ৰণালী আৰু চিন্তাধাৰাৰ ভালেখিনি পৰিবৰ্তন ঘটিছে। এনে অৱস্থাত নতুন প্ৰজন্ম কিছু খেলিমেলিৰ সন্মুখীন হৈছে। আগৰ সামাজিক আৰু নৈতিক চিন্তাধাৰাৰ কিছু অৱনতি ঘটিছে। প্ৰাচীন সামাজিক আৰু নৈতিক মূল্যবোধ বৈজ্ঞানিক চিন্তাধাৰাত খাপ খুৱাব নোৱৰাত গোটেই সমাজখনতে কিছু অশান্তিৰ ভাব প্ৰৱেশ কৰিছে।

প্ৰাচ্য সভ্যতাৰ মাজত লালিত-পালিত হোৱা মানুহে প্ৰতীচ্য সভ্যতাৰ পৰা হোৱা চাকনৈয়াৰপৰা নিজক বচোৱাৰ শক্তি সঞ্চয় কেৱল আধ্যাত্মিক চিন্তাৰপৰা গ্ৰহণ কৰি জীৱন যাপন কৰিব লাগিব।

আমাৰ জীৱনতে যি generation gap হ'ল আৰু তাতে জীৱন পৰিবৰ্তনৰ যি ব্যৱস্থা, তাক আমি গ্ৰহণ কৰাত টান পাইছোঁ।

শতিকাটো শেষ হ'বলৈ আৰু দুটা বছৰ আছে। নতুন প্ৰজন্মৰ প্ৰতি উপদেশ, যাতে তেওঁলোকে জীৱনত নীতিগত মূল্যবোধ ৰক্ষা কৰে, লগতে আধ্যাত্মিকতা, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ মাজত সমন্বয় সাধন কৰি একবিংশ শতিকাত নিজক গৌৰৱান্বিত কৰিব পাৰে।

জ. চ. ঃ আপুনি ভাগ্য বিশ্বাস কৰে নেকি?

প্ৰ. না. চোধুৰী ঃ জন্মক্ষণত গ্ৰহ-নক্ষত্ৰৰ সমাবেশে কিছু পৰিমাণে সুপ্ৰভাৱ বা কু-প্ৰভাৱ পেলায়; কিন্তু তাকে অন্ধভাৱে বিশ্বাস কৰিলে মানুহে

জীৱনত একো উন্নতি কৰিব নোৱাৰে। সকলোৰে ওপৰত পুৰুষাৰ্থ আৰু চেষ্টা। ভাগ্যৰ প্ৰভাৱ বুলি ৰোগ হ'লে চিকিৎসা নকৰিলে অকালতে মৃত্যুৰ মুখত পৰিব পাৰে। ভাগ্যত ভাল ফল থাকিলেও তাৰ সাধনৰ বাবে যত্নবান নহ'লে সফলতা লাভ কৰিব নোৱাৰে। সেইবাবে আমি ভাগ্যতকৈ পুৰুষাৰ্থৰ ওপৰত অধিক বিশ্বাসী।

আৰু এটা উদাহৰণ মোক এজন জ্যোতিষীয়ে দিছিল। পণ্ডিত নেহৰু, গোপীনাথ আৰু এজন গাঁওবুঢ়াৰ জন্মৰ ৰাশিচক্ৰ একে ধৰণৰ। নেহৰু হ'ল ভাৰতৰ প্ৰধান মন্ত্ৰী, বৰদলৈ হ'ল অসমৰ মুখ্যমন্ত্ৰী আৰু গাঁওবুঢ়াজন গাৱঁতে ৰ'ল। গতিকে পুৰুষাৰ্থহে বেছি নিৰ্ভৰযোগ্য কথা।

**জ. চ. ঃ** আপোনাৰ জীৱনত ৰাজনৈতিক গুৰু কোন?

**প্ৰ. না. চৌধুৰী ঃ** পিতৃদেৱৰ সহপাঠী আৰু বন্ধুসকলৰ ভিতৰত অন্যতম্ আছিল দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈ। ফুকনদেৱ বিশিষ্ট ৰাজনীতিবিদ, সাহসী আৰু সুবক্তা আছিল। বৰ সঘনে লগ পাইছিলোঁ তেখেতক। তেখেতৰ নিৰ্ভীকতা দেখি মই আকৃষ্ট হৈছিলোঁ। তেখেত সিংহপুৰুষ বুলি জনাজাত। তেখেত গোড়া নাছিল আৰু অন্ধবিশ্বাসী নাছিল বাবে স্বৰ্গীয় মতিলাল নেহৰুৰ লগত কংগ্ৰেছৰপৰা ওলাই আহি স্বৰাজ পাৰ্টি গঠন কৰিছিল। লোকেল ব'ৰ্ডৰ চেয়াৰমেন হৈ থকাত ব্ৰিটিছ কমিছনাৰৰ লগত ফেৰ মাৰিছিল। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ আবেগিক বক্তৃতাই মোক মুগ্ধ কৰিছিল।

তাৰ ভালেদিন পাছত গোপীনাথ বৰদলৈ ৰাজনীতিত প্ৰৱেশ কৰে। সকলো বিষয়তে ফুকন ডাঙৰীয়া মোৰ গুৰু আছিল। তেখেতৰ গঠনমূলক কামত মই বিশ্বাসী। অসমখনক আদৰ্শ ৰাজ্য গঠনত তেখেত ব্ৰতী আছিল। এই তিনিজন পুৰুষক মই শ্ৰদ্ধা কৰো আৰু গুৰু বুলি মূৰ নত কৰো। এই তিনিওজনে মোৰ জীৱনত আৰু কৰ্মক্ষেত্ৰত প্ৰেৰণা যোগাইছিল, তাক সদায় স্মৰণ কৰি থাকিম।

**জ. চ. ঃ** বৰ্তমান ভাৰতবৰ্ষৰ ৰাজনৈতিক পৰিক্ৰমাৰ প্ৰতি আপোনাৰ ধাৰণা কি?

**প্ৰ.না.চৌধুৰী ঃ** ভাৰতৰ স্বাধীনতা আন্দোলনত বিদেশী ব্ৰিটিছৰ শাসনৰ শিকলি ছিঙি পেলোৱাত পৰিস্থিতিয়ে যথেষ্ট উদ্‌গনি দিছিল। আন্দোলন ক্ৰমে তীব্ৰ হৈছিল। ভাৰতৰ লোকে স্বতঃস্ফূৰ্তভাৱে আন্দোলনত জঁপিয়াই পৰি দেশৰ স্বাধীনতা আন্দোলনত ত্যাগ কৰিছিল। দূৰদৰ্শিতাসম্পন্ন লৰ্ড মাউন্টবেটেনে ব্ৰহ্মদেশ, শ্ৰীলংকাক স্বাধীনতা দিয়াইছিল। ভাৰতৰ মুছলমানসকলৰ দাবী মানি দেশখন দ্বিখণ্ডিত কৰি ভাৰত-পাকিস্তান দুয়োখন দেশক স্বাধীনতা দিলে। গুণী আৰু ত্যাগী মানুহ কিছুমানে দেশৰ ক্ষমতা লৈ

